"**Puspa Brishti**": *A collection of Assamese short stories written by shri Riju Hazarika* M.A.B.T. *of Ambari, Tiniali, Guwahati-25 and Published by Ms. Ila Sarma of **M/s Jyoti Prakashan**, Panbazar, Guwahati-781001.* **Price Rupees Fifty Only**

**প্ৰকাশক ঃ**

শ্ৰীইলা শৰ্মা

জ্যোতি প্ৰকাশন

পাণবজাৰ, গুৱাহাটী-১

**প্ৰকাশ কাল ঃ**

ডিচেম্বৰ, ২০০১

**বেটুপাত ঃ**

পদ্ম সিংহ

**মূল্য ঃ ৫০.০০ টকা**

**ছপা ঃ**

**ত্ৰিনয়ন গ্ৰাফিক অফ্‌ছেট**

**ৰিহাবাৰী, গুৱাহাটী-৮**

## সমালোচক আৰু গল্পকাৰ ড° পৰাগ কুমাৰ ভট্টাচাৰ্যৰ একাষাৰ

জীৱন আৰু জগতৰ লগত সাহিত্যিক ব্যক্তিত্বৰ এক অপূৰ্ব সংযোগৰ যোগেদি গল্প এক শিল্পৰূপলৈ পৰিবৰ্তিত হয়। ইয়াৰ যোগেদিয়ে গঢ় লয় ব্যক্তিত্বপ্ৰসূত ষ্টাইলৰ। লেখকৰ জীৱন সম্পৰ্কে দৃষ্টিভঙ্গী, তাৰ পৰা প্ৰতীতি আহৰণ দক্ষতা, প্ৰকাশ উপকৰণ আৰু তেওঁৰ সিদ্ধান্ত-সকলো মিলি গঢ়ি তোলে লেখক একোজনৰ নিজস্ব ষ্টাইল। এনেদৰেই লেখক অনুযায়ী সৃষ্টি হয় তেওঁলোকৰ নিজস্ব ভঙ্গী (tone) আৰু সেই ভঙ্গীয়ে তেওঁক পাঠকৰ একেবাৰে সুপৰিচিত কৰি তোলে। গল্পকাৰে তেওঁৰ আদৰ্শ-উদ্দেশ্যক সেই সুৰটোৰ মাজতে লুকুৱাই থৈ গল্পৰ নৱ ৰূপেৰে মহীয়ান কৰি তোলে। গল্পৰ এই দিশটোলৈ আঙুলিয়াই দি James H pickering এ তেওঁৰ Fiction An Introduction to the short story গ্ৰন্থত কৈছে ঃ

No matter how hard authors try to mask their attitude and feelings, and to hide their presence within the work, perhaps by taking refuge somewhere behind the narrative voice that tells the story, the authorial tone can be inferred by the choice they make in the process of ordering and presenting the material by what is included and emphasized and what by contrast is omitted

* এনে এক নিজস্ব সুৰেৰে অসমীয়া গল্প-সাহিত্যত স্বকীয়তা ঘোষণা কৰা গল্পকাৰ হিচাপে ৰিজু হাজৰিকা পাঠক সমাজত পৰিচিত। তেওঁৰ গল্প পঢ়া পাঠকে এই গুণৰ কাৰণেই তেওঁৰ গল্প পঢ়িবলৈ এক নিচা অনুভৱ কৰে। সুমধুৰ কথনভঙ্গী, তীৰ্যক ব্যঙ্গ আৰু সাৱলীল হাস্যৰসৰ অধিকাৰী গল্পকাৰ ৰিজু হাজৰিকাই তেওঁৰ গল্পত সততে নিপীড়িত মানুহৰ আশা-আকাংক্ষাক, সুখ দুখক হৃদয়সংবাদী ৰূপত প্ৰকাশ কৰিছে। গল্পক গুৰু-গাম্ভীৰ্যপূৰ্ণ বিষয়বস্তুৰে তথা আঙ্গিকৰ চমৎকাৰিত্বৰে দুৰ্বোধ্য কৰি তোলাৰ পৰিৱৰ্তে সদায় চকুৰ আগত দেখি থকা জগতখনৰ পৰাই উপকৰণ সংগ্ৰহ কৰি তেওঁ হাস্যৰসৰ মধুৰতাৰে পাঠকৰ আগত মূৰ্ত কৰি তোলে শাসকৰ শোষণৰ তামসৰূপ, সমাজ ব্যৱস্থাৰ দানৱীয় নৃশংসতা মানৱীয় দুৰন্ত লোভৰ ভয়াবহতা তথা নাৰী-পুৰুষৰ প্ৰেমৰ ছলা কলা। পৰিৱেশ নিৰ্মাণ, ঘৰুৱা চিনাকি শব্দৰ প্ৰয়োগ, বচনভংগী আদিৰ যোগেদি তেওঁ গল্পত এনে এটি বাস্তৱ পৰিৱেশৰ জন্ম দিয়ে, যাৰ ফলত সেইবোৰ হৈ পৰে বিশ্বাসযোগ্য। তেওঁৰ গল্পত বক্তব্য আৰু অব্যক্তই মধুৰ ব্যঞ্জনা প্ৰদান কৰে।

প্ৰসিদ্ধ গল্পকাৰ ৰিজু হাজৰিকাৰ গল্পক চিনাকি কৰি দিয়াৰ দৰকাৰ নাই। তেওঁৰ এই গল্প সংকলনটি প্ৰকাশৰ পূৰ্বে আমাক পঢ়ি চাবলৈ দিয়াৰ পৰিপ্ৰেক্ষিতত আমাৰ মনত ৰিজু হাজৰিকাৰ গল্প সম্পৰ্কে সঞ্চিত ভাৱৰাশিকেই প্ৰকাশ কৰিলো। ই আমাৰ স্বকীয় ধাৰণাহে। পাঠকক আমি ইয়াৰ দ্বাৰা পৰিচালিত কৰিব নোখোজো। হাজৰিকাই এনে উদ্যমেৰে অসমীয়া গল্প সাহিত্যৰ দিশলৈ ন ন সংযোগ সাধন কৰাৰ আশা কৰিলো।

পৰাগ কুমাৰ ভট্টাচাৰ্য

মুৰব্বী, অসমীয়া বিভাগ
পাণ্ডু কলেজ, ২৭।১১।২০০১

# লেখকৰ নিবেদন

পুষ্প-বৃষ্টি এখন চুটি গল্পৰ সংকলন। ইয়াত ত্ৰিশটা গল্প সন্নিবিষ্ট কৰা হৈছে। গল্পবোৰ অসমৰ প্ৰখ্যাত আলোচনীবোৰত আগতে প্ৰকাশ হৈছে। সেইবোৰ সংগ্ৰহ কৰি, পুথি আকাৰে ছপাবলৈ মনস্থ কৰি অসমৰ স্বনামধন্য এগৰাকী প্ৰকাশক, জ্যোতি প্ৰকাশনৰ স্বত্বাধিকাৰী শ্ৰীযুত নগেন শৰ্মাদেৱৰ কাষ চাপিলো। তেখেতে আমাৰ মনৰ কামনা পূৰণ কৰিলে। কিতাপখন ছপাব বুলি কথা দিলে। আমি বৰ আনন্দিত হ'লো। কিয়নো জ্যোতি প্ৰকাশন এটা আগশাৰীৰ প্ৰতিষ্ঠান। এই প্ৰতিষ্ঠানে এতিয়ালৈ যিমানবোৰ গ্ৰন্থ প্ৰকাশ কৰিছে সেইবোৰৰ মান অতি উচ্চস্তৰৰ। এইখিনিতে মই শ্ৰীযুতা ইলা শৰ্মাৰ শলাগ ল'লো আৰু মোৰ কৃতজ্ঞতা জ্ঞাপন কৰিলো।

মোৰ অসংখ্য পাঠকে ভালপোৱা গল্পবোৰকেই কিতাপখনত সন্নিবিষ্ট কৰিছো। গল্পখিনি সংগ্ৰহ কৰি সজাই দিয়াত মোৰ পত্নী শ্ৰীমতী চাৰুপ্ৰভা হাজৰিকা, এম এ, বি টিয়ে যথেষ্ট সহায় কৰি দিছে।

মোৰ গল্পৰ বিষয়ে মই নিজে কিবা এটা কোৱাটো সমীচীন নহ'ব। অসমৰ প্ৰখ্যাত সমালোচকসকলে মোৰ গল্পৰ বিষয়ে এতিয়ালৈকে যিখিনি কৈছে সেইখিনিৰ প্ৰেৰণাতে যোৱা ১৯৫৬ চনৰ পৰা বৰ্তমানলৈকে অবিৰাম গল্প লিখি আছো। সেয়ে মই প্ৰকাশক, সমালোচক, পাঠকসকলৰ ওচৰত চিৰকৃতজ্ঞ।

মোৰ পুষ্প বৃষ্টি-ক সকলোৱে আদৰি ল'লে মই জীয়াই থকালৈকে গল্প লিখি থাকিম— সেই আশাৰে।

১৫ অক্টোবৰ
২০০১ চন

বিজু হাজৰিকা
আমবাৰী, গুৱাহাটী-২৫

# সূচীপত্ৰ

# বৰবাবুৰ ঘৰটোৱেই ইমান ধুনীয়া, আৰু ...!

হিৰোহোন্দাখনত উঠি, পিছৰ ছিটত চমছেৰক উঠাই লৈ আব্দুল ফাতেমাক চাবলৈ গ'ল। আব্দলুৰ ঘৰো গাঁৱতে। কিন্তু চৰকাৰী আলিৰ কাষতে। সেয়ে টাউনলৈ অহা-যোৱা কৰাৰ সুবিধা। ফাতেমাহঁতৰ ঘৰো গাঁৱত; কিন্তু টাউনৰ পৰা ভালেখিনি দূৰ। হ'লেও তাত স্কুল, কলেজ আছে আৰু ফাতেমাই সেই স্কুলতে পঢ়ি মেট্ৰিকটো পাছ কৰি ঘৰতে বন-বাৰি কৰি আছে। আব্দুলহঁত যাব বুলি শুনি ঘৰ-দুৱাৰ অলপ পৰিষ্কাৰ কৰি ৰাখিছে। আব্দুলক দেখাৰ পিছত তাইৰ পছন্দ হ'ল। কিন্তু চাকৰি-বাকৰি নাথাকিলে শেষত কিবা দুখতে পৰে নেকি এবাৰ মনে মনে ভাবিলে।

আব্দুলে সৰু সৰু ঠিকা কৰে। দুটামান অফিচত ষ্টেচনাৰী যোগান ধৰা, দুই-এখন বাঁহৰ দলং, চৰকাৰী অস্থায়ী বাসগৃহ আদিৰ ঠিকা কৰি আব্দুলে বেছ দুপইচা ৰোজগাৰ কৰিছে। সেই কাৰণেই বিয়াখন পাতিবলৈ মন মেলিছে আৰু ফাতেমাক চাবলৈ আহিছে। ফাতেমাকে তাৰ পছন্দ হৈছে। গাঁৱৰ ছোৱালী। চেহেৰাখন টপ্‌টপীয়া হৈ আছে। চুলি, মুখ, নখ ক'তো প্ৰসাধন নাই, অথচ সেইবোৰ ৰং কৰা সৰস্বতীৰ প্ৰতিমাৰ দৰে চালে চকুৰোৱা হৈ আছে। আব্দুলে পাৰিলে সিদিনাই বিয়াৰ তাৰিখ কৰিব খোজে।

ভালদৰে খাই-বৈ আব্দুলহঁত গ'ল। মনটো বৰ স্ফূৰ্তি আব্দুলৰ। বাটত চমছেৰক সুধিলে ঃ ছোৱালী কেনে দেখিলি ঐ। চমছেৰে ক'লে ঃ বৰ মাল দেই। তই নানিলে ময়েই আনিলোহেঁতেন। চমছেৰৰ এনে কথাত আব্দুলে বেয়া নাপালে। বৰং চমছেৰৰ এইখিনি কথাই ফাতেমা যে সঁচাকৈ ধুনীয়া তাকে প্ৰতিপন্ন কৰিলে। আব্দুলেও ৰগৰ কৰি ক'লে ঃ ভাল বস্তু এটা দৰ-দাম কৰা মানে এইটো নুবুজায় যে মোৰ বস্তুটো পচন্দ হোৱা নাই। বস্তুটো মই কিনিমেই। গতিকে তই ওপৰা-উপৰি নকৰিবি।

ইফালে আব্দুলহঁত যোৱাৰ পিছত ফাতেমায়ো গোটেই দিনটো আব্দুলৰ মুখখনকে মানস চকুৰ আগত লৈ নানা কল্পনা কৰিছে— এই সৰু-সুৰা ঠিকা কৰোতেই মানুহটোৱে হিৰোহোন্দা কিনিছে; আকৌ যেতিয়া ডাঙৰ ঠিকা কৰিব গাড়ী এখন নিশ্চয় কিনিব। আজিকালি ঠিকাত কিমান লাভ। গাঁৱৰে মণ্ডলৰ পুতেকক দেখিছো নহয়। প্ৰথমতে গড়কাপ্তানি অফিচৰ কেৰাণী আছিল। ঠিকাদাৰবিলাকৰ বিল পাছ

কৰি ভুটো পাই উঠিল। তাৰ পিছত চাকৰি এৰি দি ঠিকাত ধৰিলে। এতিয়া চব বগা হাউলি। দুৱাৰমুখত দুখন গাড়ী। জিলালৈ দিনটোত দুবাৰ যায়...।

যথা সময়ত আব্দুল-ফাতেমাৰ বিয়া হৈ গ'ল। বিয়াৰ পিছত আব্দুলে ফাতেমাক সুখত ৰাখিবলৈ যথেষ্ট কষ্ট কৰিলে। সৰু-সুৰা ঠকা বাদ দি ডাঙৰ ঠিকালৈ মন মেলিলে। মন্ত্ৰী, এম এল এ, ইঞ্জিনীয়াৰ আদিৰ পিছে পিছে ফুৰিলে। ঠিকা এটা পালে। কিন্তু ডাঙৰ মাছে সদায় ডাঙৰ মাছ গিলে। হাতীয়ে আগে খাব, পিছতহে লাদিব। দুই লাখ টকাৰ ঠিকা। পঞ্চাশ হাজাৰ দিলেহে পাব। এই পঞ্চাশ হাজাৰ প্ৰথমতে দেৱতাৰ পূজা। তাৰ পিছত আৰু পঞ্চাশ হাজাৰমান হ'লেহে কামটোত ধৰিব পাৰিব। আব্দুলৰ প্ৰায় মূৰটো আচন্দ্ৰাই কৰাৰ দৰেই হ'ল। কিন্তু হাতত পোৱা বস্তু এৰি দিবও নোৱাৰি।

কথাটো আব্দুলে ফাতেমাৰ আগতো ক'লে। ফাতেমায়ো সমৰ্থন জনালে। ফাতেমা বিয়াৰ আগৰে পৰাই বুদ্ধিমতী ছোৱালী। বিয়াৰ পিছত বুদ্ধি আকৌ বাঢ়িছেহে। গতিকে আব্দুলক হতাশ হ'বলৈ নিদিলে। ক'লে ঃ কামটো এৰি দিব নালাগে। মোৰ হাততো চাৰি-পাঁচ হাজাৰ গোট খাইছে। তোমাৰ বেংকতো অলপ নিশ্চয় আছে। আব্দুলে মাজতে মাত দিলে ঃ বেংকতনো ক'ত থাকিব। বহুত টকা গোট খাইছিল। বিয়াত মোৰ বহুত টকা খৰচ হৈছে। তুমিতো জানাই। বিয়াত মই গাড়ীয়েই নিছো চাৰিখন। গাঁৱৰ মানুহক উঠা-বহা তিনিটা ভোজ। তোমাৰ লগত দিছো গহনা-গাঁঠৰি, পাটৰ ছেট। তাৰ পিছতো কত খৰচ। পোনাকণৰ বাৰ্থডেৰ দিনাই কত হাজাৰ খৰচ হৈছে। ঃ জানো, জানো, সব জানো। যোৱা কথা ভাবি লাভ নাই। আহা কথাৰহে চিন্তা কৰা। শুনা, এতিয়া হিৰোহোন্দাখন বেছি দিয়া। তাতে তোমাৰ কমেও ত্ৰিশ হাজাৰ আহিব। মোৰ চাৰি হাজাৰ। তোমাৰ বেংকৰ একাউণ্টত চাৰি হাজাৰতো আছে। বাকীখিনি তোমাৰ বন্ধু-বান্ধৱৰ পৰা ধাৰ লোৱা। প্ৰথমতে ইঞ্জিনীয়াৰৰখিনি দি কামটো ধৰি লোৱা। তাৰ পিছত কাম আৰম্ভ কৰিবলৈ বুদ্ধি ওলাব। আব্দুলে ফাতেমাৰ বুদ্ধিক শলাগিলে।

কথামতেই কাম। দহ দিনৰ ভিতৰত টকা যোগাৰ কৰি আব্দুলে যাক দিব লাগে তাক দি কামটো পালে। অফিচৰ বৰবাবুৱে আশ্বাস দিলে কামত ধৰা। কিছু কাম হোৱাৰ পিছতে এখন বিল পাবা। তাৰ পিছত তোমাৰ লাইন লাগি যাব।

হয়, অৱশেষত ফাতেমাৰ গহনাখিনি বন্ধকত থৈ, পথাৰৰ মাটি বেচি আব্দুলে কামটো শেষ কৰিলে আৰু বৰবাবুৰ হাতত বিল পেলাই দিলে। মূৰৰ ওপৰৰ পৰা এটা বোজা নমাই থোৱাৰ দৰে সকাহ অনুভৱ কৰিলে আব্দুলে। এতিয়া আব্দুলৰ মনটো অতি প্ৰফুল্ল। ঠিক অহংকাৰ নহয়, অলপ গৌৰৱ অনুভৱ কৰে আব্দুলে যে তেৱোঁ এজন আগশাৰীৰ কনট্ৰেক্টৰ। অসমীয়াত ঠিকাদাৰ বুলি কোৱাতকৈ, ঠিকা কৰে বুলি কোৱাতকৈ শব্দটো ইংৰাজীত ক'লে ভাল লাগে।

এই অহংকাৰ আৰু গৌৰব অলপ অলপ ফাতেমাযো কৰে। কোনো ইষ্ট-কুটুম্ব, আত্মীয়-বন্ধু ওচৰ-চুবুৰীযাই আব্দুলৰ খবৰ ল'লে কয — তেওঁ এটা ডাঙৰ কনট্ৰেক্ট পাইছে নহয তাতেই আছে। আকৌ এতিয়া কয— তেওঁ সেই জিলালৈ বিল দিবলৈ গৈছে। এতিয়া সদায়তে, কোনোৱে 'আব্দুল ঘৰত আছেনে?' বুলি খবৰ-বাতৰি ল'লে ফাতেমাই কয নাই, সেই ৰাতিপুৱাই জিলালৈ গ'ল নহয ঘূৰি অহাই নাই।

বিল জমা দিয়াৰ পিছতে ফাতেমাৰ লগত বহি আব্দুলে হিচাপ-নিকাচ এটা কৰি পলালে - কিমানখিনি প্ৰফিট হ'ব। দেৱ-দেৱীক পূজা-পাতল দিয়াৰ পিছত নেট প্ৰফিট আশী হাজাৰ টকা ৰ'বগৈ। প্লাচ হিৰোহোন্দা আৰু মাটিৰ টকাখিনিও হাতলৈ আহিব। গতিকে ইয়াৰ পিছৰ কনট্ৰেক্টটো কৰিবলৈ ধনৰ কোনো অভাৱ নহ'ব। ফাতেমা আৰু আব্দুলৰ আলোচনা পৰিকল্পনা পৰিতৃপ্তি আৰু কল্পনা। আনন্দত দুয়ো কাপলা বিলৰ সৰু মাছ খাই আছে।

গাঁৱৰো আজিকালি আব্দুলক সকলোৱে অলপ ওপৰত ভাবে। কেতিয়াবা মৰ্চিদেল বালেৰ সংঘৰ ফালে ওলাই গ'লে সকলোৱে আব্দুলক সোধে টিকা কেনে আছে। আব্দুলেও ভাল বুলিয়েই কয়। বিলৰ টকা পালে মছজিদ আৰু সংঘত কিছু দান খৰচ দিব লাগিব বুলি দাবী কৰে। আব্দুলে না নকৰে। আল্লাই দিলে--- কাপু বৰগুনি কি মছজিদটো পকী কৰি দিব সংঘত এখন টেবুল টেনিছ কিনি দিব।

ইতিমধ্যে আব্দুলে মাজে মাজে জিলালৈ বিলখনৰ খবৰ কৰিবলৈ যোৱা আৰম্ভ কৰিছে। বিলৰ টকা আদায় দিয়া অফিচৰ বৰবাবু মিঃ ভৰালী। বৰ অমায়িক মানুহজন। তামোল খায বৰকৈ। আব্দুলে পোনে পোনে গৈ তেওঁকেই দেখা কৰে। দুখন জৰ্দাপাণ কাগজেৰে বান্ধি লৈ তেওঁৰ হাতত দিয়ে আৰু সোধে ° ছাৰ, বিলবোৰ পাছ হৈছেনে? ভৰালীয়ে তেওঁৰ নিজৰ ষ্টকৰ পকা তামোল এখন মুখত সুমুৱাই, চাধা চূণ একোপা চুলৰ পাৰি দাঁতত হাতৰ আঙুলিৰে লেপি দি তামোলখন পাগুলি পাগুলি পিককাখিনি খিৰিকীৰে পেলাই আহিহে আব্দুলৰ প্ৰশ্নৰ উত্তৰটো দিয়ে : ইমান সোনকালে বিল পাছ হ'বনে? চৰকাৰৰ টকাই নাই। আপোনাৰতো এখন সৰু বিল। কোটি, অৰ্ধকোটি টকাৰ বিল কত পৰি আছে। আপোনাৰ বিল ছাবমিট কৰাৰ এমাহহে হ'ল।

আব্দুলৰ মুখ শুকাই যায। আব্দুলে মনে মনে ভাবে— মোৰ সামান্য বিল? দুই লাখ টকাৰ বিল সামান্য। চৰকাৰৰ টকা নাই? কি আচৰিত। সাগৰত যদি কোনোবাই পানী নাই বুলি কয়, পৰ্বতত যদি শিল নাই বুলি কয়— কোনোবাই বিশ্বাস কৰিবনে? টকাৰ মালিকেই হ'ল চৰকাৰ। টকা তৈয়াৰ কৰে চৰকাৰে, খৰচ কৰে চৰকাৰে, আৰু সেই চৰকাৰৰ হাতত টকা নাই। চৰকাৰৰ হাতত টকা নাইৰ ৰহস্যটো আব্দুলে বৰ বেছি বুজি নাপায়। গতিকে তেনে অমংগলীয়া কথা আব্দুলে নাভাবে। তেওঁৰ মনত বৰবাবু ভৰালীয়েই চৰকাৰ, মালিক, সব কিছু। ইচ্ছা কৰিলেই তেওঁ আব্দুলৰ অলপমান টকাৰ বিলখন পটকৰে পেমেণ্ট কৰি দিব পাৰে। বহুত সময় সেমেনা-

সেমেনি কৰি থাকি আব্দুলে ভৰালীক সুধিলে ঃ ছাৰ, তেনেহ'লে মই কেতিয়ামানে খবৰ ল'ম? ভৰালী ঃ আপুনি সোনকালে খবৰ নল'ব! মিনিষ্টাৰৰ পৰা যিবিলাক বিল পেমেণ্ট কৰাৰ অৰ্ডাৰ আহিব সেইবিলাকহে প্ৰথমতে দিব পাৰিম। আপোনাৰ কোনো মিনিষ্টাৰৰ লগত চিনাকী আছে নেকি? মোৰ তেনেকে চিনাকী নাই। কিন্তু এইবাৰ ইলেকচনৰ সময়ত সুকুমাৰ দাসে মোক কৈছিল বোলে আব্দুল, মই যদি ইলেকচনত জয়লাভ কৰো তেন্তে তোমালোকে মোৰ পৰা সুবিধা পাবা। আমাৰ ৰহমান এমেলেও মোক জানে। ঃ তেন্তে পাৰে যদি তেওঁলোকৰ পৰা কিবা লিখি আনক। আব্দুল ঃ ক'ত পাৰিম ছাৰ। তেওঁলোকক লগ ধৰাই টান। কত যে পাছ ল'ব লাগে। কেইটা যে চেকগেটত পৰীক্ষা। ৰাম-লক্ষ্মণ পাতাললৈ তেলেকাসুৰক মাৰিবলৈ যাওঁতে যিমান বাধা-বিঘিনি আতিক্ৰম কৰি যাব লাগিছিল তাতকৈও অধিক বাধা-বিঘিনি অতিক্ৰম কৰিব লাগে আমাৰ মন্ত্ৰীসকলক দেখা কৰিবলৈ যাওঁতে। গতিকে আমাৰ দৰে নৰ-মনিচে ক'ত পাৰিম। এটা দীঘলকৈ দুখৰ হুমুনিয়াহ এৰিলে আব্দুলে। ভৰালীয়ে এটা দীঘল হাঁহি মাৰিলে।

বেলি হালিলেই। আব্দুলে বেগাবেগিকৈ গৈ বাছখন ধৰিলে। বাছত বৰ ভিৰ। আজিকালি গাঁৱৰ মানুহবোৰ জিলালৈ সদায় আহে। কি যে কৰে আহি। অত কষ্ট কৰি আহে, অথচ কামবোৰ নহয়। অহা যোৱা কৰোতে কত খৰচ। আজিকালি বাছৰ ভাড়াও বহুত বাঢ়িল। বাছখনৰ ভিতৰত থিয় দিবলৈকো জেগা নাই। তথাপি কষ্টৰ কথা পাহৰি থাকিবলৈকে মানুহৰ কথা ভাবিছে আব্দুলে। আৰু ভাবিছে এইবোৰো মোৰ দৰে দুখতে থকা মানুহ। নহ'লেনো অত কষ্ট কৰি জিলালৈ অহা-যোৱা কৰি থাকেনে!

ঘৰ পাওঁতে আব্দুলৰ ভালেখিনি নিশা হ'ল। ফাতেমাই গোটেই দিনটো নানা কল্পনা কৰি কৰি সন্ধিয়াৰ পৰা নিশালৈকে কেৱল অপেক্ষা কৰি আছে আব্দুললৈ। অধীৰভাৱে, উৎকণ্ঠিত হৈ। ইমানখিনি নিশা হ'ল— মানুহটো আহি নাপালে। আজিকালি যিহে দিন-কাল হৈছে হাতত এশটা টকা লৈ অহাও টান। মাষ্টৰ, পিয়নৰ বেতনখিনিকে কাঢ়ি লৈ যায়। আব্দুলৰ কাহটো শুনাৰ লগে লগে ফাতেমাৰ যেন জীউটো ঘূৰি আহিল। পোনে পোনেই সুধিলে ঃ ইমান দেৰি হ'ল! ঠিক যেন প্ৰশ্ন নহয়। তাই যেন অত পলম হোৱাৰ বাবেই উৎকণ্ঠিত হৈ আছে— বাক্যটোৰ উচ্চাৰণ তেনেভাৱে কৰিছে। আব্দুলে কোনো উত্তৰ নিদিলে। বাহিৰৰ টিউবৱেলটোতে মুখ-হাত ধুই বহিল। ফাতেমাই সান্দহেৰে চাহ দিলে। তাৰ পিছত সুধিলে ঃ বিলৰ কিবা হ'লনে? আব্দুলেও নিৰুদ্বেগ ভাবেই উত্তৰ দিলে ঃ নাই ইমান সোনকালে ক'ত হ'ব। আমাৰ বিলবোৰত হাতেই দিয়া নাই। ফাতেমাই আৰু একো নুসুধিলে। তেওঁ ৰান্ধনিঘৰত সোমাল। আব্দুলে বিছনাত পৰি অলপ জিৰণি ল'লে।

দিনবোৰ ক্ৰমে বেয়াৰ ফাললৈহে গ'ল। ইয়াৰ পিছতো আব্দুলে এবাৰ নহয়,

দুবাৰ নহয় পাঁচবাৰমান জিলালৈ গৈ ভৰালী বাবুৰ ওচৰত খবৰ ল'লে আৰু নিৰাশ হৈ ঘূৰি আহিলে। নাই, বিল পাছ হোৱাৰ কোনো সংকেতেই নাই। সকলোকে লগ ধৰি ধৰি আব্দুল ভাগৰি পৰিল। বৰবাবু ভৰালীৰ লগতো এদিন তৰ্কা-তৰ্কি হ'ল বোলে ছাৰ আপুনিয়েইতো মোৰ পৰা টকা লৈ ওপৰত দিছিল। এতিয়া বিলখন পাছ কৰাৰ সময়ত আকৌ ওপৰৰ পৰা কি অৰ্ডাৰ লাগে? আপুনি বৰ ঘূৰাইছে ছাৰ। মোৰ খং উঠিব লাগিলে কিবা এটা কৰি পেলাম কিন্তু...। ভৰালী বৰ ধীৰ-স্থিৰ মানুহ। এইখন টেবুলত তেওঁ বৰযুগত তিতা, ৰ'দত শুকোৱা মানুহৰ দৰে একোলৈকে ভয় নকৰা হৈ গৈছে। কত ঠিকাদাৰ, ইঞ্জিনীয়াৰ, মিনিষ্টাৰ তেওঁৰ হাতেৰে পাৰ হৈ গ'ল। অন্তৰত খং, ক্ষোভ, উত্তেজনা নাই। আব্দুলতো এজন সাধাৰণ ঠিকাদাৰ। ভৰালীয়ে খুব শান্ত, সৌম্য ৰূপত হাঁহি এটা মাৰিলে। হাঁহি মাৰি ক'লে : অধৈৰ্য নহ'ব। ভুকুতে কল পকা দিন আজি আৰু নাই। মই আপোনাৰ টকাখিনি ওপৰত দিয়া সঁচা। কিন্তু ইয়াৰ অৰ্থ এইটোৱেই নহয় যে ফিল্ডৰ কাম সমাপ্ত হোৱাৰ লগে লগেই আপুনি টকাখিনি মানে বিলৰ টকাখিনি পাই যাব। পূৰ্বৰ টকাখিনি দিয়াৰ অৰ্থই হ'ল আপুনি কামটো পালে। প্ৰক্ৰিয়া আৰু বহুত আছে। ভাল ঠিকাদাৰ হ'বৰ কাৰণে এইবিলাক ৰৰ্কছপহে। তাৰ পিছতহে ইমপ্লিমেণ্ট। আব্দুলে এইবোৰ শব্দৰ অৰ্থ নুবুজিলে। কিন্তু তেওঁ যে হঠাতে এটা ভুল কৰি পেলালে; সেইটো বুজিলে আৰু ভৰালী বাবুক ক্ষমা খুজি গুচি আহিল।

লাহে লাহে আব্দুলৰ অৱস্থা বেয়াৰ ফালে আহিল। সৰু-সুৰা ঠিকা কৰিবলৈকো কোনো উপায় নাই। একেবাৰে নিঃস্ব হৈছে। এই কথা লাহে লাহে ফাতেমায়ো বুজি পাইছে। গাঁৱৰ মানুহেও বুজি পাইছে। সকলোৱে আব্দুলৰ দুৰ্দশাৰ কথা বুজি পোৱাৰ পিছত আব্দুলৰ দুখৰ মাত্ৰা আৰু বেছি বৃদ্ধি পাইছে। তেওঁৰ এতিয়া কাম জিলালৈ যোৱা আৰু একমাত্ৰ আশা বিলৰ টকাখিনি পোৱাৰ।

ফাতেমাই হাঁহ, পাৰ আৰু কুকুৰা পুহিছে। নিজৰ বাৰীখনত বতৰৰ শাক-পাচলি কৰিছে। হাঁহ, কুকুৰাৰ কণী, পাৰ, মুৰ্গী, শাক-পাচলি সাপ্তাহিক বজাৰত বিক্ৰী কৰি যিখিনি পাইছে তাৰে ঘৰ-সংসাৰ চলাইছে। অন্তৰ দুখত দহিছে, কিন্তু বাহিৰখন কোনোমতে বৰ্তাই ৰাখিছে।

আব্দুলে এতিয়া মাহত তিনি দিন জিলালৈ যায়। পৰীক্ষাৰ খবৰ ল'বলৈ যোৱা ছাত্ৰৰ দৰে অশেষ উৎকণ্ঠা, উদ্বিগ্নতা লৈ ৰিজাল্টছিটটোৰ কাষ চাপে— কিজানি পাছ কৰিছেই। কিন্তু নাই— ৰিজাল্টছিটত তেওঁৰ নামটো নাই। মুখখন সাপে খোঁটা মানুহৰ দৰে ক'লা পৰি যায়। বাটত আহি কান্দে। চাহ এটুপি খাবলৈও পকেটত টকা চাৰিটা নাই। দুই টকাৰ চাহ, দুই টকাৰ গজা বা নিমকি এখন। গাড়ীৰ ভাড়াখিনি কোনোমতে যোগাৰ কৰি আনে।

এদিন বৰবাবু ভৰালীয়ে ক'লে : অহা সপ্তাহত কেইখনমান বিল পাছ হোৱাৰ

কথা আছে। চাওঁচোন আপোনাৰখনো আহে নেকি। আপুনি সাত তাৰিখমানে খবৰ এটা ল'ব। বৰবাবুক চালাম কৰি আব্দুল ৰংমনে ঘূৰিলে।

সিদিনা আব্দুলৰ মনটো বৰ ভাল লাগি গ'ল। সাত তাৰিখলৈ কিমান দিন আছে আঙুলিৰ ৰেখাত গণিলে। প্ৰফুল্ল মনেৰেই ঘৰ আহি পালে। আহিয়েই ফাতেমাৰ আগতো কথাটো ক'লে। ফাতেমাৰ প্ৰাণত আনন্দৰ সঞ্চাৰ হ'ল। আল্লাৰ ওচৰত আঁঠু ল'লে। ধূপ আৰু কেণ্ডেল জ্বলালে।

চাওঁতে চাওঁতে ছয় তাৰিখটো আহি পালে। কাইলৈ সাত তাৰিখ। ফাতেমাক কথাটো ক'লে ঃ কাইলৈ পহিলা বাছখনত যাম। কিন্তু মোৰ হাতত ফুটাকড়ি এটাও নাই। ফাতেমাযো ক'লে ঃ মোৰ গতত ক'ত থাকিব। যোবা হাটত কণী আৰু লাউ বেচা পইচাখিনিৰে ঘৰৰ বজাৰ নকৰিলোনে। ঃ কিন্তু কাইলৈ যাবতো লাগিব। ডেকৰাটোকে দে। মতিনকাকাক দি আহোঁ। তই চিন্তা নকৰিবি। কাইলৈ বিলখন পালে তোক পাঁচটা ডেকৰা আনি দিম। ফাতেমাই দুখমনেৰে ডেকৰাটো আনি হাতত দিলে। আব্দুলে গাৰ চাদৰখনেৰে ঢাকি ডেকৰাটো নি মতিন দোকানীক দিলে ঃ দে কাকা দুই কেজিমান হ'ব। টকা এশ দে। মতিনে নিদিলে। টকা পঞ্চাশটাহে দিলে।

পহিলা বাছখনতে আব্দুলে গৈ জিলা পালে। অফিচ-কেছাৰী খোলাই নাই। আব্দুলে দুবৈৰ পৰা বৰবাবু অহা লক্ষ্য কৰি থাকিল। আহিল বৰবাবু। তেওঁ চকীত বহিল নে নাই আব্দুলে গৈ গুডমৰ্ণিং দিলেই। বৰবাবুৱে ক'লে ঃ মই আহি পাইছো মাথোঁ। আপুনি এঘাৰমান বজাত আহক। বিনা বাক্যব্যয়ে আব্দুল গৈ বাহিৰৰ পাণ দোকান এখনৰ ওচৰত বৈ ঘড়ীৰ কাঁটা চাই থাকিল। এঘাৰটা বাজিল। আৰু দহ মিনিট ৰ'ল। লাহে লাহে গৈ ভৰালী বাবুৰ ওচৰত থিয় হ'ল। বৰবাবুৱে ক'লে ঃ ৰ'ব, লিষ্টখন চাওঁ। আপোনাৰ নাম আছে নে নাই। চালে। নামবোৰ পঢ়ি গ'ল। একৰ পৰা পঞ্চাশলৈ— হৰিহৰ শৰ্মা, কৃষ্ণ লহকৰ, জীৱকান্ত গোহাঁই, সোণেশ্বৰ দাস । হেঃ আপোনাৰ নাইহে।

আব্দুলৰ অষ্ঠ-কণ্ঠ শুকাই গ'ল। সেপঢুকি সুধিলে ঃ আৰু কেতিয়ামানে খবৰ ল'ম? ঃ খবৰ আৰু নল'ব। গভৰ্ণমেণ্টৰ টকা নাই। অহা তিনি মাহলৈ সব পেমেণ্ট ষ্টপ কৰি দিছে।

আব্দুলৰ মূৰত বজ্ৰপাত পৰিল। নিথৰ, নিশ্চুপ হৈ কিছুপৰ থিয় হৈ থাকিল। পিয়নে বৰবাবুক চাহাবে মাতিছে বুলি কোঠাত দৌৰি গ'ল। ধীৰে ধীৰে, পেট কাটি ওলাই অহা ৰোগীৰ দৰে আব্দুল ওলাই আহিল। দুধাৰি চকুলো সৰি মাটিত পৰিল। তথাপি চকু দুটা নমচিলে। অফিচৰ সন্মুখতে থকা প্ৰকাণ্ড আহঁত গছজোপাৰ তলত বৈ আব্দুলে কান্দিলে।

...ঘৰত হাউ-হাউকৈ কান্দিলে আব্দুল শ্বেখৰ পত্নী ফাতেমা বেগমে। চিঞৰি চিঞৰি ক'লে ঃ তই মোৰ মস্ত ডেক্ৰাটো পঞ্চাশ টকাতে বিকি দিলি। মই এশ

বিশ টকা পালোহেঁতেন। হিৰোহোন্দা চাই বিয়াত বহিলো। ভাবিছিলো গাড়ী হ'ব। আল্লাই মোৰ কপালত ইয়াকেহে লিখিছিল ।

ঘৰত কিবা অসুখ-বিসুখ হোৱা বুলি ওচৰ-চুবুৰীয়াৰ মানুহ ভৰি পৰিছিল আব্দুলৰ চোতালত। আব্দুল আঁঠু দুটাৰ মাজত মূৰটো সুমুৱাই নিশ্চুপ হৈ বহি আছিল। কান্দোনৰ ৰহস্যটো বুজি উঠাত মানুহবোৰ নিজে নিজে আঁতৰি গৈছিল। ইয়াৰ পিছতহে আব্দুলৰ চকুৰে পানী ওলাইছিল। ধাৰাসাৰ।

আকৌ তিনি মাহ অপেক্ষা কৰিবলৈ আব্দুল মানসিকভাৱে প্ৰস্তুত হ'ল। পিছদিনা ৰাতিপুৱাই আব্দুল আকৌ জিলালৈ গ'ল। মোনাৰ ভিতৰত সুমুৱাই নিলে এখন দা। দাখনেই এতিয়া আব্দুল শ্বেখৰ জীৱিকাৰ সম্বল। হাজিৰা কৰা মানুহৰ পোছাক এযোৰ পিন্ধি আব্দুলে দাখন হাতত লৈ ঘূৰি ফুৰিলে। মূৰত এটা গামোচাৰ পাগুৰি। গামোচাখনৰে আঁচল এটা টানি আনি মুখখন ঢাকি লৈছে। কান্ধত এখন মলিয়ন কাপোৰৰ মোনা।

কিন্তু বেছি সময় ঘূৰিব নালাগিল আব্দুলে। চাৰিআলি এটাৰ মূৰত থিয় হওঁতেই এজন মানুহ স্কুটাৰ এখনৰ পৰা আব্দুলৰ ওচৰতে নামিল আৰু সুধিলে ঃ ঐ, কাম কৰিবি? ঃ কৰিম বাবু। আহ, মোৰ গাড়ীতে উঠ। আব্দুল জাঁপ মাৰি উঠিল। বেছি দূৰ নহয়। গেটৰ মুখত স্কুটাৰ ৰ'ল। আব্দুল নামিল। মানুহজনৰ পিছে পিছে গ'ল। মানুহজনে ক'লে ঃ মোৰ বাৰীখন পৰিষ্কাৰ কৰি দিব লাগে। চাবি যাতে পাণ, জালুকৰ গছ আদি কটা নাযায়। এইখন কোৰ।

আব্দুলে কিন্তু মানুহজনক চিনি পাইছে, মানুহজনে চিনি পোৱা নাই। ভাগ্যৰ কি পৰিহাস! কোৰেৰে বাৰীখন চাচি-চুৰুকি চিকুণ কৰি দিলে। কপালৰ ঘামত গাল, মূৰৰ গামোচা তিতি গৈছে। তিতি গৈছে শৰীৰৰ ফটা-ছিটা কামিজ। তথাপি সেইবোৰ খোলা নাই। খুলিলেই ধৰা পৰি যাব।

আব্দুলৰ কামত মানুহজন সন্তুষ্ট হ'ল। চাহ-জলপান খুৱাই টকা পঞ্চাশটা হাতত দি ক'লে ঃ তোৰ কাম মই বৰ ভাল পাইছো। ক'ত থাক? ঃ গাঁৱত ছাৰ! — তলমূৰকৈ আব্দুলে ক'লে। ঃ ডেকা মানুহ। ঠিকা-তিকা নকৰ কেলেই। কামতো সদায় নোপোৱা। মোৰ অফিচলৈ কেতিয়াবা আহিবিচোন। মানুহজনে আব্দুলক অফিচৰ ঠিকনাটো দিলে।

গেট খুলি আব্দুল বেগেৰে ওলাই আহিল। অলপ দূৰৈৰ পৰা ঘৰটোলৈ এবাৰ চালে— কিযে মনোৰম বাংলা। সন্মুখত নানা ৰঙৰ ফুলৰ বাগিচা। ভিতৰৰ বাৰীখনত কি গছ যে নাই, কি ফল যে নাই!

আব্দুলৰ এটা দীঘল হুমুনিয়াহ ওলাই আহিল আৰু বেগাই খোজ দিলে। ঘৰটো নেদেখা হোৱাৰ আগতে আকৌ এবাৰ ঘূৰি চালে আব্দুলে আৰু ভাবিলে— ভৱালী ছাৰৰে ঘৰটো ইমান ধুনীয়া, ইঞ্জিনীয়াৰ চাহাবৰ বা আৰু কিমান ধুনীয়া!!□

# আশ্বাসৰ বেদনা

প্ৰথম দিনাখন মানুহজনক দেখা কৰিবই নোৱাৰিলো। লোকে-লোকাৰণ্য। অফিচ বুলি ভাবেই নহয়। বঙলাগড়ৰ শুকুৰবৰীয়া গৰুৰ বজাৰৰ দৰে লাগে। অথবা মাঘবিহুৰ উৰুকাৰ মাছ কিনিবলৈ যোৱা বজাৰ যেন লাগে। অফিচখনৰ দুৱাৰমুখৰ পৰা তেওঁৰ চেম্বাৰলৈকে কেৱল মানুহ, মানুহ, মানুহ। যুৱক-যুৱতী, বিধৱা, আদ বয়সীয়া, বুঢ়া আদি সকলো শ্ৰেণীৰে মানুহ।

ভাৰতবৰ্ষৰ যিসকল ধৰ্মগুৰু, বিখ্যাত তীৰ্থস্থান এইসকলক দৰ্শন কৰিবলৈ সাধাৰণতে অসংখ্য ভক্তৰ ভিৰ হয়। তথাপি কোনো ভক্তই দৰ্শন নকৰাকৈ উভতি আহিব নালাগে। কিন্তু মই যাৰ কথা ক'বলৈ ওলাইছো, তেওঁক দৰ্শন কৰিবলৈ গৈ অসংখ্য মানুহ নিৰাশ হৈ আহিব লাগে। তেওঁক ৰক্ষণা-বেক্ষণা দিবলৈ যিসকল দমৰাক নিযুক্ত কৰা হৈছে— তেওঁলোকে দৰ্শনাৰ্থীক খুঁচি, লথিয়াই বাহিৰ কৰি দিয়ে।

মোৰ ভাগতো দুদিনমান তেনে খোঁচ, লাঠি পৰিছিল। কিন্তু তৃতীয় দিনত সেই খোঁজ আৰু লাঠি প্ৰতিহত কৰি "প্ৰৱেশ নিষেধ"খনৰ তলেৰে সোমাই গৈ তেওঁক আগুৰি ধৰি বহি থকা ভগুসকলৰ মাজতে বহি পৰিলো। তেওঁ লিখা, চহী কৰাত ব্যস্ত। কাৰো ফালে মূৰ তুলি চোৱাৰ সময় নাই। সকলোৱে আগ্ৰহেৰে তেওঁৰ মুখলৈ চাই আছে। কিন্তু তেওঁলোকৰ আগ্ৰহ আৰু ঔৎসুক্যৰ কোনো প্ৰয়োজন নাই। কাৰণ যিজন দেৱদূতে তেওঁৰ চহী লৈ আছে— সেইবোৰ চহী আগ্ৰহেৰে বৈ থকাসকলৰ নিমিত্তেহে।

এটা সময়ত সেই দেৱদূতৰ পিছে পিছে সেই ভগুসকল সুৰ-সুৰকৈ ওলাই গ'ল। মই অকলশৰীয়া হৈ পৰিলো। প্ৰভুৱে খন্তেক পিছত মূৰ তুলি চালে আৰু পুনৰাই ফাইলৰ পাত লুটিয়াই সুধিলে ঃ কি লাগে? প্ৰথমতে মোৰ পৰিচয় প্ৰদান কৰিলো ঃ মই ছাৰ ৰত্নেশ্বৰ বৰগোহাঁই। মোৰ নামটো আপুনি নিশ্চয় শুনিছে ছাৰ। ঃ নাই শুনা। কওকচোন আপুনি কি নিমিত্তে বিখ্যাত। ঃ মই এজন লেখক। ঃ কি লিখে? ঃ গল্প, উপন্যাস, নাটক, সমালোচনা সকলোবোৰ লিখো। ঃ ক'ত লিখে? ঃ সকলো আলোচনী, বাতৰি কাকত আদিত লিখো। ঃ সেইবোৰ পঢ়িবলৈ আমাৰ সময় ক'ত!

অফিচত ঘৰৰ কাম, ঘৰত অফিচৰ কাম কৰোতেই আজৰি নাপাওঁ। কাকত, আলোচনী ক'ত পঢ়িব হেৰি। অৱশ্যে সাহিত্যিকৰ প্ৰতি মোৰ ভাল ভাব এটা আছে। ময়ো স্কুল, কলেজত পঢ়ি থাকোতে স্কুল, কলেজ আলোচনীত দুই-এটা কবিতা লিখিছিলো। কিন্তু চাকৰিত সোমাই সেইবোৰ সব গ'ল। বাৰু, আপুনি কিবা কিতাপ বেচিবলৈ আহিছে নেকি? ঃ নাই, মই কোনো কিতাপ বেচিবলৈ অহা নাই। এটা বৰ জৰুৰী কামতহে আপোনাৰ ওচৰলৈ আহিছিলো।

তেনেতে টেলিফোন এটা আহিল। ঃ হয় ছাৰ, যাম ছাৰ, এতিয়াই গৈ আছো। ভাল ছাৰ, ইয়েছ ছাৰ, থেংক ইউ ছাৰ। টেলিফোন থ'লে আৰু তেওঁৰ চাপ্ৰাচি বৰুণক ক'লে ঃ মোৰ ব্ৰিফকেছত কাগজ-পত্ৰবোৰ ভৰাই দে বৰুণ। মোৰফালে চাই ক'লে ঃ অ' আপুনি কওকচোন, কি ক'বলৈ আহিছিল। মোৰ ভনীজনীয়ে আপোনাৰ ইয়াতে পৰীক্ষা দিছে। তাই অকালতে বিধৱা হৈছে। ল'ৰা-ছোৱালীকেইটি একেবাৰে সৰু। তাইৰ কোনো সম্বল নাই। আপুনি দয়া কৰি তাইক চাকৰিটো দিব। তাইৰ লেখা পৰীক্ষা, মৌখিক পৰীক্ষা দুয়োটা ভাল হৈছে। কথাখিনি একে উশাহে ক'লো। তেওঁ কাগজ-পত্ৰবোৰ ঠিক-ঠাক কৰি লোৱাৰ ব্যস্ততাৰ মাজতে মোক ক'লে ঃ তেওঁৰ নাম-ঠিকনা; ৰোল নং এখন কাগজত লিখি দিয়কচোন। মই চাম বাৰু। এতিয়া যাওক, মোক মিনিষ্টাৰে মাতি পঠিয়াইছে।

মই নাম-ঠিকনা লিখি থোৱা কাগজ-টুকুৰা জেপত ৰাখিছিলোৱেই। মৃতকৰ মূৰ্তিত শ্ৰদ্ধাঞ্জলি দিয়া এপাহ ফুলৰ দৰে তেওঁৰ হাতত সেইখন তুলি দিলো। তেওঁ চিটিবাছৰ টিকটটোৰ দৰে জেপত সুমুৱাই ল'লে আৰু ৰে'লত উঠিবলৈ যোৱা মানুহৰ দৰে ঢপলিয়াই গৈ সম্মুখত ৰৈ থকা জীপ এখনত উঠিল। বায়ুবেগে গাড়ী চলিল। মোৰ বুকুখন ভৰা-কলহৰ দৰে গৌৰব, আনন্দত থক্-বক্ কৰিবলৈ ধৰিলে। জীপৰ দৰে উৰি যোৱাদি ঘৰ পালো।

ঘৰ পায়েই আইকণক ক'লো ঃ হে যাব, তেওঁক লগ পাইছো। তেওঁ তোৰ নাম-ধাম লিখি ৰাখিছে। বৰ ভাল মানুহ। যেনে-তেনে হ'ব বুলি কৈছে। মোৰ ভনীজনীৰ নাম আইকণ। ভনীজোঁৱাই আছিল পাঞ্জাবাৰী প্ৰাথমিক বিদ্যালয়ৰ পণ্ডিত। বি.এ. পাছ কৰি ঘূৰি আছিল। ইলেকচনত খাটি দিয়া কাৰণে দধি এম. এল. এ ডাঙৰীয়াই স্কুলত সুমুৱাই দিছিল। তাৰ পিছতে মোৰ ভনীজনীৰ লগত বিয়া। তাই হায়াৰ ছেকেণ্ডাৰী পাছ। ভনীজোঁৱাইৰ মৃত্যুৰ পিছত তাই চাকৰি এটাত সোমাবলৈ হাবাথুৰি খাইছে, মই হাবাথুৰি খাইছো। কিন্তু ক'তো খিতাপি ল'ব পৰা নাই। প্ৰথমতে হেৰোৱা গৰু বিচৰাৰ দৰে চাকৰি বিচাৰিছো, তাৰ পিছত গৰুটোৰ খবৰ পাই বোলে এনেকুৱা গৰু এটা গণেশগুৰিত দেখিছো বুলি কোৱাৰ পিছত বিচৰাৰ দৰে বিচাৰিছো— নাই ক'তো নাই। কত দিন বৰশীত মাছ ধৰাৰ দৰে আশাপালি বৈ আছো। নাই মাছে খুঁটিয়াব নোখোজে।

আজি যেন মাছে খোঁট এটা মাৰিছে— এনে ভাবত মনটো আনন্দতে ভৰি পৰিছে। আইকণৰ মুখতো হাঁহি বিৰিঙিছে। কিবা এটা পাব বুলি ভাবিলে মানুহৰ মন সাধাৰণতে ভাল লাগি থাকে। ভনীজোঁৱাইৰ অকাল মৃত্যু। ''ফ'ৰ জিৰো ছেভেন'' এখনে খুন্দিয়াই মাৰিছে। পুলিচেও নধৰিলে, কোনো সাক্ষীও নোলাল। এক পইচাও কাৰো পৰা ক্ষতিপূৰণ নাপালো। আইকণে বহুত দিন কান্দিলে, চকুপানী টুকিলে, নাখাই-নবৈ শুকাই-খীণাই খেৰডালৰ দৰে হ'ল। শেষত বুজনিত চাকৰি এটা পোৱাৰ আশাত মনস্থিৰ কৰিলে, ধৈৰ্য ধৰিলে। তাই আজি হাঁহিছে, এমুঠি ভাতো বেছিকৈ গিলিছে।

কেইদিনমান পিছত আকৌ তেওঁৰ ওচৰলৈ গ'লো। সিদিনাও সেই একে ধৰণৰে তেওঁৰ ব্যস্ততা। ভূত-প্ৰেত, পিশাচ, যখ-যখিনী আদি সকলোৱে আগুৰি ধৰি আছে। তেওঁ বহি আছে হিৰণ্যকশিপু, কংসৰ দৰে। গৰ্ব, অহংকাৰ, অহমিকাত গালৰ মাংস ৰঙা পৰি আছে। ৰাজসভা ভংগৰ শেষত চকীদাৰ বহি থকাৰ পিছত, বিয়াৰ দিনা নিশা দৰা-কইনা লৈ যোৱাৰ পিছত, শূন্য ৰভাতলত কেৱল ৰান্ধনি ঠাকুৰে পইচাৰ আশাত বহি থকাৰ দৰে মই কেৱল বহি থাকিলো। তেওঁ মোক সোনকালেই বিদায় দিলে ঃ আপুনি এতিয়া যাওঁক। মই সেইবোৰ চাবই পৰা নাই। মানে লিষ্টখন প্ৰিপিয়াৰ কৰাই নাই। হ'ব। আপুনি যাওক। পিছত খবৰ ল'ব।

আনন্দমনেই ঘূৰি আহি আইকণক খবৰটো দিলো। তাই আশাৰেই বাট চাই থাকে পদূলি-মুখত। ভাবে কিজানি মই নিয়োগপত্ৰখন হাততে লৈ আহিছো। এনে আশা পূৰণ নহ'লেও অন্ততঃ তেওঁক লগ ধৰি অহা আৰু তেওঁ আশ্বাস দিয়া খবৰটোকে দিলে তাই বৰ আনন্দিত হয়। পথাৰত মাছ যেতিয়া আছে, কাৰৈ-লেঙি জালখন পাতি থৈ আহিলে নিশাটোৰ ভিতৰত অন্ততঃ কেইটামান কাৱৈ মাছ জালত লাগিবই। এনে আশাত নিশাটো ভালদৰে টোপনি আহে।

আমাৰ অৱস্থা সঁচাকৈ দিনে দিনে বেয়াৰ ফালে আহিছে। মোৰো স্থায়ী চাকৰি এটা হোৱা নাই। কেইদিনমান এখন কাকতত প্ৰুফৰিডাৰ হিচাপে সোমাইছিলো। প্ৰথমতে ভাবিছিলো তাতেই জীৱিকাৰ শেষ স্থান হ'ব। কিন্তু কাকতখন বেছিদিন নিটিকিল। মোৰেই নহয়, ভালেকেইজন লোকৰ জীৱনৰ আলাই-আথানি হ'ল। এতিয়া লিখি যি দুই-চাৰি টকা পাওঁ সেয়া একেবাৰেই নহয়। ভালেমান কাকত, আলোচনীয়ে আকৌ মাননিখিনিও নিদিয়ে। অসমত কাকত উলিওৱাৰ ধুম যিমান বেছি, মৃত্যুও সিমান বেছি।

মোৰ অকলশৰীয়া জীৱনটোৰ কাৰণে যি পাইছিলো সেয়েই যথেষ্ট আছিল। কিন্তু মাজতে আইকণ আহি সব খেলি-মেলি লগাই দিলে। মোৰ ওচৰলৈ নাহি তাই যাবইবা ক'লৈ? আমাৰ মা-দেউতা, আন ভাই-ভনী আৰু কোনো নাই। তাই মোৰ একমাত্ৰ ভনী আৰু মই তাইৰ একমাত্ৰ ককায়েক। আইকণৰ শহুৰেকৰ ঘৰখনতো কোনো

নাই। তাইৰ গিৰিয়েকেই আছিল একমাত্ৰ ল'ৰা। মাউৰা ল'ৰা। বৰ মৰমিয়াল ল'ৰা। আইকণ সুখত থাকিব বুলিয়েই তেওঁক ধৰি আনিছিলো। কিন্তু ভগৱানে তাইক সুখত থাকিবলৈ ক'ত দিব! সকলো সুখ নিঃশেষ হৈ যোৱাৰ পিছত বিধৱা ছোৱালী এজনীৰ বাবে চাকৰি এটাই সুখৰ আধাৰ। সেয়ে ইমান উঠিপৰি লাগিছো। আচলতে মই যোত্ৰৱান হোৱা হ'লও ইমান এটা ভাবিবলগীয়া নাছিল। মোৰো আয়ৰ পথ সীমিত। ভাগ্যে মই বিয়া কৰোৱা নাই। বুলিহে!

কেইদিনমান পিছত আইকণে খবৰ এটা দিলে বোলে ককাইদেউ, আমাৰ গাঁৱৰ ৰাজেন কাকতী নামৰ মানুহ এজনে তাতে কাম কৰে। তেওঁৰ হেনো চাহাবৰ লগত বৰ ভাল। তেওঁক এবাৰ লগ ধৰি কথাটো ক'লে ভাল আছিল নেকি। মুহূৰ্তমানো পলম নকৰি বিভংগে তেওঁৰ ওচৰলৈ গ'লো। কাকতীক বিচাৰি উলিয়ালো। বৰ মৰমিয়াল, দেখনিয়াৰ, কথাচহকী, বুদ্ধিমান, বিশ্বাসী মানুহ। মোৰ সকলো উদ্দেশ্য বিৱৰি কোৱাৰ পিছত তেওঁ এটা উপায় দিলেঃ ছাৰে চাব বুলি কৈছে যেতিয়া চাবই। ছাৰ বৰ ভাল মানুহ। তথাপি আপুনি এবাৰ তেওঁৰ ঘৰলৈ যাওক। অফিচত কোৱা আৰু ঘৰত লগ ধৰি কোৱাৰ মাজত বহুত পাৰ্থক্য আছে। তাতে সকলো কথা খুলি ক'ব পাৰিব। অফিচত মানুহে আগুৰি ধৰি থাকে নহয়। কাকতীৰ কথাত অতি আশ্বস্ত হ'লো। সঁচাকৈ বৰ ভাল কথা, হিত কথা কৈছে। এটা প্ৰকৃত পথৰ সন্ধান দিছে। তেওঁৰ পৰা চাহাবৰ ঘৰৰ ঠিকনা সংগ্ৰহ কৰি ঘৰলৈ আহিলো। মন বৰ প্ৰফুল্ল হৈ পৰিল।

ঘৰত আইকণৰ আগত কথাটো কোৱাত বৰ প্ৰফুল্লিত হ'ল। পিছদিনা ৰাতিপুৱাই গা পা ধুই, ইষ্ট দেৱতাৰ ওচৰত ধূপ-ধূনা দি চাহাবৰ ঘৰ বুলি বাহিৰ হ'লো। বৰ কষ্ট কৰি তেওঁৰ ঘৰ বিচাৰি উলিয়ালো। বিৰাট অট্টালিকা। সন্মুখত চালে চকুৰে এখন ফুলনি। নানা তৰহৰ গছ। তিনিমহলীয়া অট্টালিকা। গোটেই অট্টালিকাটোত পেইণ্ট কৰোতে যিমান টকা খৰচ কৰিছে, আমি বোধহয় সেই ধনেৰে দহ বছৰমান খাই-লৈ জীয়াই থাকিব পাৰিম। কুকুৰৰ পৰা সাৱধান বুলি গেটত লিখা আছে বস্তা আখৰেৰে। ভালেখিনি সময় চুচুক-চামাককৈ থাকি মিনি গেটখনেৰে সোমাই গৈ বাৰাণ্ডাত ভয়ে ভয়ে ভৰি দি কলিংবেলৰ বুটাম ক'ত আছে চালো। চকুত পৰিল ওচৰলৈ গৈ, ঠিক কলিংবেলৰ তলতে দেখিলো— এক ফুট দৈৰ্ঘ্য আৰু আঠ ইঞ্চিমান প্ৰস্থৰ এখন ছাইনবোৰ্ডত এটা নীতি শ্লোক লিখা আছে— "অনুগ্ৰহ কৰি চাকৰি সংক্ৰান্তত কোনো ঘৰলৈ নাহিব। আইনমতে দণ্ডনীয় হ'ব।"

ভয়ত বুকুখন কঁপি উঠিল। মইতো সেই কামতে আহিছো! ভালেখিনি সময় চিন্তা কৰিলো— কলিংবেলটো টিপিম নে নাই। মনটোকে নানা প্ৰশ্ন কৰিলো— কি কৰো? কি নকৰো? ইমান কষ্ট কৰি আহি ঘূৰি যামনে? আহিছো যেতিয়া কথাটো কৈয়েই যাওঁ, হয়তো গালি পাৰিব, মাৰিতো নেপেলায়! বিনানুমতিত প্ৰৱেশ

নিষেধ, চিগাৰেট খোৱা স্বাস্থ্যৰ পক্ষে অনিষ্টকৰ আদি কথা লিখা থাকিলেওতো মানুহে প্ৰৱেশ নিষেধৰ তলেৰে সোমাই যায়, চিগাৰেট খায়। এনেবোৰ কথা চিন্তা কৰি কলিংবেলৰ লাহেকৈ বুটাম টিপিলো। তাৰ পিছত জেওৰাৰ ফাঁকেৰে মূৰ সুমুৱাই পাচলি খাব খোজা ছাগলীৰ দৰে, সিন্ধি খান্দি উঠি ভিতৰত মূৰ সুমুৱাব খোজা চোৰৰ দৰে সন্তম হ'লো। অৰ্থাৎ ভয়, শংকা, দ্বিধা। অলপ পিছতে ৰূপহী ছোৱালী এজনীয়ে দুৱাৰ খুলিলে আৰু মোৰ ফালে চাই সুধিলে ঃ কাক লাগে? ঃ মই অলপ ছাৰক লগ পাব খুজিছিলো। ঃ অ' পাপা ঘৰত নাই। মিনিষ্টাৰে মাতি পঠিয়াইছে, তালৈকে গৈছে। ঃ আপুনি, মই অমুকা আহিছিলো বুলি ক'ব। তেখেতে মোক ভালদৰে চিনি পায়। ঃ ক'ম। দুৱাৰ বন্ধ। মই যথেষ্ট সকাহ অনুভৱ কৰি গুচি আহিলো।

পিছদিনা আকৌ তেওঁক অফিচত দেখা কৰিলো। সদায় মোক পাহৰে। সদায় মোৰ পৰিচয় দিওঁ। তেওঁ ক'লে ঃ অ' সেইবোৰ এতিয়া হোৱা নাই। পিছত খবৰ ল'ব। ঃ মই ছাৰ কালি আপোনাৰ ঘৰলৈকো গৈছিলো। তাইক কিবা এটা কৰি দিয়ক ছাৰ সোনকালে। ঃ অ' মোৰ ঘৰলৈ নাযাব এইবোৰ কথাত। মই বৰ বেয়া পাওঁ। যি ক'ব লগা আছে ইয়াতে ক'ব। ঃ ইয়াৰ পিছত আৰু নাযাওঁ ছাৰ। আপোনাৰ সেই ছাইনবোৰ্ডখনৰ লেখাখিনি মই পঢ়িছো। আচলতে আগতে জনা হ'লে মই নগ'লোৱেইহেঁতেন।

কাকতীৰ আগতো খবৰটো দিলো। তেওঁ ক'লে ঃ একো নহয়। তেনেকে লিখি থ'লেও কত মানুহ যায়। ছাৰে বেয়া নাপায়। আপুনি পৰহিমানে এবাৰ আহিব। ছবিখন ৰেডি হৈছে। কাকতীক অনুনয়-বিনয় কৰি গুচি আহিলো। আইকণৰ আগতো আদ্যোপান্ত ভাঙি ক'লো। তাইৰ মুখত আশাৰ ৰেঙণি। মোৰো আত্মতৃপ্তি।

তাৰিখ মতে আকৌ গৈ ছাৰক দেখা কৰিলো। তেওঁ সিদিনা প্ৰায় উগ্ৰমূৰ্তি ধৰি ক'লে ঃ এনেকৈ মোৰ ওচৰলৈ আহি নাথাকিব। মোৰ হাতত সেইবোৰ লিষ্ট-ফিষ্ট একো নাই। সব মিনিষ্টাৰে লৈ গৈছে। বুকু ভৰা দুখ লৈ ঘূৰি আহিলো। কিন্তু আইকণক আগত কথাটো নক'লো। বৰং অন্য প্ৰকাৰে ক'লো ঃ হ'ব, হ'ব, তেখেতে আজি যেনে-তেনে হ'ব বুলি কৈছে। লিষ্টত তোৰ নাম আছে। তয়ো এবাৰ গৈ দেখা কৰিবিচোন। কেণ্ডিডেটজনক দেখা পালে, বিশেষকৈ তোৰ এই বিধৱা ৰূপটো দেখিলে ছাৰৰ নিশ্চয় সহানুভূতি এটা হ'ব। লগত এই কেঁচুৱাকেইটাও লৈ যাবি। আইকণে সমৰ্থন জনালে।

সিদিনাৰে পৰা মই কিন্তু ভিতৰি ভিতৰি দহি-পুৰি মৰিলো। উঃ মানুহ এনে নিৰ্লজ, হৃদয়হীন হ'ব পাৰে। সেই যমদূতৰ ছবিখন মোৰ চকুৰ আগত বাৰে বাৰে ভাহি উঠে। মই চিন্তা কৰিলেই ঘামি উঠো। কেইদিনমান আইকণ আৰু মই নীৰৱে থাকিলো। মাজতে এবাৰ আইকণক সুধিছিলো ঃ তই গৈছিলিনে? তায়ো নিৰুদ্বেগভাৱেই উত্তৰ দিছিল। ঃ গৈছিলো। ঃ কি ক'লে? ঃ হ'ব বুলি কৈছে। তাইৰ উত্তৰবোৰৰ

কোনো উত্তাপ নাই। কোনো উৎসাহ নাই। যেন ক'ব লাগে কৈছে। মোৰ প্ৰশ্ন তাতেই শেষ। কোনো মতামত, অভিমত অথবা আশ্বাস নাই।

কেইদিনমান পিছত এটা ভাল খবৰ আহিল আইকণলৈ। ভনীজোঁৱায়ে মৃত্যুৰ আগে আগে এটা জীৱন বীমা কৰিছিল। তাৰে ত্ৰিশ হাজাৰ টকাৰ চেক এখন তাইৰ হাতত পৰিল। খৰাং বতৰত এজাক বৰষুণৰ আনন্দ। আইকণক ক'লো, টকাখিনি তোৰ একাউণ্টত ৰাখি থ। তোক এটা চিলাই মেচিন কিনি দিম আৰু অলপ নেচনেল ছেভিংছ পত্ৰ কিনি দিম। আইকণে মোৰ কথাও শুনিলে আৰু অলপ আনন্দ কৰিলে।

তাই কিন্তু চাকৰিৰ আশাটো নেৰিলে। অফিচখনলৈ অহা-যোৱা কৰিয়েই থাকিল। মই জানিও ভয়তে একো নোসোধো। কেতিয়াবা ভাবো— মই যেনেকৈ তাইক প্ৰকৃত সত্যটো ঢাকি ৰাখি, তাইক আনন্দত ৰাখিবলৈ মিছা কথাটো কৈছো, তায়ো তেনে কৰিছে নেকি? মই যেনেকৈ আইকণে কোনো কথাতে দুখ পোৱাটো ইচ্ছা নকৰো, তায়ো মই আঘাত, অপমান পোৱাটো সহ্য কৰিব নোৱাৰে। হয়তো সেইহেতুকেই আইকণে মোৰ লগত ৰহস্যৰ জালখন ভাঙি দিয়া নাই।

কিন্তু কেইদিনমান পিছত মোক আচৰিত কৰি দি আইকণে ক'লে ঃ ককাইদেউ, মোৰ চাকৰিটো হ'ব। মোৰ লিষ্টত নাম আছে। মই মনতে বিশ্বাস কৰা নাই। কিন্তু মুখত বিশ্বাসৰ নিজৰা বোৱাই ক'লো ঃ মই জানো নহয়, মানুহজন বৰ ভাল। বৰ হৃদয়বান লোক। মোক কথা দিছে নহয় তোক চাকৰিটো দিব বুলি। বৰ ভাল খবৰ দিলি। তেখেতক কৃতজ্ঞতা জনাবলৈ মই যাম ৰ'।

এইবাৰ আইকণে গাৰু এটাত মুখখন গুজি হুকহুককৈ কান্দিলে আৰু ক'লে ঃ ভাল মানুহ কাৰণে নহয় ককাইদেউ, তেওঁক টকা ত্ৰিশ হাজাৰ দিলো। সেই কাকতীৰ হাতেৰে দিলো...। আজিকালি লেখকক কোনে পাত্তা দিয়ে ককাইদেউ!

মই ৰাজহুৱা সভা এখনত মোক নাঙঠ কৰি তপিনাত চূণ-ছাইৰ ফোঁট দি ৰাস্তাই ৰাস্তাই ঘূৰাই লৈ ফুৰাৰ দৰে অপমানিত হোৱা যেন অনুভৱ কৰিলো। হায়ৰে লেখকৰ খাতিৰ!□

# দুয়োজনেই পানীৰ দৰে!

পুৱে বগাদাৰ ওলোৱাৰ সময়তে গাড়ী গৈ ষ্টেচন পাইছিল। গাড়ীৰ পৰা নামিয়েই মই কমলেশ্বৰক বিচাৰিবলগীয়া নহ'ল। তেওঁ গাড়ীৰ মুখতে ৰৈ আছে। গাড়ী লৈ আহিছে মোক আগবঢ়াই নিবলৈ। তেওঁৰ ড্ৰাইভাৰেই মোৰ চুটকেছটো গাড়ীত তুলি দিলে আৰু আমি গাড়ীত বহিলোঁ।

বাছ ষ্টেচনৰ পৰা কমলেশ্বৰ বৰুৱাৰ কোৱাৰ্টাৰলৈ বৰ বেছি দূৰ নহয়। গতিকে গাড়ীত আমাৰ বেছি কথা-বতৰা হোৱা নাই। গাড়ীত নিশা কিবা অসুবিধা হৈছিল নেকি মোৰ, ঘৰৰ ফালে সকলোৰে ভাল নে ইত্যাদি দুই এটা কথা তেওঁ মোক সুধিছিল। ময়ো ঠিক তেনেদৰেই দুই এটা। তাৰ পিছত গাড়ী আহি তেওঁৰ পদূলিৰ আগত ৰ'লেই।

বৰ ধুনীয়া এটা কোৱাৰ্টাৰ কমলেশ্বৰৰ। কোৱাৰ্টাৰ মানে এটা মস্ত ফ্লেট। সন্মুখত চালে চকুৰোৱা ফুলনি। এক মহলীয়া আৰু চি চি ঘৰ। নতুনকৈ প্লাষ্টিক পেইন্ট কৰিছে। মোক আগবঢ়াই আনিবলৈ যোৱা কথা ইতিমধ্যে ঘৰত জানেই। গতিকে ড্ৰইংৰুমৰ দুৱাৰ খোলাই আছিল। মোক নি তাতে বহুৱালে আৰু ক'লে ঃ বহা। তেওঁ ভিতৰলৈ সোমাই গ'ল।

ইতিমধ্যে বেলি ওলাইছেই। বেলিৰ ৰঙে ফুলনি, গছ-গছনি সকলোবোৰ আলোকিত কৰিছে। কমলেশ্বৰৰ ড্ৰইংৰুমৰ খিৰিকীৰেও বেলিৰ পোহৰ আহি টাবত সজোৱা ফুলবোৰৰ সৌন্দৰ্য বঢ়াইছে। অলপ পিছতে বৰুৱাই তেওঁৰ পৰিবাৰ আৰু সৰু সৰু ল'ৰা-ছোৱালী দুটি লগত লৈ আহি মোক পৰিচয় কৰাই দিলে ঃ এয়া মোৰ মিছেছ মৃণালিনী। মই লিনী বুলি মাতো। এই দুটি মোৰ বংশধৰ। পিম্পু আৰু পিংকি। পিম্পু আৰু পিংকিয়ে লগে লগেই বৰুৱাক সুধিলে ঃ পাপা, হু ইজ হি? বৰুৱাই ক'লে, ঃ তহঁতৰ খুৰা, চৌধুৰী খুৰা। মিছেছ বৰুৱা ইতিমধ্যে আমাৰ লগতে ৰহিল। পিম্পু-পিংকি ভিতৰলৈ দৌৰি সোমাই গ'ল।

মিছেছ বৰুৱাই মোৰ লগত কথা-বতৰা পাতিলে। তেখেত অতি আধুনিক মহিলা। চুলি চুটিকৈ কটা, মুখত আধুনিক প্ৰলেপ, হাত-ভৰিৰ কুৰিটা নখত গোলাপী ৰঙৰ

প্ৰলেপ, ওঁঠত তেজৰঙা ৰ  আৰু চকুৰ চেলাউৰি খুৰাই ৰঙৰ দ্বাৰাই আইব্ৰো আঁকি লৈছে কাঁচিজোনৰ দৰে। পিন্ধিছে পাতল নীলা ৰঙৰ চিন্থেটিক শাৰী, ব্লাউজ। হাত, কাণ, ডিঙি, আঙুলিত অত্যাধুনিক সোণৰ গহনা। কিছু সময় কথা পতাৰ পিছত মিঃ বৰুৱাই ক'লে ঃ লিনী তুমি যোৱা, আলহীৰ কাৰণে খোৱাৰ ব্যৱস্থা কৰাগৈ। মিছেছ বৰুৱাই ক'লে ঃ ড'ণ্ট ওৰি। সেইবোৰ কৰিবলৈ মানুহ আছে। কৰি আছে। মই যাম নহয়, তুমি ক'ব নালাগে। বৰুৱা মনে মনে থাকিল। যথা সময়ত মোৰ মুখ-হাত ধোৱাৰ ব্যৱস্থা, ব্ৰেকফাষ্ট খোৱা সকলোবোৰেই নিয়াৰিকৈ কৰিছে বৰুৱাৰ চাকৰ-নাকৰ আদিয়ে।

কমলেশ্বৰ বৰুৱা মোৰ ল'ৰালি কালৰে বন্ধু। দুয়ো একেখন স্কুলতে, একেখন কলেজতে পঢ়িছিলো। তাৰ পিছত চাকৰিৰ সন্ধানত এৰা-এৰি। আনকি তেওঁৰ বিয়াৰ খবৰো মই নাপালো। তেওঁ এতিয়া এটা কোম্পানীৰ আঞ্চলিক মেনেজাৰ। সুন্দৰ চাকৰি, মনোৰম ফ্লেট কোম্পানীয়ে দিছে। মই বিশেষ কাম এটাত এইখন চহৰলৈ আহিবলগীয়া হোৱাত তেওঁলৈ চিঠি লিখিছিলো। তেওঁ আনন্দৰে মোক সম্মতি দি লিখিছিল ঃ তুমি বেলেগত থাকিব নোৱাৰিবা। মোৰ ইয়াতেই থাকিবা। কোনো অসুবিধা নাই মোৰ ইয়াত। কেতিয়া আহিবা জনাবা। মই তোমাক ষ্টেচনৰ পৰা লৈ আহিম। এনেদৰেই আহি এতিয়া মই কমলেশ্বৰৰ ঘৰত ওলাইছোঁহি। সঁচাকৈয়ে কমলেশ্বৰে কিমান ভাল চাকৰি পাইছে, কিমান সুখত আছে। আধুনিকা পত্নী, উচ্চপদবী, দুটি মৰম লগা সন্তান। কোম্পানীয়ে দিয়া নতুন মডেলৰ এম্বেছাডৰ গাড়ী। মোৰ দেখিয়েই ভাল লাগিছে।

কমলেশ্বৰে মোক ক'লে ঃ তুমি গা-পা ধুই অলপ ৰেষ্ট লোৱা। ব্ৰেকফাষ্ট খাই আমি একেলগে ওলাই যাম। লাঞ্চ তুমি ইয়াতে খাবা। মই তোমাক গাড়ীৰে লৈ আহিম। মই ক'লো ঃ নালাগে, নালাগে মোৰ কাৰণে ইমানখিনি কৰিবলৈ। লাঞ্চ মই তাতেই খাম। ইয়াতে গা-পা ধুই কিবা অলপ খাই গ'লেই হ'ব। ৰাতিপুৱা যিমান খুৱালা এয়েই মোৰ পেট ভৰি আছে। কমলেশ্বৰে ক'লে ঃ হ'ব বাৰু। কিন্তু আহোতে মই তোমাক লৈ আহিম। যাওঁতেও নমাই থৈ যাম।

সন্ধিয়া মোক লৈ আহোতে কমলেশ্বৰ বজাৰত সোমাল। মোক ক'লে ঃ আহা তোমাক বজাৰ দেখুৱাও। আজি তোমাক আমাৰ গাঁৱৰ খানা খুৱাম আৰু সেই কাৰণে মই আজি নিজে বজাৰ কৰিম। তেওঁক অনুসৰণ কৰিলো। বজাৰ কৰি আহোঁতে তেওঁ পুৰণি দিনৰ  কথা উলিয়ালে। তোমাৰ অতীতৰ সেই গাঁৱত থকা মধুময় দিনবোৰৰ কথা, স্কুলত পঢ়া দিনবোৰৰ কথা মনত  নপৰেনে? মই ক'লো ঃ কিয় নপৰিব? সেই মধুময় স্মৃতিবোৰেইতো আমাক জীয়াই ৰাখিছে। পথাৰত মাছ তোলা, সৰিয়হ তোলা, ধান কটা। সেইবোৰ গৰুগাড়ীত বোজাই দি পিতায়ে গৰু খেদে, মই সেই বোজাৰ ওপৰত বহি আহোঁ। পুহমহীয়া নিয়ঁৰ সৰে মূৰত। ঘৰলৈ আহি কাঠখৰিৰ

একুৰা দপ্‌দপীয়া জুই ধৰি গা সেকো আৰু সেই জুইত মাহৰ ছেইবোৰ পুৰি পুৰি খাই কিযে তৃপ্তি পাইছিলো। কমলেশ্বৰে ক'লে ঃ তোমাৰ তেনেহ'লে ল'ৰালি কালৰ গাঁৱৰ সকলো কথাই মনত আছে। মোৰো আছে। গাঁৱৰ বিল, পথাৰত মাছ মৰা, হাবিত খৰি লুৰা, পথাৰত ধান কটা, মৰণা মৰা, নিমখ, জলকীয়াৰে বগৰী খোৱা, আলু পুৰি, গৰৈ মাছ পুৰি কৰ্কৰা ভাত খোৱা, জুলীয়া মিঠাইৰে সান্দহ খোৱা— এই আটাইবোৰ স্মৃতিয়ে মোক প্ৰায়বোৰ সময়তে অতীতলৈ টানি লৈ যায়। কিন্তু বৰ্তমানটো এনে কৃত্ৰিম আৰু বন্ধনৰ মাজত কটাইছো যে সেই স্মৃতিবোৰ পাগুলিবলৈকো সময় নাপাওঁ। আজি তুমি অহাৰ কাৰণে বৰ ভাল লাগিছে। আজি সেই কৃত্ৰিমতা বৰ্জন কৰি বন্ধনমুক্ত হ'ব খুজিছো।

গাড়ী তেওঁ যিমান পাৰি সিমান লাহে লাহে চলাবলৈ ড্ৰাইভাৰক নিৰ্দেশ দিছে। তথাপি গাড়ী আহি পদূলিমুখ পাওঁ পাওঁ হওঁতে, ড্ৰাইভাৰজনে বুজি নোপোৱাকৈ তেওঁক সুধি পেলালো তেওঁৰ লেট্ মেৰেইজ নেকি? তেওঁ মাথোঁ হয় বুলি কৈ সেই দিশত আৰু আগনাবাঢ়িলে। তেওঁক খন্তেক মৌন, বিষাদিত হোৱা দেখা গ'ল। ইতিমধ্যে গাড়ী আহি পদূলি পালে। আমি নামিলো। কমলেশ্বৰে ড্ৰাইভাৰক বজাৰ কৰা মোনাখন নমাই আনিবলৈ কৈ মোৰফালে চাই ক'লে ঃ আহাঁ।

খন্তেক ড্ৰইংৰুমত বহাৰ পিছতে কমলেশ্বৰ ভিতৰৰ পৰা আহি মোক ক'লে ঃ আহাঁ, তোমাৰ বেড্ৰুম দেখুৱাই দিওঁ। কাপোৰ সলাই ফ্ৰেছ হোৱা। চাহ খাম।

মোক এটা সু-সজ্জিত ৰুমত সুমুৱাই দি ক'লে ঃ তোমাৰ প্ৰয়োজনীয় সকলোবোৰ ইয়াত আছে। তোমাৰ ভি, আই, পি, নুখুলিবা। দুৱাৰখন বাহিৰৰ পৰা জপাই দি কমলেশ্বৰ গ'ল। হয়, আলনাত হালধীয়া ফুলৰ উমাল টাৱেল, বগা পায়জমা, পাঞ্জাবী। ফুলাম হাৱাই চেণ্ডেল। সংলগ্ন টয়লেটত সুগন্ধিত চাবোন, তেল, ফণী, টুথপেষ্ট, নতুন ব্ৰাছ সকলোবোৰ তপ-তিয়াৰ। বাথৰুমৰ কাৰুকাৰ্য সৰ্বাধুনিক। মজিয়াতে উঠে মুখৰ প্ৰতিবিম্ব। ৰুমৰ ভিতৰত সৰ্বাধুনিক চকী-মেজ, ছোফা-ছেট, আইনা। এটা ৰঙীণ টি ভি।

মই ফ্ৰেছ হৈ ছোফাত বহিলো। কমলেশ্বৰ সোমাই আহি সুধিলে— গা ধুলা নেকি? মই মুখ-হাত ধোৱা বুলিহে ক'লো। চাহ লৈ আহিল এজনী মেইডে। মেগী, অমলেট, ব্ৰেদ, বাটাৰ, জেলি, কল, আপেল, আঙুৰ। কমলেশ্বৰে ক'লে ঃ খোৱা। ইয়াতেই খাওঁ দিয়া দুয়ো একেলগে। লিনীয়ে দাইনিং ৰুমত খাবলৈ কৈছিল। মই বোলো নালাগে। তাতে দুয়ো কথা পাতি পাতি খাম। মই খাদ্যসম্ভাৰলৈ চকু দুটা বহলকৈ মেলি ধৰি ক'লো ঃ এতিয়া ইমানবোৰ খালে, ভাত আকৌ কোনটো পেটত খাম? কমলেশ্বৰ ঃ আমাৰ ডিনাৰ খাওঁতে ভালেখিনি নিশা হয়। গতিকে হজম হ'ব। ভয় নাই। মই আৰু উচ্য-বাচ্য নকৰিলো।

ইয়াৰ পিছত দুয়োৰে মাজত আৰম্ভ হ'ল আকৌ অতীতৰ স্মৃতি ৰোমন্থন।

কমলেশ্বৰে ক'লে ঃ হেৰা, মোৰ গাঁৱৰ কথাবোৰ বৰকৈ মনত পৰেহে। মিছেছ বৰুৱা আহি সোমাল। কমলেশ্বৰে গাঁৱৰ মনত পৰা কথা বন্ধ কৰি মিছেছক সুধিলে ঃ কিমান বাকী? চৌধুৰীয়ে সোনকালে খোৱা মানুহ। ভোক লাগিব পাৰে। মিছেছে ক'লে ঃ তোমাৰ দৰে কানিয়া নহয়। মই লগে লগেই ক'লো ঃ নাই, নাই, মোৰ কেলেই ভোক লাগিব। এইমাত্ৰ অতবোৰ বস্তু খালো। নিশা বাৰটা বাজিলেও মোৰ আপত্তি নাই। মোৰ কথাত বৰ উৎসাহিত হ'ল মিছেছ বৰুৱা। ঃ দেখিলা, মই কৈছিলো নহয়, তোমাৰ দৰে কোনো কানিয়া নহয় বুলি। এওঁ তাহানিৰ সেই ঘোকোট গাঁৱৰ স্বাভাৱটো এৰিব পৰা নাই। গাঁৱত এনে মাছ খাইছিল, তেনে ফল খাইছিল, তেনে খেলা খেলিছিল, তেনে লাড়ু-পিঠা খাইছিল, হাবিত খৰি লুৰিছিল, নৈত, খাল-বিলত, পথাৰত জাকৈ-পলৰে মাছ মাৰিছিল— এইবোৰকে গাই থাকে। বাৰু, মই এবাৰ কিট্‌চেনৰ খবৰ লওঁ। আপোনালোকে কথা পাতক। মিছেছ বৰুৱা গ'ল।

কমলেশ্বৰে অলপ সকাহ পোৱাৰ দৰে হ'ল। এটা চিগাৰেট জ্বলালে আৰু মোৰ ফালে চাই মিচিকিয়াই ক'লে ঃ বৰ সাংঘাতিকহে এইজনী। গাঁৱৰ কথা শুনিবই নোখোজে। বাপেকৰ বাপেকৰো জন্ম নগৰতে। গাঁৱৰ কথা কি জানিব। আঙুৰ, আপেল, বাদাম, খিচমিচ খাই ডাঙৰ হোৱা ছোৱালী। গাঁৱৰ দাহিকা, মধুৰিআম, বগা জামু, টেঁপোৰ, হেলেম, কুঁজী থেকেৰা, পকা বেত-গুটি, পকা-কেন্দু, পথাৰতে ফাট মেলি থকা বাঙী, গছত পকি থকা মনোহৰ কল, পানীত থকা মকুৰা, শেঙুন টেঁপা, পদুমৰ চকা, এইবোৰৰ মোল কি বুজিবহে। মই মৌন হৈ একান্ত শ্ৰোতাৰ ভাও ধৰাত কমলেশ্বৰৰ বক্তৃতা ক্ৰমাৎ অধিক মনোগ্ৰাহী, আবেগিক হ'ল।

বিয়াৰ পিছত তুমি মিছেছক গাঁৱলৈ নিছিলানে নাই? তেওঁ মুহূৰ্তে উত্তৰ দিলে ঃ কিয় নিনিমহে? এমাহ থকাৰ প্ৰগ্ৰেম আছিল। দহ দিন কোনোৰকম কটাইছিল। তাৰ পিছত চৰ্দি, কাহ, পেটৰ অসুখে আক্ৰমণ কৰাত ঘূৰি আহিলো। গাঁৱত থাকি তোমাৰ কেনে লাগিল বুলি সোধাত ক'লে বোলে সৈৰিন্ধ্ৰী যেন লাগিল। যুধিষ্ঠিৰৰ লগত নৰক দৰ্শন কৰিলো। মই তেতিয়া জিভা কটা বোবা মানুহৰ দৰে বেদনা অনুভৱ কৰিছিলো। জানা বন্ধু, মোৰ মা, ভনী, খুৰী, নবৌহঁতে তেওঁৰ লগত অনবৰতে কাৰেঙৰ লিগিৰীৰ দৰে লাগি আছিল। মোৰ ভাইটো, ককাইদেউ, খুৰা, পিতাহঁতে তেওঁক সন্তুষ্ট কৰাৰ কাৰণে চাৰিওফালৰ পৰা বস্তু আঁজুৰি আনি মহাষ্টমী পূজাৰ দেৱীক পূজা কৰাৰ দৰে পূজা কৰিছিল। পুনীয়া বিলত পল মাৰি মাৰি যিটো মাছেই পায়— তাৰে ডাঙৰ টুকুৰাটো ভজা, বন্ধা জিনীৰ পাতত। গাইজনী খীৰাই আনি এগিলাচ গৰম গাখীৰ প্ৰথমেই দিয়ে জিনীক। মহমহীয়া জহা চাউল, ঢেঁকীত গুড়া খুন্দি, নাৰিকল কৰি চেনিৰে, আলুকৰ গুড়ি আৰু তিলেৰে ভিনে ভিনে টেকেলিমুখত দিয়া পিঠা পুৰি গৰমে গৰমে প্ৰথমেই দিয়ে জিনীক। চহৰত সদায় ডাঙৰ মাছ আৰু চিকেনেৰে নানা তৰহৰ আধুনিক খানা খাই থাকে কাৰণে, সেইকেইদিন মা

আৰু নবৌৱে চানা মাছেৰে আদাৰ পাত জাল দিয়া, কলা লাইশাকত খাৰ দিয়া, পিয়াঁজ ভজা, টেঙা দিয়া, কাৱৈ মাছ বিঙ্কিত দিয়া, কোমোৰাৰ গুটি খুন্দি মাগুৰ মাছেৰে জোল কৰা ইত্যাদি নানা তৰহৰ অসমীয়া আঞ্জাৰে নিলিনীক জহা চাউলৰ ভাত দিয়ে। এই আটাইবোৰ খাদ্যকে লিনীয়ে এক অৱজ্ঞা আৰু ঘৃণাৰে খালে।

কমলেশ্বৰ বৰ আৱেগিক হৈ পৰিল। মই ক'লো ঃ বন্ধ কৰা, তেখেতে এইবোৰ শুনিলে বৰ বেয়া কথা হ'ব। হয়, অলপ পিছতে মিছেছ বৰুৱা আহি আমাৰ ৰুমত প্ৰৱেশ কৰিলেই আৰু বক্তব্য ৰাখিলে ঃ ডিনাৰ ৰেডি। শুনা, কাইলৈ পিম্পু আৰু পিংকিৰ কনভেণ্টত ড্ৰপ কৰি, তুমি অফিচলৈ গৈ গাড়ীখন মোলৈ পঠিয়াই দিবা। কমলেশ্বৰে সুধিলে ঃ ক'লৈ যাবা? ঃ হোটেল কাননলৈ যাম। ঃ হোটেললৈ? লাঞ্চ খাবা নেকি? ঃ তোমাৰ সেইবোৰ একো খবৰ নাই। পেপাৰখনত কি পঢ়া? ঃ ফ্ৰেচ নিউজ, আৰ্‌টিকল্, এডিটৰিয়েল, লেটাৰছ টু এডিটৰ এইবোৰ পঢ়ো। ঃ ময়ো এইবোৰ পঢ়ো। ইন্ এডিচন্ মই বিজ্ঞাপন বোৰো পঢ়ো। হোটেল কাননত এখন ডায়মণ্ড জুৱেলাৰী একজিভিচন হৈছে। তাতে কিছু অ'ৰ্নামেণ্ট কিনিম। টকা দহ হাজাৰমান দিবা।

কমলেশ্বৰ নিস্তব্ধ হৈ ৰ'ল। মিছেছ বৰুৱাই এইবাৰ মোৰ ফালে চাই ক'লে ঃ দিনাৰ ৰেডি হৈছে। আপোনালোক আহি থাকক। অলপ পিছতে আমিও তেওঁক অনুসৰণ কৰিলো।

ডাইনিং টেবুলত খোৱাৰ অপূৰ্ব সম্ভাৰ। সানন্দা, আনন্দলোক আদি আলোচনীত যিবোৰ ৰন্ধন প্ৰকৰণ ছপায় আৰু দেওবৰীয়া কাকতবোৰত ৰন্ধা-বঢ়াৰ উপদেশ দিয়ে— তেনে আৰ্হিত আধুনিক ধৰণে বিভিন্ন মচলাযুক্ত, ৰঙীণ ব্যঞ্জন প্ৰস্তুত কৰিছে মিছেছ বৰুৱাই। মাছ, মাংস, কণী, পনীৰ সকলো আছে। কিন্তু কমলেশ্বৰৰ চকু কপালত উঠিল। ক'লে ঃ মই বজাৰ কৰি অনা বস্তু একোৱেই নাৰান্ধিলা? ঃ মিছেছ বৰুৱাই নিৰ্দেশ দিয়াৰ দৰে ক'লে ঃ খাই থাকা। তোমাৰ সেই আয়ুৰ্বেদিক আঞ্জাবোৰ ৰান্ধি মই ন আলহীক খুৱাব নোৱাৰো নহয়। মই জানো, কমলেশ্বৰৰ ভীষণ খং উঠিছে। তাতোকৈ দুখ পাইছে অধিক। গতিকে মই পৰিস্থিতি চম্ভালিবলৈ ক'লো ঃ নালাগে দিয়া তোমাৰ সেই কবিৰাজি আঞ্জা। আজি কত দিনৰ মূৰত এনে এসাঁজ অপূৰ্ব ডিনাৰ খাবলৈ পাইছো, বৰ ভাল লাগিছে মোৰ। মিছেছ বৰুৱায়ো বৰ আনন্দ পালে। কমলেশ্বৰে খং, দুখ সম্বৰণ কৰি খাবলৈ ধৰিলে। মই জানো, কমলেশ্বৰে মোৰ কাৰণেই তেওঁৰ মনৰ সমস্ত ক্ষোভ দমাই ৰাখিছে।

খোৱাৰ পিছত আকৌ মোৰ কোঠালিতে বহি, চিগাৰেট এটা হুপি মোক ক'লে ঃ এতিয়া শুই থাকা। নিশা ভালেখিনি হ'ল। কমলেশ্বৰৰ আহত, ক্ষুণ্ণ মনটোৱে কথা ক'বলৈ ইচ্ছা নকৰিলে। মোৰ বৰ বেয়া লাগিছিল সিদিনা।

পিছদিনা ৰাতিপুৱা সোনকালেই মই তেওঁলোকৰ পৰা বিদায় লৈছিলো। কমলেশ্বৰ আৰু তেওঁৰ পৰিবাৰ ব্যস্ত হৈ থকাৰ মাজতে এগৰাকী মেইড মোক চাহ একাপ

দিবলৈ আহিছিল। মই তাইক সুধিলো ঃ তোমাৰ ছাৰ আৰু বাইদেৱে কি কৰি আছে। তাই পৰ্দাখন এবাৰ দাঙি চাই ফুচ-ফুচাই মোক ক'লে ঃ কি কৰিব, সেই দুটাই খুট-খুটকৈ লাগিয়েই আছে। ছাৰ বৰ ভাল মানুহ। কিন্তু বাইদেউৰ ব্যৱহাৰ বৰ বেয়া। মই মুখত আঙুলি দি কথা ক'বলৈ মানা কৰি দিলো। বিদায়ৰ সময়ত কমলেশ্বৰে ক'লে ঃ তুমি চাৰি দিনমানৰ প্ৰগ্ৰেম লৈ আহিছিলা বুলি কৈছিলা। হঠাতে আজিয়েই যাবলৈ ওলালা। মই বুজি পাইছো তোমাৰ মনৰ কথা। মোৰ দাম্পত্য জীৱনৰ কাহিনী তুমি নিশ্চয় লিখিবা। তোমাৰ জীৱনৰ কথা সোধাই নহ'ল। মই জানো তুমি খুব সুখতে আছা। লিনীয়ে মেক্-আপ কৰি আছে। ক'ৰবালৈ যাব। মাতষাৰ দি যোৱা। মই মাতো ৰ'বা। মিছেছ বৰুৱাই আহি মাতষাৰ দিলে ঃ আহক দেই। বাই। কেতিয়াবা আহিলে আহিব ইয়ালৈ।

◇◇◇ ◇◇◇ ◇◇◇

"কেতিয়াবা" আৰু কোনোদিনেই যোৱা নহ'ল সেইখন ঘৰলৈ। কিন্তু কেবাবছৰো বিৰতিৰ পিছত, এদিন হঠাতে কমলেশ্বৰৰ গাঁৱৰ ঘৰলৈ মই গৈছিলো।

এদিন গাঁৱৰ সভা এখনলৈ যাওঁতে হঠাতে মই কমলেশ্বৰক লগ পালো। প্ৰথমতে মই নিজৰ চকু দুটাকে বিশ্বাস কৰিব পৰা নাছিলো-- সেইজন কমলেশ্বৰ বৰুৱা, মহাপ্ৰবন্ধক কমলেশ্বৰ বৰুৱা হয় নে নহয়।

কিন্তু হয়। সভাৰ পৰা ঘূৰি আহোঁতে এখন সৰু টাউনত আমাৰ গাড়ীখন ৰৈছিল। তাতে চৰকাৰী আলিৰ দুয়োপাৰে এখন বজাৰ বহে। গাড়ীৰ পৰা নামি ইফালে সিফালে চকু ফুৰাওঁতে হঠাতে দেখিলো কমলেশ্বৰক। মানুহৰ দৰে মানুহ থাকে বুলি ভাবি মই তেওঁক মতা নাই। একেবাৰে ওচৰলৈ গৈ ভালদৰে চাইছো। তেওঁ পাণ বিক্ৰী কৰি আছে। প্ৰায় দহটামান পাণৰ এটা দ'ম। গ্ৰাহকে তেওঁৰ লগত দৰ-দাম কৰি আছে। কমলেশ্বৰে মোক ভালদৰেই চিনি পাইছে। তেওঁ গ্ৰাহকৰ লগত পাণৰ দৰ-দাম কৰি থাকোতে মই ঘূৰি আহিব খোজাত তেওঁ মোক মাত দিলে ঃ চৌধুৰী, ৰ'বা, এক মিনিট। মই চক খাই উঠিলো। ৰ'লো। তেওঁ গ্ৰাহকজনক পাণখিনি দি টকাখিনি গণি লৈ মোক ক'লে ঃ আহাঁ। তুমি আজি মোৰ ঘৰত আলহী নহ'লে বেযা পাম।

মই ক'লৈ আহিছো ইতিমধ্যে তেওঁ জানিলেই গাড়ীৰ মানুহে মোক বিচাৰি অহাত তেওঁ মোৰ হৈ তেওঁলোকক অনুৰোধ কৰিলে ঃ আপোনালোকে চৌধুৰীৰ ঘৰত খবৰটো দিব। মোৰ পুৰণি বন্ধু। আজি মোৰ ঘৰত জোৰ কৰি এওঁক ৰাখিলো বুলি ক'ব। মোৰ অসুবিধাৰ কোনো যুক্তিকেই তেওঁ নামানিলে।

...বজাৰখনৰ পৰা তেওঁৰ ঘৰলৈ এক কিলোমিটাৰমান দূৰ। এইখিনি পথ খোজকাঢ়ি গৈছো। তেওঁৰ জীৱনৰ এই পৰিবৰ্তনৰ কথা মই পোনে পোনে সুধিবলৈ

সাহসেই কৰা নাই। আনন্দৰ খবৰ সুধিবলৈ মন ব্যাকুল হয়; কিন্তু সংকটৰ কথা সুধিবলৈ মনত দ্বিধা-সংকোচ হয়। মই নীৰৱ হৈ গৈছিলো। কমলেশ্বৰো উৎফুল্লিত হোৱা নাছিল। কিন্তু তেওঁ বুদ্ধিমানৰ দৰে অন্তৰখন ঢাকি ৰাখি বাহিৰত সহজ হ'বলৈ চেষ্টা কৰিছিল আৰু নীৰৱতা ভংগ কৰি কৈছিল ঃ তুমি চাগে মোক এনে অৱস্থাত দেখি আচৰিতেই হৈছা আৰু মোক চিনিকেই পোৱা নাছিলা! ঃ এৰা বন্ধু, তোমাৰ এই বিপৰ্যয়ে মোক হতভম্ব কৰি তুলিছে। ক'ৰ পৰা কি হ'লগৈ মোক ভাঙি-পাতি কোৱাচোন— মোৰ কণ্ঠ দুৰু দুৰু হৈছিল। কমলেশ্বৰৰ মাতো কঁপিছিল। তেওঁ কৈছিল ঃ জানা বন্ধু, আজিকালি আমাৰ দেশত বৌ-বৰালি সৰকি যায়, পুঠি-খলিহনাৰ মৰণ। কোটি কোটি টকাৰ কেলেংকাৰী, দুশ টকা খোৱাজনক ধৰি-বান্ধি পুলিচত দিয়ে। মোৰ ক্ষেত্ৰত অৱশ্যে কেৰ্কেটুৱাই তামোল কাটে, নেউলক বান্ধি কিলায়— এই কথাহে প্ৰযোজ্য। কমলেশ্বৰে ইমান আৱেগিকভাৱে ফকৰা-যোজনাবোৰ মাতিছিল যে মোৰ ব্যগ্ৰতাক মই চেপি ৰাখিছিলো। মই বুজিছিলো, কিবা এটা অঘটন নিশ্চয় ঘটিছে।

গাঁৱৰ মাজৰ সুৰসুৰীয়া ৰাস্তা। আকাশত অলপ অলপ জোনৰ পোহৰ। গাঁৱৰ কেঁচা পথ; কিন্তু দুবেৰি বন গজি কেঁচা মাটিবোৰ খামুচি ধৰাত খোজ কাঢ়িবলৈ বেয়া লগা নাই। আলিৰ দুয়োফালে থকা গছবোৰৰ পাত বতাহত লৰিছিল। কমলেশ্বৰে প্ৰসংগ সলনি কৰিলে ঃ বহুত দিন নগৰৰ পকী ৰাস্তাত ফুৰিলো, অট্টালিকাত থাকিলো। আজিকালি এনে ৰাস্তাত অভ্যস্ত হৈ গৈছো। তুমি চাগৈ অসুবিধা পাইছা! মই ক'লো ঃ তুমি তেনেভাৱে নল'বা বন্ধু। গাঁৱৰ বোকা-পানীত খোজ কাঢ়ি ডাঙৰ-দীঘল হোৱা জীৱনৰ কথা, দুদিন পকী ৰাস্তাত ফুৰিয়েই পাহৰি যামনে? ঃ ঠিক কথা কৈছা, মই সেই জীৱনকে আকৌ ঘূৰাই আনিছো। কোম্পানীৰ পাৰ্টনাৰসকলে ভাবিছিল— মোক এনেদৰে মিছা অপবাদ দি চাকৰিৰ পৰা খেদি দিলে মই কান্দি-কাটি তেওঁলোকৰ চৰণত প্ৰাৰ্থনা জনাম। লেতু-সেতু হৈ পৰিম। কিন্তু তেওঁলোকে নাজানিছিল— মই জীৱনক কিমান চেলেঞ্জ হিচাপে ল'ব পাৰো। কমলেশ্বৰে এনেদৰে কৈ আকৌ মৌন হৈছিল। মোৰ ব্যগ্ৰতাক চেপি ৰাখিব নোৱাৰিলো। সুধি পেলালো ঃ ঘটনা কি মোক খুলি কোৱা বন্ধু! তেওঁ হাঁহি এটা মাৰিছিল আৰু কৈছিল ঃ কথা আৰু বহলাই নিনিও বন্ধু। খুব সংক্ষেপতে কওঁ— কোম্পানীয়ে মোক তিনি লাখ টকাৰ খেলি-মেলি কৰা বুলি চাকৰিৰ পৰা খেদি দিছে। আচলতে তিনি লাখ টকা মাৰিলে কেছিয়াৰজনে। সি পলাল। বাহিৰৰ মানুহ। গোৱাৰ ফালৰ। তাক ক'ত বিচাৰি পায়। বোৰ্ড অৱ ডিৰেক্টৰে মোৰ ওপৰতেই একচন ল'লে। কাৰণ ছাবি আছিল দুয়োজনৰেই দায়িত্বত। বছ, কথা ইমানেই। তুমি মোৰ এই সৌভাগ্যৰ কথা শুনা বুলি ভাবিছিলো। শুনিও মোৰ খবৰ ল'বলৈ নহা কাৰণে অভিমান কৰিছিলো। কমলেশ্বৰে আকৌ হাঁহিলে।

ঃ বিশ্বাস কৰা বন্ধু, মই ঘূণাক্ষৰেও শুনা নাই। মোক অবিশ্বাসত নল'বা।

ঃ নাই, নাই, এনেয়ে ধেমালি কৰিছো। তুমি ছিৰিয়াছলি নল'বা। নুশুনাটো খুবেই স্বাভাৱিক। নগৰীয়া জীৱন বৰ ব্যস্ত। কাৰো খবৰ কোনোৱে নাজানে।

ঃ পিছে এতিয়া কি কৰিছা?

ঃ বাকীখিনি কথা ঘৰত গৈ জানিবা। এতিয়া নকওঁ। আহাঁ আমাৰ প'জা পালোৱেই।

ঘৰ পাই তেওঁ পদূলিৰ পৰাই চিঞৰিলে ঃ হেৰা কোন আহিছে চোৱাহিচোন। মিছেছ বৰুৱা আৰু ল'ৰা-ছোৱালী দুটি ওলাই আহিল। ঘৰত ইলেকট্রিক লাইটৰ বাল্ব জ্বলিছে যদিও সেই বাল্বৰ পোহৰ আশাতীতভাৱে অনুজ্জ্বল। সেই অনুজ্জ্বল পোহৰতো মিছেছ বৰুৱাই মোক চিনি পাইছে।

মোক দেখাৰ লগে লগে মিছেছ বৰুৱাৰ চকুৰে দুধাৰ পানী ওলাল। কিন্তু মুহূৰ্তে নয়নৰ অশ্রু আঁচলেৰে মচি মোক আদৰি নি বহুৱালে। বৰুৱানী আগতকৈ বহুত খিণাইছে। মোক হাত-মুখ ধুবলৈ পানী, গামোচা আদি আগবঢ়াই দি ক'লে ঃ আজি বহুত দিনৰ মূৰত আপোনাক লগ পালো। ভালতো? একেবাৰে স্বাভাৱিক প্রশ্ন। কোনো কৃত্রিমতা, দাম্ভিকতা কিম্বা চতুৰালিৰ ভাব নাই সেই প্রশ্নত। ময়ো তেনে স্বাভাৱিকভাৱেই উত্তৰ দিলো। কমলেশ্বৰে ইতিমধ্যে মুখ-হাত ধুই, কাপোৰ সলাই মোৰ ওচৰত বহিলে। ময়ো মোৰ যাৱতীয় কৰ্মখিনি কৰিলো।

নাৰিকলৰ লাড়ু, তিলপিঠা, ঘিলাপিঠা আদিৰে বৰুৱানীয়ে আমাক চাহ দিলে। অলপ পিছতে সিজোৱা বৰা চাউলৰ জলপান দিলে। আমাক বহুৱাই থৈ তেওঁ ভিতৰলৈ গ'ল।

ইয়াৰ পিছত কমলেশ্বৰে মোৰ লগত বহিছিল। মই লক্ষ্য কৰিলো। তেওঁ আজি মোৰ লগত কথা পাতিবলৈ কোনো দ্বিধা, সংকোচ কিম্বা ভয় কৰিব লগা হোৱা নাই। তেওঁ কোনো লুক-ঢাক নকৰাকৈয়ে সলসলীয়াকৈ মোৰ আগত কৈ গৈছে ঃ শুনা বন্ধু, মোৰ জীৱন-যাত্ৰাৰ এটা অভাৱনীয় পৰিৱৰ্তন হৈছে সঁচা; কিন্তু এই পৰিৱৰ্তনক মই সহজভাৱে গ্রহণ কৰিছো। মানুহে ভাবিব মই হয়তো সেইবোৰ টকা আত্মসাৎ কৰি গাঁৱত মাটি কিনি, খেতি-বাতি কৰি মাতব্বৰ হৈছো। এইক্ষেত্রত মই অতিশয় নিকা আৰু মোৰ আত্মবিশ্বাসেৰে ইয়াৰ বাবে প্ৰত্যাহ্বান জনাবলৈ সাজু আছো। মোৰ সাঁচতীয়া পইচাখিনি মই কামত লগাইছো আৰু মোৰ ফাৰ্মৰ উৎপাদিত সামগ্রী বিক্ৰী কৰি ৰাহি হোৱা ধনখিনিৰো মই সৎ ব্যৱহাৰ কৰিছো।

এনেতে মিছেছ বৰুৱা আমাৰ ওচৰলৈ আহি সুধিলে ঃ অলপ অলপ চাহ দিম নেকি? আমি না নকৰাত তেওঁ ভিতৰলৈ সোমাই গ'ল। কমলেশ্বৰে ক'লে ঃ মৃণালিনী আগতকৈ বহুত ক্ষীণাইছে; কিন্তু যথেষ্ট কৰ্মতৎপৰ হৈছে। সঁচাকৈ জানা, আমাৰ দেশৰ মহিলাসকল বৰ পতিপৰায়ণা। এওঁলোকে স্বামীৰ সুখ দেখিলে, ক'ৰবাত স্খলন হ'ব বুলি সতৰ্কতাৰে লেকাম ধৰে আৰু দুখৰ দিনতো ধৈৰ্য ধৰিবলৈ শিকায়। এওঁলোক

পানীৰ দৰে— যি পাত্ৰতে থোৱা যায় তাৰে গঢ় লয়। মৃণালিনী মোৰ বাবে ভাৰতীয় পত্নীৰ প্ৰতীক। তেওঁ জেনেৰেল মেনেজাৰৰ পত্নী হৈ থাকোতে যেনেভাৱে থাকিব লাগে শিকিছিল এতিয়া খেতিয়ক এজনৰ পত্নী হওঁতে কেনেদৰে থাকিব লাগে তাকো জানিছে।

তেনেতে বৰুৱানীয়ে আমাক চাহ দুকাপ দি গ'ল। লগত কেইটামান তিলৰ লাড়ুও দিছে। তেওঁ হাঁহি এটা মাৰি ক'লে ঃ চাহ অকণ অকণ দিছো। ভাত খাবৰেই হ'ব। মই খুব "ভাল কৰিলে" বুলি শলাগিলো। চাহত চুমুক দি বৰুৱাই আকৌ আৰম্ভ কৰিলে ঃ জানা, এওঁ মোৰ লগত এতিয়া সমানে কাম কৰে। পথাৰলৈ যায়, গাই খিৰায়, মাছ মাৰে, গৰু, ছাগলী, হাঁহ, পাৰ, মুৰ্গীক আধাৰ দিয়ে। মোৰ ফাৰ্মত উৎপাদিত সকলো বস্তুৰে হিচাপ ৰাখে। তেওঁৰ দেউতাকে অৰ্থাৎ মোৰ শহুৰে তেওঁৰ দুখ সহ্য কৰিব নোৱাৰি টকা-পইচা দি সহায় কৰিব খুজিছিল আৰু বজাৰ, পথাৰত অহা-যোৱা কৰিবলৈ এখন জীপ কিনি দিব খুজিছিল। তেতিয়া তেওঁ কি কৈছিল জানা? কৈছিল ঃ দেউতা তুমি দিব খোজা টকাবোৰ খৰচ কৰিবলৈ আমাৰ ইয়াত কোনো স্কোপেই নাই। জীপ গাড়ীতকৈ গাঁৱত গৰু-গাড়ীৰহে বেছি প্ৰয়োজন। যেনেকৈ আছো তেনেকৈ থকাই ভাল দেউতা। অৰ্থাৎ আমি সুখতে আছো।

আমাৰ ভাত খাবলৈ দিছিল। আজিৰ ভাতসাঁজ সম্পূৰ্ণ কমলেশ্বৰৰ আদৰ্শৰ দৰে। অসমীয়া প্ৰিয় আঞ্জা। সপ্তম ব্যঞ্জন। মিছেছ বৰুৱাই নিজ হাতে ৰান্ধিছে। কমলেশ্বৰে এবাৰো ৰান্ধনিঘৰলৈ উঠি গৈ নিৰ্দেশ দিয়া নাছিল। ভাতসাঁজ খুব তৃপ্তিৰেই খাইছিলো। বৰুৱানীয়ে মাজতে ৰগৰ কৰি কৈছিল ঃ ৰন্ধা-বঢা কেনে হ'ল জানো। কবিৰাজি আঞ্জাবোৰ খুৱালো। আমি হাঁহিছিলো। সৰিয়হ পিহি, কাৱৈ মাছেৰে ৰন্ধা জোলখিনি তৃপ্তিৰে সোহা মাৰি কৈছিলো ঃ বহুত দিনৰ মূৰত এসাঁজ তৃপ্তিৰে খালো।

নিশা ভালেমান সময়লৈকে মোৰ টোপনি অহা নাছিল। কেৱল কমলেশ্বৰ আৰু তেওঁৰ পত্নীৰ কথাবোৰ মনলৈ আহিছিল। মানুহে পৰিস্থিতিৰ লগত খাপ খাব জানিলে জীৱনত কিমান সুখী হ'ব পাৰে— তাৰে জ্বলন্ত সাক্ষী এই দম্পতীহাল।

পিছদিনাখন তেওঁলোকে মোক চৰকাৰী আলিলৈ আগবঢ়াই থ'বলৈ আহিছিল আৰু ঠেলা গাড়ী এখনত কঢিয়াই আনিছিল এটা প্ৰকাণ্ড বস্তা। কমলেশ্বৰে কৈছিল ঃ আমাৰ খেতিৰেই কিবা-কিবি বস্তু দিছো, এসাঁজ খাবা। বাছত উঠাৰ আগমুহূৰ্তত মিছেছ বৰুৱাই কৈছিল ঃ কেতিয়াবা সময় পালে আকৌ আহিব। বন্ধু-বান্ধৱবোৰ আহি থাকিলে আমি বৰ উৎসাহ পাওঁ।

কিমান যে আন্তৰিক আৰু মমতাৰ সেই ভাষা। বাছত বহি বহি মই ভাবিছিলো— আচলতে দুয়োজনেই পানীৰ দৰে— যি পাত্ৰতে আছে, তাৰে গঢ় লৈছে। তেওঁলোক এতিয়া সঁচাকৈয়ে সুখী।□

# নকওঁ, আমি গৌৰৱহে কৰো...।

মায়ে ক'লে ঃ আন ক'তো থাকিব নালাগে, এই দহটা দিন মামাৰৰ ঘৰতে থাকিবি। ময়ো তাকেই চিন্তা কৰিলো; নিজৰ মামা আছে যেতিয়া মইনো হোটেল বা মেচত থকাৰ কথা কেলেই ভাবো। আমি গাঁৱত গৌৰৱো কৰো আমাৰ মামাৰ ঘৰ টাউনত। ডাঙৰ দোকান আছে মামাৰ। টাউন মানে মহানগৰ— সৰু-সুৰা নগৰ নহয়। মহানগৰ। য'ত ছাব্বিশ লাখ মানুহ বাস কৰে। এই মহানগৰত মাটি থকা, ঘৰ থকা আৰু চাকৰি কৰা গৌৰৱৰ কথা, ভাগ্যৰ কথা।

আচলতে মামাহঁতৰ ঘাই ঘৰ গাঁৱত। গাঁৱতো বৰ ভাল ঘৰ। মাটি-বাৰী, ধান-পাণ, তামোল-নাৰিকল, বাঁহ, গছ আদিৰে গাঁৱত মামাহঁত মাতব্বৰ। আমি মামাহঁতৰ ঘৰলৈ গ'লে, মামাৰ মাক আইতাই কয় ঃ মামাৰাই টাউনত ঘৰ বান্ধি দোকান দিছে নহয়, কেতিযাবা গ'লে যাবি। গতিকে মামাৰ ঘৰলৈ যোৱা এয়ে সুযোগ। মোৰ পিন্ধা কাপোৰ-কানিখিনি মায়েই ছুটকেছত ভৰাই দিলে। নামঘৰত আৰু মাৰ ভৰিত সেৱা একোটা কৰি মই যাত্ৰা কৰিলো মহানগৰলৈ। সঁচা কথা ক'বলৈ হ'লে এইবাৰেই প্ৰথম যাত্ৰা মোৰ মহানগৰৰ মামাৰ ঘৰলৈ।

আইতাৰ পৰা লোৱা ঠিকনা মতে গুৱাহাটী মহানগৰীত বিচাৰি বিচাৰি মামাৰ ঘৰটো, মানে দোকানখন উলিয়ালো। মামাই মোক দেখিয়েই অবাক ঃ কিহে ভাগিন, ক'ৰ পৰা ওলাল? বহা। মামাৰ গাদীখনতে বহিলো। ঘৰৰ পৰাই অহা বুলি ক'লো। মামাই আকৌ অহাৰ উদ্দেশ্য সুধিলে। উদ্দেশ্যটো ক'লো ঃ চাকৰিৰ পৰীক্ষা দিবলৈ আহিছো আৰু লগতে আমাৰ সমষ্টিৰ এম এল এজনকো লগ ধৰিম। তেওঁ এতিয়া মিনিষ্টাৰ হৈছে নহয়। মামাই হাঁহি এটা মাৰি ক'লে ঃ বাঃ মন্ত্ৰীক লগ ধৰিবা? পাৰিবানে? তেওঁলোকক লগ ধৰা বৰ টান কাম কিন্তু। কি চাকৰিৰ পৰীক্ষা দিবা? মই সংক্ষেপেই ক'লো ঃ কেৰাণীৰ।

মামাৰ দোকানত কাম কৰা ল'ৰাজনক অৰ্ডাৰ দিলে ঃ যা, দুকাপ চাহ কৰ। ল'ৰাজনে পৰ্দাখন ডাঙি ভিতৰৰ কোঠা এটালৈ সোমাই গ'ল। মই চকু ফুৰাই চালো মামাৰ দোকানখনত। গেলামালৰ দোকান। চাউল, দাইল, তেল, আলু, পিয়াঁজ, চেনি চাহপাত, নানাবিধ গা ধোৱা, কাপোৰ ধোৱা চাবোন, ঝাড়ু নাৰিকলৰ বঢ়ী, চিৰা,

গুৰ, চাগু, ধূপ, কেণ্ডেল, বুট, মগু মাহ ইত্যাদি অসংখ্য মালেৰে ঠাহ খাই আছে। ঘৰটোৰ দুটা মাত্ৰ কোঠা। কোঠাটো অনুমান কৰিলো দীঘলে বিশ ফুট বহলেও বিশ ফুটমান হ'ব। ভিতৰৰ কোঠাটো সৰু। বোধহয় হ'বহলে বিশ ফুট, দীঘলে আঠফুটমান হ'ব। তাতে ৰন্ধা-বঢ়া কৰে বুলি অনুমান কৰিলো। মহানগৰৰ মেইন বজাৰতে মামাৰ দোকানখন। দোকানৰ সন্মখৰ ৰাস্তাটোও অতি জঘন্য। সেইটো ৰাস্তাৰে ট্ৰাক, ঠেলা আদি অহা-যোৱা কৰে। এইবোৰ যান-বাহন তাতে ৰাখি মাল লোডিং, আনলোডিং কৰে গুৰ আৰু লালিৰ পৰা চাউল, আলু-পিয়াঁজলৈকে। ৰাস্তাৰ চাব নোৱাৰা অৱস্থা।

অলপ পিছতে ল'ৰাজনে দুকাপ ৰঙা চাহ আনি গাদীখনতে কাগজ এখন পাৰি থ'লে। মামাই বৈয়াম এটাৰ পৰা বিস্কুটকেইখনমান আনি কাপ থোৱা কাগজখনতে থৈ মোক ক'লে ঃ খোৱা, চাহ খোৱা। বিস্কুটেৰেই খোৱা। ইয়াত লাডু, পিঠা নাপাবা। মামীয়েৰহঁত থকা হ'লে সেইবোৰ পালাহেঁতেন। মযো সৌজন্য দেখুৱাই ক'লো ঃ হ'ব, হ'ব, বিস্কুট ভালহে লাল চাহৰ লগত। চাহ খাই থাকোতেই মামাই সুধিলে ঃ এতিয়া ক'লৈ যাবা? মই থৎমত খাই গ'লো। কি সোধে মামাই? সেপ ঢুকিয়েই ক'লো ঃ যাম ক'লৈ! মোৰতো আৰু থাকিবলৈ ক'তো ঠাই নাই। আপোনাৰ ইয়াতেই থাকিম বুলি আহিছো মামা। মামাও অলপ চিন্তাত পৰাৰ দৰে হ'ল। একো নক'লে। ইতিমধ্যে দোকানলৈ দুই-চাৰিজন গ্ৰাহকো আহিছে। ল'ৰাজন আৰু মামা মাল দিয়া, পইচা লোৱাতে ব্যস্ত হ'ব লগা হ'ল।

মই প্ৰায় আনা-লগা ধূপৰ দৰেই বহি থাকিবলগীয়া হ'ল। মনত নানা চিন্তাই বাহ ল'লে। মামাই কোৱা কথাটোও সত্য— ইয়াত থাকিলে মোৰ বৰ কষ্ট হ'ব। [illegible]গতে মামাৰো। পৰহিলৈ পৰীক্ষা। অলপ-চলপতো পঢ়া-শুনাও কৰিব লাগিব। এখন টেবুল নাই, খাট এখন নাই। শুমেই বা ক'ত। নানা চিন্তা সোমাল মনত। যামেইনো ক'লৈ। অচিনাকি মহানগৰ। কোনে আশ্ৰয় দিব। মামাৰ ঘৰ বুলি আনন্দমনেই আহিলো। আহিহে জানিলো যে মামাৰ ঘৰেই দোকান, দোকানেই ঘৰ। গ্ৰাহকৰ ভিৰ কমাত মামাই ক'লেঃ ভিতৰৰ কোঠাটোত এডাল আলনা আছে। তাতে তুমি কাপোৰ-কানি খোলা। ই শুক্ৰেশ্বৰে দেখুৱাই দিব।

ছুটকেছটো হাতত লৈ ভিতৰৰ কোঠাত প্ৰৱেশ কৰিলো। কোঠা নহয়, সেইটো যেনিবা এটা ষ্ট'ৰ ৰুম। নানা ধৰণৰ লাম-লাকটুৰে কোঠাটো ঠাহ খাই আছে আৰু মই অনুমান কৰাৰ দৰেই কোঠাটোৰ আয়তনো একেবাৰে কম। তাৰে মাজতে ৰন্ধা-বঢ়াৰ সঁজুলি। ষ্টভ, কেৰাহী, কাঁহি-বাতি, গিলাচ, কাপপ্লেট, বাল্টি এটা, মগ এটা, চামুচ, কৰাচ ইত্যাদি। এটা তেলৰ বটল, কেইটামান বৈয়ামত দাইল, চাউল ইত্যাদিৰে ৰন্ধা-বঢ়াৰ সামগ্ৰী। আলনাডাল থোৱা ঠাইখিনিলৈ সাৱধানে খোজ কাঢ়ি নগ'লে লাম-লাকটুত উজুটি খাই পৰাৰ সম্ভাৱনা পূৰামাত্ৰাই। কোঠাটোৰ পশ্চিমফালে এখন দুৱাৰ। ভিতৰৰপৰা খিলি লগোৱা আছে। বোধহয় সেইফালেই পানী, পায়খানাৰ

ব্যৱস্থা। কোঠাত যিটো বাঘ্ব দিছে তাৰ পোহৰে কোঠাটো ঈষৎহে পোহৰ কৰি ৰাখিব পাৰে। মই তেনেকৈয়ে ভৰি দাঙি দাঙি সাৱধানে গৈ আলনাডালৰ ওচৰ পালো আৰু হ'তৰ ছুটকেছটো আলনাৰ ওচৰতে থৈ তাৰ পৰা মোৰ গামোচাখন, পায়জামাটো, কামিজ এটা উলিয়াই, পিন্ধি যোৱা পোছাকযোৰ খুলি, পায়জামা, কামিজ গাত সুমুৱাই, গামোচাখন কান্ধত ল'লো। ল'ৰাজনে বুজি পাইছে ইয়াৰ পিছত মোৰ কি কাম। তেওঁ আগবাঢ়ি আহি ক'লে ঃ এই বাল্টিটোৰ পৰা পানী এমগ লৈ দোকানৰ বাহিৰত নলা আছে, তাতে হাত-মুখ ধুই আহক। ময়ো সেইটোৱেই অনুমান কৰিছিলো যে হাত-মুখ ধোৱা কাৰ্য সেই স্থানতে সম্পন্ন কৰিব লাগিব। কাৰণ মোৰ ইতিমধ্যেই ধাৰণা হৈছে যে মামাৰ কোনো গা-ধোৱাৰ ব্যৱস্থা নাই। তথাপি ল'ৰাজনক সুধিলো , এই পিছফালৰ দুৱাৰখন খুলি তাত হাত-মুখ ধুব নোৱাৰিম নেকি? ল'ৰাজনে কিবা এটা ক'বলৈ মুখ মেলিছিলহে, তেনেতে মামাই মাতিলে ঃ শুক্ৰেশ্বৰ, ভিতৰত কি কৰি আছ, দোকানলৈ আহ, গ্ৰাহক আহিছে। ল'ৰাজনে পৰ্দা দাঙি দোকানত প্ৰৱেশ কৰিলে। মই পানী এমগ লৈ দোকানৰ মাজেৰেই বাহিৰলৈ গৈ, দোকানৰ বাৰাণ্ডা স্পৰ্শ কৰি, দক্ষিণৰ পৰা উত্তৰলৈ বৈ যোৱা নলাটোত এমগ পানীৰেই যিমানখিনি পাৰি সিমানখিনি অংগ পখালি ল'লো। কান্ধৰ গামোচাখনেৰেই মুখ-হাত মচি পুনৰ আহি মামাৰ গাদীত বহিলো।

ইতিমধ্যে মহানগৰীৰ কোলাহল স্তব্ধ হৈ আহিল। নিশা আগবাঢ়িল। ঠেলাৱলা গাড়ীৱালা, ট্ৰাক, গ্ৰাহক আদিৰ বিশৃংখল শব্দ কমি আহিল। মামাৰ দোকানৰ গ্ৰাহক প্ৰায় নায়েই। মামাই ক'লে ঃ শুক্ৰে দোকান বন্ধ ক'ৰ। ৰন্ধা-বঢ়াৰ যোগাৰো কৰ। আজি ভাগিন আহিছে। কোনো দিন নহা মানুহ। আজি আলু ভাজ আৰু বুটৰ দাইল ৰান্ধ। বুইছ, ভালকৈ ৰান্ধিবি। অলপ আদা, ৰচুন দিবি। শুক্ৰেশ্বৰে দোকানৰ মূল দুৱাৰখন বন্ধ কৰি দিলে। মামাই গাদীত থকা চন্দুক, চেম্পোলৰ বাটিবোৰ, খাটা, কলম আদি ওচৰতে থকা ৰেকখনত তুলি থ'লে। মোক ক'লে, ভাগিন ভৰি তুলি বহা বিছনাত। এতিয়া এইখন গাদী নহয়, বিছনা হ'ল। দিনত দোকানৰ গাদী, ৰাতি হ'লে বিছনা। ময়ো ভৰি তুলি বহিবলৈ পাই ভালেই পালো। অথনিৰে পৰা ভৰি দুখন ওলোমাই থৈ কিবা এটা অস্বস্তি অনুভৱ কৰি আছিলো। মামাই এইবাৰ ঘৰৰ খবৰ ল'লে ঃ বাইদেউ ভালে আছেনে? বহুত দিন তোমালোকৰ ঘৰলৈ যাব পৰা নাই। মহানগৰত এই ঘৰটো কিনাৰে পৰা আৰু দোকানখন আৰম্ভ কৰাৰ পৰা ফুৰা-চকা বন্ধ হৈ গৈছে। আনকি ঘৰলৈকে মাহত এবাৰো যাব নোৱাৰো। ইয়াত আকৌ দেওবাৰেহে বজাৰ ভাল হয়। আৰু দোকানী মানুহৰনো দেওবাৰ, শনিবাৰ কি আছে অফিচ-কেছাৰীত কাম কৰা মানুহৰহে দেওবাৰ-শনিবাৰ। বাৰু, তুমি এতিয়া কি কৰিছা? মা কেনে আছে বুলি সুধি, ইমানপৰে মামায়েই কৈ থাকিল। মই মাৰ খবৰটো ক'বলৈকে সুবিধা পোৱা নাই। গতিকে মই এতিয়া কি কৰি আছো এইটো

প্ৰশ্নৰ উত্তৰকে দিয়াৰ সুবিধা পালো। ক'লো ঃ মামা, মই বি.এ. পাছ কৰি ঘৰতে বহি থকাৰ আজি পাঁচ বছৰেই হ'ল। ক'তো চাকৰি এটাৰ সুবিধা কৰিব পৰা নাই। ঃ দৰ্খাস্ত দি আছা? ঃ দৰ্খাস্ত বহুত দিলো, কিন্তু ক'তো "কলেই" নাপাওঁ। ঃ অ' আজিকালি চাকৰি পোৱা বৰ টান। মই শুনা মতে আজিকালি বোলে চাকৰিৰ কাৰণে বহুত টকা দিব লাগে। টকা দিলে হোনো পৰীক্ষা-চৰীক্ষা একো নাই। চিধাই আহি জইন কৰিব পাৰে। ঃ টকানো মামা ক'ৰ পৰা দিওঁ। কোনোমতে মাটিখিনি আধি দি আৰু গাঁৱতে দুটা টিউচন কৰি চলি আছো। ঃ এইবাৰ কোন বিভাগত ক'ল পাইছা? ঃ এইবাৰ ৰে'লৱেত পাইছো। ঃ তাতো বোলে আজিকালি বৰকৈ টকা খায়হে। ক'ত পাবা। তথাপি আহিছা যদি পৰীক্ষাটো দি যোৱা। চেষ্টা কৰি থাকাচোন, ক'ৰবাত লাগি যাব পাৰে। মই নিমাতে থাকিলো।

মামা এইবাৰ গাদীৰ পৰা নামিল আৰু মোক ক'লে ঃ তুমি অলপ বহা আৰু পঢ়া-শুনা কৰা। মই অলপ বাহিৰ ফুৰি আহোঁ। তোমাৰো যদি বাহিৰ-ফুৰা লাগে তেন্তে ক'বা। ময়েই লৈ যাব লাগিব। আমি নৈৰ পাৰতে এইফেৰা কাম কৰি আহোঁ। মই একো অনুভৱ কৰা নাই বুলিয়েই ক'লো। তথাপি মামাই শুক্ৰেশ্বৰক কৈ গ'ল ঃ শুক্ৰে, ভাগিনৰ যদি পেচাব-তেচাব কৰা লাগে পিছফালৰ দুৱাৰখন খুলি কেণ্ডেল এডাল জ্বলাই দিবি। মামাই হাতত এটি সৰু টৰ্চ লাইট আৰু এটা ডালডাৰ টেমাত এক টেমা পানী লৈ বাহিৰ ফুৰিবলৈ গ'ল।

মই অলপ সকাহ পোৱা যেনেই পালো। অলপ যেন চিন্তা কৰাৰ সময় অকণ পা[illegible]। শুক্ৰেশ্বৰ বোলা ল'ৰাজনৰ লগতে কথা পাতি মনৰ উদ্বিগ্নতা আঁতৰ কৰাৰ চেষ্টা কৰিলো। তাৰ আগতে মোৰ সৰুপানী চুবলৈ মন গ'ল। অৱশ্যে অথনিৰে পৰা অনুভৱ কৰিয়েই আছিলো। ল'ৰাজনৰ ওচৰলৈ গৈ ইউৰিনালৰ কথা সুধিলো। তেওঁ ক'লে ঃ ৰ'ব, মই কেণ্ডেল এডাল জ্বলাই দিওঁ। সেই মতেই পিছফালৰ দুৱাৰ খুলি দিলে আৰু মোক কেণ্ডেলডাল নি তাতে সৰুপানী চুবলৈ দিলে। এইবাৰ মই আৰু বিস্ময় হ'লো। সেইটো আচলতে ইউৰিনাল নহয়। সেইটোও এটা জঘন্য নলা। মামাৰ দোকানৰ উত্তৰে, দক্ষিণে, পশ্চিমে থকা অসংখ্য লোকে তাতে প্ৰস্ৰাৱ কৰে। ফটা কাপোৰ, ফটা কাকত, পলিথিনৰ বেগ, শাক-পাচলিৰ বাকলি, খাই এৰা খাদ্য আদি তাতে পেলায়। তাতে বসতি কৰিছে লক্ষ লক্ষ মহ-মাখি। নিগনি, ডালশলিয়া, পঁইতাচৰাই আদি আছেই। জঘন্য গেলা-পচা পানীৰে ভৰি আছে। ক'তো থিয় হ'বলৈ অথবা বহিয়েই কামফেৰা কৰিবলৈ নিকা ঠাই অকণ নাই। সেইটোৱেই মামাহঁতৰ ইউৰিনাল, বাচন-বৰ্তন ধোৱা ঠাই, শাক-পাচলিৰ বাকলি পেলোৱা ঠাই, থু-খেকাৰ পেলোৱা ঠাই। মোৰ মূৰ ঘূৰাইছিল, বমি হ'বলৈয়ে খুজিছিল। নাকে-মুখে সোপা দি সেই নৰক-কুণ্ডতে থিয় হ'লো। মামাৰ পিছফালৰ দোকানীঘৰৰ ঘৰটো দুমহলীয়া। তাতো তীব্ৰ লাইটৰ ব্যৱস্থা নাই। বোধহয় নিম্ন পাৱাৰৰ বাল্ব। খিৰিকীতো পৰ্দা নাই।

মই থিয় হৈ কামফেৰা কৰিবলৈ ধৰোতে সেই ওপৰ মহলাৰ পৰা খিৰিকীৰে মোৰ মূৰত কোনোবাই বেয়া পানী মাৰি দিলে। বোধহয় বাচন ধোৱা পানী। মই নলাত পৰা ছাগলীৰ দৰে হ'লো। মোৰ কেঁচুলডালো নুমাই গ'ল।

শুক্ৰেশ্বৰক আহি দেখুৱালো। বেচেৰাই ইচ্-আচ্ লগালে। ক'লে ঃ আপুনি ইমান দূৰলৈ কেলেই গৈছে পেচাব কৰিবলৈ। আমাৰ দুৱাৰমুখতে থিয় হৈ কামটো কৰিব লাগে। আমিও কৰো। আপুনি মূৰটো পানীৰে মচি লওক। তাকেই কৰিলো। এখন দিমাই ছাইজৰ কিতাপৰ সমান পীৰাত বহি শুক্ৰেশ্বৰে দাইল উতলাই থকা ষ্টভটোৰ ওচৰতে বহি হাত-মূৰ অলপ সেকি ল'লো। মামা বাহিৰ ফুৰি আহা নাই তেতিয়ালৈ। মই ল'ৰাজনৰ লগতে কথা পাতিলো। তেওঁৰ ঘৰ ক'ত, ইয়ালৈ কেনেকৈ আহিল ইত্যাদি কথা সুধিলো। তেওঁৰ কথা শুনিও অবাক হ'লো। তেৱোঁ আচলতে চাকৰি বিচাৰি আহিহে মামাৰ দোকানত চাকৰ খাটিছে। তেৱোঁ যোৱা বছৰ পাৰ্ট-ৱান পাছ কৰিছে। টকাৰ অভাৱত পঢ়িব নোৱাৰিলে। তেওঁৰ মতে ঃ আপোনাৰ মামা বৰ হাতদীঘল মানুহ। বহুত ডাঙৰ ডাঙৰ মানুহে মামাৰ দোকানত মাল খায়। মোক চাকৰি এটা দিব বুলি কৈছে। এলপ টকা যোগাৰ কৰিবলৈ কৈছে। মোৰ গাঁৱত মাটি অলপ আছে, গৰু এহালো আছে। তাকে বেছিম বুলি ভাবিছো। তদুপৰি বাবুৰ ইয়াতে মই দৰমহা যিখিনি পাম সেইখিনিও লগ লগাই চল্লিছ হাজাৰমান টকা গোটাই মামাৰক দিম। আমাৰ গাঁৱৰে এল পি এখনত সুমুৱাই দিব বুলি কৈছে। এই ইলেকচনটো গ'লেই কামটো হ'ব। আপুনিও মামাৰকে ধৰক। এইবিলাক ইণ্টাৰভিউ-চিন্তাৰভিউ সব মিছা। টকা দিলেই চাকৰি হ'ব।

মামাই দুৱাৰত ঢকিয়ালে। শুক্ৰেশ্বৰে ক'লেঃ বাবুৰ আগত মই কোৱা এইবোৰ কথা নক'ব। তেওঁ গৈ দুৱাৰখন খুলি দিলে। ময়ো গৈ মামাৰ গাদীত বহিলো। মামাই ক'লেঃ শুক্ৰে, ভাত বাঢ়। বিছনাতে বাতৰি কাগজ পাৰি ভাত খালো। ময়েই সুধিলো ঃ মামা শুম ক'ত? ঃ ইয়াতেই দুয়ো শুম দিয়া মামা-ভাগিন। ঃ ল'ৰাজন শুব ক'ত? ঃ সি এই বস্তাবোৰৰ ওপৰতে শুব। তুমি অলপ পঢ়া-শুনা কৰিলানে? মই পঢ়ি থকা বুলিয়েই ক'লো। মোৰ বিপৰ্যয়ৰ কথা মামাৰ আগত নক'লো। ৰাতি মামাৰ নাকৰ শব্দত টোপনিয়েই নাহিল। বেয়া পোৱা নাই। এনেয়েও দুশ্চিন্তাত টোপনি নাহিলহেঁতেন। মামা আৰু শুক্ৰেশ্বৰৰ কি গভীৰ নিদ্ৰা। এই পৰিবেশতে দুয়ো অভ্যস্ত হৈ গৈছে। মানুহ সদায় অৱস্থাৰ দাস।

কাউৰীয়ে কা-কা কৰাৰ লগে লগে মামা আৰু শুক্ৰেশ্বৰ উঠিল। মই টোপনিৰ ভাও ধৰিহে আছিলো। মামাই গভীৰ নিদ্ৰাত থকা বুলি গাত ধৰি মাতিলে ঃ ভাগিন উঠা। তোমাৰ বাহিৰ ফুৰা লাগিলে নৈৰ পাৰলৈ যাবা। দক্ষিণফালৰ ৰাস্তাটোৰে পোনে পোনে গৈ থাকিলে নৈ দেখা পাবাই। লাজ-কাজ নকৰিবা। ৰাতিপুৱাই সকলোৱে তাতে বহি থাকে। আৰু সৰু পানী চুবলৈ ঠাইখিনি চিনি পাইছানে? মই পোৱা

বুলি ক'লো। মামাই আকৌ সুধিলে ঃ তোমাৰ পৰীক্ষা কেইবজাত। মই আঠ বজাত বুলিয়েই ক'লো। উদ্দেশ্য ইয়াৰ পৰা ওলাই যাব পাৰিলেই ৰক্ষা। ঃ তেনেহ'লে তুমি আলুসিদ্ধ ভাত এমুঠিকে খাই যাবা। শুক্ৰেশ্বৰক ভাত ৰান্ধিবলৈ আদেশ দিলেই। মই নালাগে বুলি ক'লো। ভাত হোটেলতে খাম। ঃ তেনেহ'লে তুমি হাত-মুখ ধুই লোৱা, চাহ-তাহ খোৱা। মই বাহিৰ ফুৰি আহোগৈ।

মই হাত-মুখ ধুলো। সৰু পানী চুবলৈ সেই নৰককুণ্ডলৈকে গ'লো। দিনৰ দৃশ্য আৰু ভয়াবহ। বৰ্ণনাৰ অতীত। যুধিষ্ঠিৰে দেখা নৰকৰ দৃশ্যতকৈও ভয়াবহ। চকু-মুখ মুদি কোনোমতে কামফেৰা কৰিলো। মামা বহিৰ ফুৰি সোনকালে ঘূৰি আহিল। মই কাপোৰ-কানি ছুটকেছত ভৰাই, চাহ একাপ খাই বিদায় ল'লো। মামাই ক'লে ঃ তুমি আকৌ সন্ধিয়া ঘূৰি আহিবা। মই ক'লো ঃ মামা, মই আৰু ঘূৰি নাহো। পৰীক্ষাটো দি বাহিৰে বাহিৰেই ঘৰলৈ যামগৈ। মামাই সুধিলে— কিয়? তুমি বোলে আকৌ মিনিষ্টাৰকো লগ ধৰাৰ কথা আছিল? মই বোলো মামা আৰু মিনিষ্টাৰক লগ নধৰো। কেইদিনমান পিছত আপোনাকে লগ ধৰিবলৈ আহিম। আপুনিয়ে কিবা এটা কৰি দিব। মামাই ক'লে ঃ চাওঁ যোবাচোন। ক'ৰবাত কিবা কৰিব পাৰো নেকি। আজিকালি টকা নিদিলে চাকৰি পোৱা বৰ টান। ইলেকচনটো হৈ যাওক। তাৰ পিছত ক'ব পৰা যাব। কোনটো পাৰ্টি বা এইবাৰ আহে ঠিকতো নাই।

মামাই মোক অলপ আগবঢ়াই থ'বলৈ আহিল। চিটিবাছত উঠাৰ আগতে মামাই ক'লে ঃ তুমি মোৰ দোকানখনৰ কথা, ঘৰটোৰ কথা আমাৰ ঘৰত, গাঁৱত নক'বা। মহানগৰত ঘৰ-মাটি পোৱা বৰ টান। মই মামাক আশ্বাস দিলো ঃ নকওঁ মামা। আমি গাঁৱত গৌৰৱহে কৰো বোলে আমাৰ মামাৰ গুৱাহাটীত ঘৰ-মাটি আছে। বৰ ধুনীয়া ঘৰ। মেইন বজাৰতে। প্ৰকাণ্ড দোকান। সবেই জানে। মামাই হাঃ হাঃকৈ হাঁহিলে। মই চিটিবাছত জাঁপ মাৰি উঠিলো। ❑

# ক্ষমা কৰিব দেই!

এদিন বজাৰত হঠাতে ডি এছ পি প্ৰফুল্ল কুমাৰ শৰ্মাক লগ পালো। তেওঁৰ লগত আছিল পত্নী মিছেছ শৰ্মা। চহৰৰ এখন উচ্চস্তৰৰ মনোহাৰী দোকানত তেওঁলোকে বস্তু কিনি আছিল। মই গৈছিলো এপেকেট ব্ৰেড কিনিবলৈ।

সুদীৰ্ঘ বিশ বছৰৰ মূৰত মই শৰ্মাক দেখিছো। প্ৰথমতে মোৰ অলপ খেলি-মেলি লাগিছিল— সেইজন প্ৰফুল্ল শৰ্মা হয়নে নহয়? কিন্তু মোৰ দৃষ্টি আৰু স্মৃতি শক্তি বৰ দুৰ্বল নহয়, সেয়ে এক মুহূৰ্ত সময় নীৰিক্ষণ কৰোতেই মই নিশ্চিত হৈছিলো শৰ্মা হয়েই।

তেৱোঁ মোক দেখিছিল, কিন্তু অচিনাকিৰ ভাও ধৰি পত্নীৰ লগত বস্তু কিনাৰ ব্যস্ততা দেখুৱাইছিল। প্ৰফুল্ল পুলিচৰ মানুহ। তেওঁলোকৰ চকুৰ তীক্ষ্ণ নজৰ, স্মৃতি শক্তিৰ উৰ্বৰতাক ফাঁকি দিয়াৰ কাৰো সাধ্য নাই। চকুৰ চেহেৰা চাই চোৰ চিনে, শৰীৰৰ অংগী-ভংগী চাই ডকাইত চিনে। সেই কাৰণেই পুলিচ।

অৱশ্যে প্ৰফুল্লৰ চেহেৰাৰ যথেষ্ট পৰিৱৰ্তন হৈছে। একোছা প্ৰকাণ্ড মোচ ৰাখিছে। ম'হৰ শিঙৰ দৰে ভাঁজ লগা মোচকোছা দুয়োখন গালেৰে বগাই গৈ কাণ-পাশৰ চুলি স্পৰ্শ কৰিছে। চুলিবোৰ পুলিচৰ চুলিতকৈ কিছু ব্যতিক্ৰম। অৰ্থাৎ দীঘল। কলপক দিছে। চুলি, মোচত যে কলপ লগোৱা নাই ইয়েই তাৰ প্ৰমাণ। খাকী-ঝিমৰ পোছাক, কঁকালত পাঁচ ইঞ্চিমান বহলৰ চামৰাৰ বেল্ট, হাতত হেট্ আৰু বেতৰ লাঠি। খাকী কামিজত তিনিটাকৈ ষ্টাৰ— উচ্চ পুলিচ বিষয়াৰ চিহ্ন। শৰীৰৰ বৰণ ক'লা, কিন্তু চৰ্বি বৃদ্ধি হোৱা হেতু আগতকৈ কিছু বগা হৈছে। বিশ বছৰ আগত প্ৰফুল্ল বহুত খীণ আছিল। শৰীৰৰ উচ্চতা ঠিকেই আছিল, কিন্তু ইমান খীণ-মিন ল'ৰাটো যে এদিন পুলিচ বিভাগত ডি এছ পি হ'ব আমি ভাবিবই পৰা নাছিলো। প্ৰফুল্ল মোৰ সহপাঠী নাছিল। একেখন স্কুলতে আমি পঢ়িছিলো। আমি যেতিয়া টেনত, প্ৰফুল্ল তেতিয়া এইটত আছিল। মোক দাদা বুলি মাতিছিল আৰু অনবৰত আমাৰ লগত ফুৰিছিল। সেই সময়ত আমি পঢ়া চহৰখন বৰ সৰু আছিল। স্কুল আছিল মাত্ৰ দুখন। কলেজ এখন। হাইস্কুল পাছ কৰি কলেজতো পঢ়িছিলো, সেইখন চহৰৰে

কলেজখনত। প্ৰফুল্লয়ো তাতে পঢ়িছিল। তাতে বি এ পাছ কৰি এৰা-এৰি হ'লো। তেতিয়াৰ পৰা প্ৰফুল্লক লগ পোৱা নাছিলো। কিন্তু পিছত নগেনৰ মুখত শুনিছিলো প্ৰফুল্লই ডি এছ পিৰ চাৰ্কৰি পাইছে।

স্কুল, কলেজৰ সেই কালছোৱাত আমি কেইজনমান নলে-গলে লগা বন্ধু হৈছিলো। বিশেষকৈ উপেন, মাধৱ, বৈকুণ্ঠ, কমল, চন্দ্ৰ, প্ৰফুল্ল, হীৰেন আদি। একেলগে নাটক কৰা, সাংস্কৃতিক সন্ধিয়াত গীত গোৱা আৰু বল খেলাত আমি আছিলো আগৰণুৱা। এনেবোৰ কাৰণতো আমাৰ মাজত সৌহাৰ্দ্যতা বেছিকৈ গাঢ় হৈছিল।

ইমান সৌহাৰ্দ্য থকাৰ পিছতো বিশ বছৰৰ ব্যৱধানত প্ৰফুল্লই মোক পাহৰি গ'ল নেকি? কিয় বাৰু নিচিনাৰ ভাও ধৰিছে। মই লক্ষ্য কৰিছো— প্ৰফুল্লৰ স্বাস্থ্যৰ তুলনাত তেওঁৰ পৰিবাৰৰ স্বাস্থ্য বহুত ভাল। তেওঁ এগৰাকী ৰূপহী মহিলা। দেখাত গাভৰুজনী হৈ আছে। এখন বেঙুনীয়া ৰঙৰ জৰ্জেটৰ শাৰী আৰু সেই একে ৰঙৰে ব্লাউজ, লিপষ্টিক, নেইল প'লিচ, চেণ্ডেল। বব কটা চুলিতো সেই একে ৰঙৰে এপাহ ফুল গুজিছে। আঙুলি, হাত, কাণ, ডিঙিত অপৰ্যাপ্ত সোণৰ গহনা। দেহৰ ভাঁজে ভাঁজে শাৰীখন লিপিট খাই ধৰাত এগৰাকী ষোড়শী গাভৰুত যেন পৰিণত হৈছে— মোৰ এনে লাগিছিল। আনকি সেইজনী প্ৰফুল্লৰ স্ত্ৰী হয়নে নহয়— তাকো মোৰ পৰীক্ষা কৰিবলগীয়া হৈছিল। পিছত বস্তু কিনাৰ কথোপ-কথন, ভাব-ভংগীত সেই সন্দেহ দূৰীভূত হৈছিল।

মই এইবাৰ ওচৰলৈ গৈ জানিও নজনাৰ ভাও ধৰি মাত লগালো ঃ আপুনি প্ৰফুল্ল কুমাৰ শৰ্মা নহয়নে? ঃ অ' হয়। কিয়? তেওঁৰ চকু আৰু পুলিচৰ মেজাজী। মই মোৰ পৰিচয় দিলো ঃ মই শ্ৰীদিবাকৰ বৰুৱা। শৰ্মাৰ লগত একেখন স্কুল, একেখন কলেজতে পঢ়া। মোৰ বাক্যটো শেষ কৰিবলৈকে নাপালো, শৰ্মাই ক'লে ঃ আমি যেতিয়া টেনত, এওঁ তেতিয়া এইটত পঢ়িছিল। এওঁ পঢ়াত বৰ চোকা আছিল। তেনেকৈ কৈয়েই শৰ্মাই মোৰ ফালে এটা চকুৰ ঠাৰ মাৰিলে।

দোকানৰ বস্তু কিনা খন্তেক বন্ধ ৰাখি শৰ্মাৰ পৰিবাৰেও মোৰ লগত কথা পাতিলে— দুই-এটা সৰু-সুৰা কথা আৰু মোক তেওঁলোকৰ ঘৰলৈ নিমন্ত্ৰণ কৰিলে ঃ আহিবচোন আমাৰ ঘৰলৈ। পদুম পুখুৰী ৰ'ডত আমি আছো বৰ্তমান। ঘৰ বনাই আছো সেন্দূৰী আলিৰ ওচৰত।

ইতিমধ্যে শৰ্মাই ঘৈণীয়েকক ক'লে ঃ বাৰু, তুমি কি কি লাগে সকলোবোৰ লোৱা। আমি বাহিৰতে দুয়ো দুটা চিগাৰেট হুপি লওঁ। আহা বৰুৱা, আমি তাতে চিগাৰেট হুপি কথা পাতোগৈ।

বাহিৰৰ ফুট-পাথতে, ঠিক শৰ্মাৰ পত্নীক দেখি থকাকৈ এঠাইত থিয় হ'লো। শৰ্মাই তেওঁৰ পত্নীৰ ফালে বাৰে বাৰে দৃষ্টি নিক্ষেপ কৰিছিল আৰু নিশ্চিত হৈছিল যে তেওঁ দোকানীৰ লগত বস্তু কিনাত ব্যস্ত হৈ পৰিছে।

এইবাৰ শৰ্মাই মোক সতৰ্কভাৱে হাতত ধৰি ক'লে ঃ দাদা, আপুনি মোক ক্ষমা কৰিব। আজি আপুনি মোৰ সন্মান আৰু মৰ্যাদা ৰক্ষা কৰিলে। প্ৰথমতেই আপুনি মোক "আপুনি" সম্বোধন কৰি পত্নীৰ আগত মোৰ ওজন বঢ়াই দিলে। লগে লগেই মই আপোনাক তুমি ব্যৱহাৰ কৰিছো। আপুনি মোৰ চকুৰ ইংগিত নিশ্চয় বুজি পাইছিল। মই ক'লো ঃ তোমাৰ চকুৰ ইংগিতটো মই বুজি পাইছিলো; কিন্তু ইয়াৰ অৰ্থ কি হ'ব পাৰে মই একো বুজা নাছিলো। আৰু এতিয়াও তুমি এইবোৰ কি কৈছা একো ধৰিব পৰা নাই। ঃ ক'ম দাদা, সকলো বুজাই ক'ম। আপোনাৰ ঠিকনাটো মোক দিয়ক। মই আপোনাৰ ঘৰ ওলামগৈ। তেওঁৰ বস্তুবোৰ কিনা হ'লেই। গতিকে আহক আমি দোকানলৈকে যাওঁ। এইবাৰো আপুনি আগৰ দৰেই মোক সম্বোধন কৰিব; মই আপোনাক "তুমি" বুলিম। মোৰ অনুৰোধ, আপুনি বেয়া নাপাব দাদা।

দোকানত মই তেওঁলোকৰ ওচৰতে বৈ থাকিলো। শৰ্মাই সুধিলে ঃ হ'ল নে তোমাৰ? পইচা দিলানে? মিছেছ শৰ্মাই হ'ল বুলি ক'লে আৰু দোকানীৰ পৰা বিদায় লৈ লাহে লাহে বাহিৰলৈ ওলাই আহিল। দোকানৰ বাৰাণ্ডাত শৰ্মাই প্ৰস্তাৱ দিলে ঃ ব'লা দিবাকৰ, আজি বহু বছৰৰ মূৰত তোমাক লগ পাইছো, লগ লাগি "প্ৰভাৱতী" ৰেষ্টোৰাত একোকাপ কফি খাওঁ। মিছেছ শৰ্মাই তাতোকৈ বেছি আগ্ৰহত ক'লে ঃ ইয়েছ, ইয়েছ লেট আছ দু ইট। ময়ো বৰ ফিল কৰিছো।

তেওঁলোকৰ গাড়ীত উঠি আমি চহৰৰ একেবাৰে উচ্চস্তৰৰ ৰেষ্টোৰাঁ "প্ৰভাৱতী"ত সোমালো। এখন টেবুল মাজত লৈ তিনিও বহিলো। মিছেছ শৰ্মাই খোৱাৰ কিবা-কিবি অৰ্ডাৰ দিলে। বেছ আনন্দ মুখৰ ৰাংঢালি তিৰোতা। মুখতে হাঁহিটোও আছে অথচ গাম্ভীৰ্যতাও আছে।

শৰ্মাই মোক সুধিলে ঃ বাৰু বৰুৱা, তোমাক মই সোধাই নাই, তুমি কি চাকৰি কৰাহে? মই সাংবাদিক বুলি কোৱাত তেওঁ প্ৰথমতে বৰকৈ হাঁহিলে আৰু ক'লে ঃ হেৰা, আমি সাংবাদিকবিলাকক বৰ ভয় কৰোহে। মই আচৰিত ভাব-ভংগীৰে সুধিলো ঃ কিয়? তেওঁ ক'লে ঃ আমি শান্তি ৰক্ষা কৰো। তোমালোকে শান্তি ভংগ কৰা। ঃ কি কয় দাদা আপুনি? আমি ঘটি যোৱা সঁচা ঘটনাবোৰহে প্ৰকাশ কৰো। গতিকে আমি শান্তি ভংগ কৰা আপুনি ক'ত দেখিলে।

ঃ সেইটোৱেতো কথা। তোমালোকে সঁচা কথাবোৰ প্ৰকাশ কৰি দিয়া কাৰণে আমি তৰা-নৰা ছিঙি দৌৰিব লাগে। চোৰ ধৰিলেও আমাৰ বিপদ, নধৰিলেও আমাৰ বিপদ। আমাক কোনোৱে বিশ্বাসত নলয়হে আজিকালি। ওপৰত আমাৰ মন্ত্ৰী, তলত তোমালোক; গো-বধ, ব্ৰহ্ম-বধৰ দৰে আমাৰ জীৱন।

ঃ কিন্তু আপুনিতো বৰ সুখতে আছে দেখিছো।

তেনেতে আমাৰ খাদ্য-সামগ্ৰী আহি পালে। মিছেছ শৰ্মাই ক'লে ঃ এতিয়া সেইবোৰ কথোপ-কথন এৰা। খাব লাগে. যাব লাগে।

খাই-লৈ আমি বাহিৰত এৰা-এৰি হ'লো। মিছেছ শৰ্মাই মোক বাৰে বাৰে তেওঁলোকৰ ঘৰলৈ নিমন্ত্ৰণ কৰিলে ঃ তুমি যাবা যেনে-তেনে আমাৰ ঘৰলৈ। এওঁক দাদা বোলা যেতিয়া মোক নবৌ বুলিবা। শৰ্মায়ো আন্তৰিকতাৰেই নিমন্ত্ৰণ কৰিলে ঃ এৰা দিবাকৰ, তুমি এদিন আহা আমাৰ ঘৰলৈ। বহুত সংবাদ দিম তোমাক। অ' মই তোমাৰ কাকতখনৰ নাম সোধাই নহ'ল। কোনখন কাকতত কাম কৰা। মই নামটো ক'লো। শৰ্মাই ক'লে ঃ এদিন যাম তোমাৰ কাৰ্যালয়লৈ।

তেওঁলোকে গাড়ীত উঠি গুচি গ'ল। মই সংবাদ বিচাৰি অইন এঠাইলৈ গ'লো। কিন্তু বাৰে বাৰে মোৰ শৰ্মাৰ কথাটো মনত পৰি থাকিল। কিয় বাৰু তেওঁ মোক তুমি বুলি মাতিলে আৰু মই তেওঁতকৈ দুই শ্ৰেণীৰ তল বুলি ঘৈণীয়েকৰ আগত জাহিৰ কৰিলে?

আমাৰ সমাজত মানহক সম্বোধন কৰা এটা ডাঙৰ সংস্কৃতি। ডাঙৰে সৰুক তুমি বোলে, সৰুৱে ডাঙৰক আপুনি। কিন্তু চাকৰিৰ মান-মৰ্যাদাৰ ক্ষেত্ৰত ইয়াৰ ব্যতিক্ৰম হয়। আমাৰ পিয়নজনক, চকীদাৰজনক, পিতৃসম বয়সস্থৰ হ'লেও আমি তুমি, তই বুলি মাতো অথবা নামকাঢ়ি মাতো। সৰু ল'ৰা মন্ত্ৰী হ'লে, তেওঁৰ শিক্ষকজনেও তেওঁক ছাৰ বোলা নিয়ম আছে। এবাৰ মোৰ স্কুলীয়া কালৰ আন এজন বন্ধু ডেপুটি কমিছনাৰ হৈছিল। তেৰো মোতকৈ দুই শ্ৰেণীৰ তল আছিল। স্কুলত ভাইটি, গুদা বাপু, বাপা আদি সম্বোধন কৰি মাতিছিলো। মোক বুলিছিল দাদা। এই ভাবতে এদিন অফিচত তেওঁক বাপা বুলিয়েই মাতি পেলালো। তেওঁ মুখেৰে নামাতিলেই। মোক যেন চিনি নাপাই— এনে মুখৰ ভংগিমা দেখুৱালে। তাৰ পিছত এদিন ঘৰলৈ যাওঁতে তেওঁ অৱশ্যে মোক ক'লে ঃ দাদা, অফিচৰ পজিচনত আপুনি মোক ভাইটি, বাপা এইবোৰ নুবুলিব, ঘৰত আপুনি মোক নাম ধৰি মাতক, তাত মোৰ আপত্তি একো নাই, বেয়া পাবলগীয়াও নাই। চাহ একাপ খাব নেকি?

মই অৱশ্যে নাজানিহে তেনে কাম কৰিছিলো। অন্তৰ খোলা, ভোলানাথ ধৰণৰ মানুহে আচলতে আজিৰ যুগৰ বহুত কথা নাজানে। স্থান, কাল, পাত্ৰৰ কথাও বহুত সময়ত পাহৰি যায়। সেয়া আচলতে আনন্দৰ উল্লাস। সকলোকে আপোন কৰি লোৱাৰ হেঁপাহ। মোতকৈ বয়সত, বিদ্যা-বুদ্ধিত ডাঙৰ মানুহক, যদি মোৰ কোনো আত্মীয়-স্বজন নহয় তেন্তে মই তেওঁক ছাৰ বুলি মাতো। তেওঁৰ উপাধিটো ধৰি মাতিবলৈও মোৰ ভাল নালাগে। বা ইংৰাজী আদব-কায়দাত মিঃ শইখীয়া, মিঃ থেকা( শইকীয়া, ডেকা) বুলি মাতিবলৈও ভাল নালাগে। কিবা এটা সমনীয়া, সমনীয়া যেন লাগে। তেওঁক যেন অসন্মান কৰা হয়— এনে অনুভৱ কৰো। সেই কাৰণে আমাৰ পেপাৰৰ চিফ এডিটৰক আৰু মালিক পক্ষক মই ছাৰ বুলি মাতো। আনকি এজন বুঢ়া প্ৰুফৰিডাৰ, তেখেত মোতকৈ বিদ্যা-বুদ্ধিত কম— তেখতকো মই ছাৰ বুলি মাতো।

আনফালে মোতকৈ বয়সতো সৰু, বিদ্যা-বুদ্ধিতো কম— তেওঁলোককো মই বাপু, বাপা, ভাইটি বুলি মাতো। এইবোৰ মৰমৰ শব্দ। তেওঁলোক পিয়ন, চকীদাৰ অথবা কম্পজিটৰেই হওক। জীৱনত কাকো মই "তই" বুলি মাতি পোৱা নাই।

আজি ডি এছ পি শৰ্মাক লগ পাওঁতে মোৰ এইবোৰ কথা বৰকৈ মনলৈ আহিছে। মোৰ চাকৰিৰ কাৰণেই হওক অথবা আন কোনো কাৰণতেই হওক, ভালেমান পুলিচ বিষয়াৰ লগত চিনাকি আছে। এই চিনাকিৰ সূত্ৰতে ভালেমান কাহিনীৰো জন্ম হৈছে। সেইবোৰ পেটত ঠাহ খাই আছে।

মাজে মাজে মই শৰ্মাক বজাৰৰ মাজত, থানাত, মেডিকেল কলেজ, ৰেল-ষ্টেচন, সভা-সমিতিত চাওঁ, কিন্তু সিদিনাৰ পৰা ক'তো দেখা পোৱা নাই। অৱশ্যে সেইটো একো অস্বাভাৱিক কথা নহয়। ইমান ডাঙৰ চহৰ এখনত সকলো মানুহকে সকলো সময়তে লগ পোৱা কঠিন কাম।

কিন্তু আকস্মিকভাৱে এদিন মিছেছ শৰ্মাক লগ পাই গ'লো। মই আচলতে লুকাব খুজিছিলো, কিন্তু তেখেতে আগধৰি মাত লগালে ঃ কিহে বাপু, দেখিবলৈকে নোপোৱা হ'লো। আমাৰ ঘৰলৈ যাওঁ বুলি কৈ এদিন নগ'লা। আহা চাহ খাওঁগৈ। মই আৰ্জেন্ট কাম থকাৰ অজুহাত দেখুৱালো। তেওঁ নামানিলে। আহা, আহা, মোৰ লগত আধাঘণ্টা সময় কটালে তোমাৰ একো ক্ষতি নহয়। খবৰ বিচাৰিহে ফুৰিবা। মই দিম তোমাক বহুত খবৰ। ছিঃ বৰ বিপাঙত পৰি গ'লো। কি পাকত পেলাই দিলে মিঃ শৰ্মাই। ভাইবোৱাৰীস্বৰূপা মহিলা এগৰাকীক এতিয়া নবৌ বুলিব লগা বান্ধত পেলাই দিলে।

এখন ৰেষ্টুৰেণ্টত সোমালো। মিছেছ শৰ্মাই অৰ্ডাৰ দিলে। মই শৰ্মাৰ খবৰ সুধিলো তেখেতৰ খবৰ কি? সিদিনাৰ পৰা লগেই পোৱা নাই, ক'তো দেখাও পোৱা নাই। মিছেছ শৰ্মাই ক'লে ঃ মানুহটোৰ কথা নুসুধিবা আৰু। ঘৰত থাকিবলৈ সময়েই নাপায়। দিন ৰাতি একো নাই, যেতিয়াই খবৰ আহে তেতিয়াই যাব লাগে। কেতিয়াবা নিশা দিনাৰ খাবলৈ বহিছে, আহিল খবৰ, এছ পিয়ে মাতি পঠিয়াইছে। পুলিচৰ চাকৰি বৰ বেয়া। পুলিচৰ লগত বিয়া হ'ব নালাগে।

ইতিমধ্যে অৰ্ডাৰ মতে খোৱা বস্তু আৰু চাহ আহিল। মিছেছ শৰ্মাই পৰিৱেশন কৰি থকাৰ মাজতে আকৌ ক'লে ঃ পুলিচৰ মানুহে ঘৰৰ পৰিয়ালৰ কথা ভাবিবলৈ অলপও সময় নাপায়। সেই কাৰণেই পুলিচৰ ঘৈণীয়েকবিলাকৰ কাম বেছি। ঘৰ বন্ধা, বজাৰ কৰা, ল'ৰা-ছোৱালীৰ শিক্ষা-দীক্ষা-সকলোবোৰ জঞ্জাল ঘৈণীয়েকগৰাকীয়ে ল'ব লাগে। যেনেকৈ মই কৰি আছো। কৈ তেওঁ হাঁহিলে। ময়োতো কিবা এটা ক'ব লাগিল। মই ক'লো ঃ পুলিচৰ কাম বহুত। দেশৰ শান্তিৰক্ষক তেখেতসকল। আনৰ শান্তি ৰক্ষা কৰিবলৈ যাওঁতে নিজৰ শান্তি বিঘ্নিত হ'বই।

তেওঁ ক'লে ঃ নহয়হে, কথা সেইটো নহয়। আগতে পুলিচবিলাকৰ ইমান কাম নাছিল। এতিয়া দেশখনত চোৰ, ডকাইত, সন্ত্ৰাসবাদী, সুবিধাবাদী আদি বাঢ়ি গৈছে

নহয়, গতিকে তেওঁলোকৰো কাম বাঢ়িছে। তুমি কি কোৱা? তুমিতো সাংবাদিক, এইবোৰ কথা বেছি ভু পোৱা। মই ক'লো ঃ নাই, নাই, মই তেনে সংবাদ সংগ্ৰহ নকৰো। মই দেশৰ অৰ্থনৈতিক আৰু দুৰ্নীতিৰ দিশটোৰ ওপৰতে আলোকপাত কৰো।

আমাৰ খোৱা-পৰ্ব শেষ হৈছিল। মই তেওঁৰ পৰা পৰিত্ৰাণ পাবলৈ উচপিচাই আছো। গতিকে মই কৈয়েই দিলো ঃ এতিয়া যাওঁগৈ। আপোনাৰ ঘৰত গৈ এইবোৰ আলোচনা কৰিম। মোৰ জৰুৰী কাম এটা আছে।

মিছেছ শৰ্মাই ক'লে ঃ তুমি আমাৰ ঘৰলৈ কেতিয়া আহিবা কৈ দিয়া। নিশা ডিনাৰ খোৱাকৈ আহিবা। তাতে আমি কথা পাতিম। মই খাটাং দিন নিদিলো, কিন্তু যাম বুলি কথা দিলো।

ইয়াৰ কেইদিনমান পিছত মিঃ শৰ্মা মোৰ ঘৰত উপস্থিত হ'ল। তেওঁক দেখিয়েই মোৰ মনৰ বোজা পাতলি গ'ল। মই কোনো পাতনি নেমেলাকৈয়ে তেওঁক সুধিলো ঃ তুমি কি কাগুখন কৰিলা প্ৰফুল্ল? তোমাৰ পৰিবাৰে মোক তেওঁৰ নিজৰ দেওৰেকৰ দৰেই কথা পাতিছে। মোৰ বৰ বেয়া লাগিছে। তুমি মোক ৰহস্যটো ভাঙি কোৱা আৰু তোমাৰ পৰিবাৰকো কথাটো ভাঙি কোৱা।

প্ৰফুল্ল শৰ্মাই হাঁহি এটা মাৰিলে। হাঁহিটো মাৰি তেওঁ ক'লে ঃ দাদা, সেই কাৰণেই সময় এটা উলিয়াই আজি আপোনাৰ ওচৰলৈ আহিছো সকলো ৰহস্য কথা ব্যক্ত কৰিম বুলি। সময়েই উলিয়াব পৰা নাই জানে। আলফা, চালফা, বি.আৰ.এছ.এফ, ডকাইত, চোৰ ছাত্ৰ আৰু দুৰ্নীতি কৰা বিষায়া ইত্যাদি সমস্যাবোৰ আমাৰ জীৱন দুৰ্বিসহ কৰি তুলিছে দাদা তদুপৰি আপোনালোকে ৰিপোৰ্টাৰবোৰতো আছেই। বাকীবোৰক পিটি ঠিক কৰিব পাৰো; কিন্তু আপোনালোকক পিটাও টান। হাঁহাকাৰ লাগি যাব নহয়। মই কলো— এইবোৰ প্ৰসঙ্গ আজি এৰা, তোমাক ককাইদেউ বোলাৰ ৰহস্যটোহে ভাঙি কোৱা।

ঃ অ' ক'ম, দাদা ক'ম, সেইটো ক'বলৈকেতো উধাতু খাই আহিছো। আচল কথাটো তৎক্ষণাৎ কৈ দিলে তাৰ সোৱাদ নাথাকে। আপোনালোকৰ সাংবাদিকসকলৰ কথা অলপ সুকীয়া। হেডলাইনেৰে ৰহস্যৰ সন্ধান দি দিয়ে। কিন্তু গাল্পিক, ঔপন্যাসিকসকলক চাবচোন, কাহিনীটো আগতেই পেঘেনিয়াই থাকে, শেষতহে ৰহস্যটো ভাঙি দিয়ে। আমি পুলিচৰ মানুহবোৰো তেনেকুৱাই। ডকাইত, বাদীবিলাক, চোৰবিলাকে কি ক'ব আমি আগতে জানো; কিন্তু তথাপি সিহঁতক প্ৰথমতে আমি উল্টা-পুল্টা প্ৰশ্ন সুধি ব্যতিব্যস্ত কৰো।

ঃ হ'ব দিয়া, মোক চোৰ, ডকাইত, সন্ত্ৰাসবাদী বুলি ধৰি নল'বা। মই লেখকো নহয়। গতিকে সোনকালে ৰহস্যটো ভাঙি কোৱা। উকীল হ'ব লাগিছিল অথবা ৰাজনীতিক। তেওঁলোকৰ দৰেই তোমাৰ কথাৰ মেৰপাক আৰু কথা কোৱাৰ ষ্টাইল। হিঃ হিঃ সাঃ সাঃ। দুয়ো হাঁহিলো।

ঃ আচলতে কি জানে দাদা, পুলিচৰ ঘৰুৱা সংসাৰ বৰ ভাল নহয়। ঘৰৰ পৰিয়ালক সুখ-সন্তোষ দিবলৈ তেওঁলোকে সময়েই নাপায়। ওপৰৰ পৰা নিৰ্দেশ আহিলে অথবা তলৰ পৰা খবৰ আহিলে তেওঁলোকে আধা খোৱা চাহ, ভাত এৰি দৌৰিব লাগে। তেওঁলোকৰ জীৱনত সূৰ্যটো ডুব নাযায় অৰ্থাৎ দিন-ৰাতি বুলি কোনো কথা নাই। গতিকে ঘৰৰ পত্নী, পুত্ৰ, কন্যাক সুখ দিয়া তেওঁলোকৰ ভাগ্যত নাই। সেইকাৰণে সিহঁতে পুলিচ গিৰিয়েকক, বাপেকক বেয়া পাব, নহয় ঘৃণা-তাচ্ছিল্য কৰিব।

ঃ হেৰা প্ৰফুল্ল, তোমাৰ ভাষণ বৰ দীঘলীয়া হৈছেহে। নহ'লে আজি এৰা ইয়াতে। পিছত এদিন ক'বা। মোৰ কাম আছে। ওলাই যাব লাগে। কিন্তু প্ৰফুল্লই এৰি নিদিলে? হ'লে বোলে হ'ব দাদা, হ'ব। ভাষণ দীঘলীয়া নকৰো। আচল কথাটো কওঁ শুনা। দাদা আপোনাৰ অনুমতি পালে মই চিগাৰেট এটা খাব পাৰো—। মই ক'লো ঃ নিশ্চয় নিশ্চয। কিয় নাখাবা। খোৱা। মোৰ সেইবিলাক অভ্যাস নাই। ঃ আমি পুলিচৰ মানুহ। সব খোৱা অভ্যাস আছে। মদ, ভাং, চিগাৰেট একো বাকী নাই। আচলতে ... গোনে পৰিস্থিতিয়ে আমাক বাধ্য কৰে। কেতিয়াবা ওৰেটো নিশা হাবি-জংঘলৰ মাজত বহি থাকিবলগীয়া হয়। তেনে সময়ত এনেবোৰ নিচাযুক্ত দ্ৰব্য সেৱন নকৰিলে ৰক্ষা নাই।

ঃ হ'ব দিয়া, আচল কথালৈ ঘূৰি আহা, তেওঁৰ লেকাম টানিলো মই। প্ৰফুল্লই এইবাৰহে মূলকথা আৰম্ভ কৰিলে। আচলতে কি জানে দাদা, তেওঁ মোক অনবৰত ... দু বুলি ঠাট্টা-মস্কৰা কৰি থাকে। মোৰ স্বাস্থ্য সচাঁকৈয়ে পৰি গৈছে। আপুনি মোৰ লগত পঢ়া দীনেশ, হীৰেন, উমেশহঁতৰ কথা জানে নহয়? সিহঁত মাজে মাজে আমাৰ ঘৰলৈ আহে। সিহঁতৰ স্বাস্থ্যবোৰ বেছ মেইনটেইন কৰিছেহে দাদা। ... নকৰিব, সিহঁতৰ বৰ আৰামৰ চাকৰি। দীনেশ হ'ল হাকিম, হীৰেন উকীল আৰু উমেশ ডাক্তৰ। খুব আৰামত থাকে সিহঁত। ভালকৈ খাইছে, কেনৰ তলত বহি ... ভাৰ বস্তু খাইছে। মাখনৰ দৰে তুলীত নিশা ন বজাতে ডিনাৰ খাই শুইছে পুৱা আঠ বজাত উঠিছে।

ঃ সেইবোৰ বুজিলো, বেছি দীঘলীয়া কৰিব নালাগে। হেৰা ভোগাই বসুন্ধৰা, সিহঁতে ভাল চাকৰি পাইছে নিজৰ মেৰিটৰ ওপৰত। ভালদৰে থাকিব, খাবই। সেইলৈ তোমাৰ, মোৰ ভাবিবলগীয়া কিটো আছে— মই বিৰক্তি প্ৰকাশ কৰি ক'লো।

প্ৰফুল্লই হাঁহিলে। হাঁহি হাঁহি ক'লে ঃ মেৰিট? সিহঁতে মেৰিটৰ ওপৰত ভাল চাকৰি পাইছে? সিহঁতৰ কি মেৰিট আছিলহে দাদা? ক্লাছত ময়েই সদায় ফাষ্ট আছিলো। সিহঁত মানে দীনেশ ছেকেণ্ড, হীৰেন থাৰ্ড আৰু উমেশ আছিল ফৰ্থ। অথচ সিহঁতে পালে সেইবোৰ চাকৰি, মই এটা সাধাৰণ ডি এছ পি!

ঃ তেনেহ'লে তেওঁলোকে কেনেকৈ পালে এইবোৰ চাকৰি? মই প্ৰশ্ন কৰিলো প্ৰফুল্লক। কথা বৰ দীঘলীয়া হৈ যায়। কথা খুঁচৰি উলিয়াই দিলে প্ৰফুল্লই ভালেই

পায়। গতিকে তেওঁ আকৌ আৰম্ভ কৰিলে ঃ সেইবোৰ দাদা খাতিৰ। আপুনি জানেনে নাই নাজানো সিহঁতৰ দেউতাকহঁত আছিল সমাজৰ একোজন মহা প্ৰভাৱশালী লোক। মন্ত্ৰী, বিষয়াৰ লগত আছিল হলি-গলি, উঠা-বহা। সুবিধাৰ চাকৰি তেওঁলোকৰ ল'ৰা-ছোৱালীয়ে নাপায় আপোনাৰ, মোৰ মানে আপুনি, মই পামনে?

ইয়াৰ পিছত প্ৰফুল্ল লাইন কাটি নগ'ল। তেওঁ কিছু গহীন হ'ল আৰু ক'লে ঃ আচলতে কি জানে দাদা, সিহঁত এনেদৰে সঘনাই মোৰ ঘৰলৈ চাহ-পানী খাই আড্ডা মাৰি যোৱাৰ পিছতহে তেওঁ মোৰ লগত ঠাট্টা-মস্কৰা আৰম্ভ কৰে বোলে মই বুঢাটোৰ লগত বিয়া হ'লো। লগৰ সকলো মানুহ কেনে ধুনীয়া ডেকা হৈ আছে। আপুনি ইমান বুঢ়া কেলেই হ'ল? মই অৱশ্যে তেওঁক কৈছিলো যে বয়সৰ লগত স্বাস্থ্যৰ সম্পৰ্ক নাই। মোতকৈ কম বয়সৰ মানুহৰো স্বাস্থ্য মোতকৈ বেয়া। তেওঁ মোৰ লগত জেদ ধৰিছিল বোলে আপোনাতকৈ কম বয়সৰ, স্বাস্থ্য বেয়া মানুহ মই কিন্তু আজিলৈকে কাকো দেখা নাই। দেখুৱাবচোন এদিন?

...সেই সুযোগটো সিদিনাই আহিল। আপোনাক লগ পায়েই তৎক্ষণাৎ তুমি বুলি মোতকৈ সৰু কৰি পেলালো। বাকীখিনি কথা আপুনি জানেই। আপুনি মোৰ জেদ ৰক্ষা কৰিলে, মোক বচালে। আপোনাৰ এই ভগ্ন স্বাস্থ্য দেখি তেওঁ বৰ পতিয়ন গৈছে আৰু সন্তুষ্টি লভিছে। এইকেইদিন ঘৰত সুখতে আছো বুলিব পাৰে। আপুনি মোক ক্ষমা কৰক। আৰু এটা অনুৰোধ দাদা, আপুনি মোৰ ঘৰলৈ কোনোদিনে যাব নালাগে। মোক যেন পত্নীৰ আগত পুনৰাই অপদস্থ নকৰে। জীৱনত বহুত চোৰ, ডকাইত, সন্ত্ৰাসবাদী দমন কৰিলো; কিন্তু নিজৰ পত্নীক দমন কৰিব নোৱাৰিলো। বৃদ্ধৰ তৰুণী ভাৰ্যা বৰ বেয়া দাদা। আহো বাৰু, বেয়া-চেয়া নাপাব। এইবোৰ কথা ক'তো নিলিখিব। হয়তো এই লৈ কেতিয়াবা আপুনি মোৰ শত্ৰু হৈয়ো যাব পাৰে। আহো দাদা, কেতিয়াবা আহিম। সেইজনী বজাৰলৈ ওলাই আহিছে। মোৰো ডিউটি আছে। আজি বৰপেটাত ডিউটি পৰিছে। বোধহয় তালৈকে যাব লাগিব।

মই চক খাই উঠিলো। প্ৰফুল্লও চক খাই উঠিল আগতে ফেঁটীসাপ দেখা মানুহৰ দৰে। বাঘিনীৰ দৰে সোমাই আহিছিল মিছেছ শৰ্মা আৰু শৰ্মাক আগভেটি ধৰি কৈছিল ঃ নেলাগে পলাবলৈ, মই সকলো শুনি আছিলো। ছিঃ ছিঃ এনে লম্পট আপুনি। মোৰো আপুনি নাক-কাণ কটা খেদালে। ককাইদেউ বুলিব লগা মানুহজনক দেওৰ কৰি দিলে। পুলিচৰ চোৰ ধৰা বুদ্ধি সকলোতে নাখাটে। লজ্জা পুৰি খালে আপুনি। বুঢ়া বুলি ক'লে কেলেই লাজ পাই।

মই বোবা হৈ গ'লো। এনে পৰিস্থিতিত পৰিম বুলি ভবা নাছিলো। মোৰ ফালে চাই মিছেছ শৰ্মাই ক'লে ঃ ককাইদেউ, আপোনাৰ ওচৰত ক্ষমা খুজিছো। শৰ্মাৰ ফালে চাই চকু পকাই ক'লে ঃ ঘৰলৈ আহক, দিম আজি মজাপালি। আনৰ ঘৰত অভদ্ৰামি নকৰো। এইবুলি বায়ুবেগে মিছেছ শৰ্মা ওলাই গ'ল।

থিয় হৈ থকা শৰ্মা এইবাৰ চকীখনত বহি পৰিল। ঠিক যেন মাজ মূৰত টাঙোনৰ কোব খোৱা মানুহৰ দৰে। মোক পানী এগিলাচ খুজিলে। পানী গিলাচ পি ক'লে ঃ বৰ অশান্তিত দিন কটাইছো দাদা। বৃদ্ধৰ তৰুণী ভাৰ্যাক সন্তুষ্ট কৰিবলৈ যিমান আহোপুৰুষাৰ্থ কৰিছো, আনকি মোৰ ওপৰৱালাকো সন্তুষ্ট কৰিবলৈ সিমান চেষ্টা কৰা নাই। আজি ঘৰত মহা পয়মাল হ'ব। হাতে হাতে চোৰ ধৰা পৰি গ'লো নহয়। বাৰু মই আহো দাদা, আপোনাক অযথা কষ্ট দিলো। অথনি আপোনাক এইবোৰ কথা ক'তো নিলিখিবলৈ অনুৰোধ কৰিছিলো। কিন্তু এতিয়া অনুৰোধ কৰো, এইবোৰ কথা আপুনি লেখক। মই হা-না একো ব্যক্ত নকৰো এতই ডি এছ পি শৰ্মা ওলাই গ'ল।

...কিন্তু কি আচৰিত— কালৰো কাল, হৰিণাই চেলেকে বাঘৰ গাল। পিছদিনা শৰ্মা দম্পতী মোৰ ঘৰত হাজিৰ। মিঠাইৰ পেকেট এটা লৈ আহিছে। মোক দুয়ো ক'লে ঃ দাদা আপোনাৰ ওচৰত ক্ষমা বিচাৰি আহিছো। আমাৰ স্বামী-স্ত্ৰীৰ কাজিয়া ছাগলীৰ যুঁজৰ দৰে— আপুনিতো জানেই। আমি কম্প্ৰমাইজ কৰিছো। আপুনি এইবোৰ ক'তো নিলিখিব। মানুহৰ আগত বৰ হেয় হৈ যাম।

মোৰ অন্তৰৰ আশ্চৰ্যখিনি চেপি ৰাখি তেওঁলোকক প্ৰতিশ্ৰুতি দিলো— নিলিখো দিয়া। তেওঁলোকে হাঁহি-মাতি চাহ-পানী খাই ওলাই গ'ল।

কিন্তু মই লিখি পেলালো। তেওঁলোকক অপদস্থ কৰাৰ মানসেৰে নহয়। বৈবাহিক জীৱনত স্বামী-স্ত্ৰীৰ এই যে মানসিক সংঘাতবোৰ— এইবোৰ কিমান অনৰ্থক আৰু অঁ প্ৰয়োজনীয়— তাকে প্ৰতীয়মান কৰাবলৈ।

ক্ষমা কৰিব দেই!□

# দুটা কাম একেলগে

শীতৰ শেষত বসন্ত কাল অহাৰ দৰে, পাঁচ বছৰীয়া শাসন কাল অন্ত হোৱাৰ লগে লগে আকৌ ইলেকচনৰ কাল আহিল। বসন্ত কালত মন উতলা হয় যদিও শেষৰ ফালে শৰীৰৰ ছাল ফাটে, ওঠ ফাটে, ভৰিৰ গোৰোহা ফাটে, শুকান বতাহে ধূলি-বালি কঢ়িয়াই চকু-মুখে মাৰি উৎখাত কৰে। ইলেকচনৰ বতৰো তেনেকুৱাই। ওচৰ চাপি অহাৰ লগে লগে গা ইছাট-বিছাট কৰে। কতো শান্তি নাই, শৰীৰত তত্ নাই, খোৱাৰ-শোৱাৰ-ধোৱাৰ সময় নাই।

ৰাজেন্দ্ৰ চহৰীয়া ডেকা মন্ত্ৰী। ডেকা মানে দুকুৰিৰ ওপৰ, পঞ্চাশ হোৱা নাই। সাধাৰণতে পঞ্চাশৰ আগৰ বিলাকক অৰ্থাৎ পঞ্চাশ বছৰ বয়স অতিক্ৰম কৰা লোকসকলকহে বুঢ়াৰ শাৰীত ধৰে। চল্লিশ-পঞ্চাশৰ মাজত ডেকা। চহৰীয়াই আঠাইশ বছৰ বয়সত বিয়া কৰাইছিল। নীলপুৰৰ বিমলাক। দুবছৰ পিছতে ছোৱালী এজনীৰ জন্ম হৈছিল। তাইৰ নাম ৰাণী। ৰাণী এতিয়া সোতৰ বছৰত ভৰি দিছে। যোৱা পাঁচ [illegible] বাপেকৰ জহতে অপৰ্যাপ্ত ঘিউ, মৌ, দৈ, দুগ্ধ, ৰৌ, চিতল, চিকেন মাটন, [illegible] আঙুৰ, কল, কমলা, মাখন, মোণ্ডা আদি ভোগ কৰাত শৰীৰটো নোদোকা হৈ [illegible]ইশ বছৰীয়া গাভৰুৰ দৰে চেহেৰা হৈছে। মাক বিমলা ওৰফে ৰাজেন্দ্ৰ পত্নীৰো [illegible] অৱস্থা। আগতে তামোল চোবাই, পিকেৰে ওঁঠ ৰঙা কৰি ৰাখিছিল। এতিয়া ওঁঠ-লাঠি ঘঁহি ৰঙা কৰে। বিউটি পাৰ্লাৰত ৰূপ-সজ্জা কৰি ডেকেৰী হৈ থাকে।

অশেষ চেষ্টাৰ ফলত চহৰীয়া মন্ত্ৰী হৈছে। প্ৰথমতে দলৰ সভ্য হিচাপে ভৰ্তি হৈ বাৰ বছৰ কাল এপ্ৰেন্টিচ খটাৰ পিছত দলে টিকেট দিলে। বহু হাজাৰ ভোটত জয়লাভ কৰাত চহৰীয়াক কেবিনেট পৰ্যায়ৰ মন্ত্ৰী পদ দিবলৈ বাধ্য হ'ল। ওপৰৰ শাসন কালত ভেটি খোৱা, কোনো অথ কেলেংকাৰী কৰা আদি বিষয়ত কোনো বদনাম নহ'ল। গতিকে তেওঁক মুখ্যমন্ত্ৰী বা দলৰ হাইকমাণ্ডে মাজতে খেদিব নোৱাৰিলে। অৱশ্যে তেওঁৰ সমষ্টিত বিশেষ কোনো কাম দেখুৱাব নোৱাৰিলে। কিন্তু তেওঁৰ সমষ্টিত ভালেমান যুৱক-যুৱতীক চাকৰি প্ৰদান কৰাত তেওঁ জনপ্ৰিয় হৈ আছে।

তথাপি ইলেকচনৰ দিন চমু চাপি অহাৰ লগে লগে শৰীৰত তত নাই, চকুত

টোপনি নাই, পেটত ভাত নাই, এনে অৱস্থা। ফাইনেল পৰীক্ষা আহিলে যেনেকৈ ভাল ছাত্ৰ-ছাত্ৰীৰো চকুত টোপনি, পেটত ভোক নোহোৱা হয়, মন্ত্ৰীসকলৰো তেনে। জনপ্ৰিয়জনেও জন হেৰুওৱাৰ ভয়ত জিৰণি, অন্ন, বিছনা পৰিত্যাগ কৰি টলৌ-টলৌকৈ ঘূৰি ফুৰে। হাইকমাণ্ড, দল, মুখ্যমন্ত্ৰী আৰু জনগণক সন্তুষ্ট কৰিবলৈ সততে সতৰ্ক হৈ থাকে। চহৰীয়াৰো বৰ্তমান তেনে অৱস্থা।

কিয়নো আজিকালি পদে পদে মানুহৰ শত্ৰু। কোনে কাক বগৰাব পাৰে, বদনাম উলিয়াব পাৰে— তাৰে চেলু বিচাৰি ফুৰে শত্ৰুবোৰে। সেই কাৰণে চহৰীয়া সদায় সতৰ্ক হৈ আছে— যাতে কোনো শত্ৰুৱে তেওঁৰ অন্যায় কৰিব নোৱাৰে। যাতে তেওঁ টিকেটটো পায়, যাতে তেওঁৰ নমিনেচন পত্ৰত কোনো খুঁত নোলায়। সেই কাৰণেই চহৰীয়া দিনটোৰ চৌবিশ ঘণ্টাৰ ভিতৰত চাৰিঘণ্টামানহে বাসভৱনত উপস্থিত থাকিব পাৰে। সেই চাৰি ঘণ্টা— নিশা তিনি বজাৰ পৰা ৰাতিপুৱা সাত বজালৈ। সেইখিনি সময়ত মন্ত্ৰীয়নী বিমলাৰ ঘোৰ নিদ্ৰা। কোনোমতে দুৱাৰৰ খিলিডাল খুলি দি বিছনাত পৰি যায়। নয়ন দুটি জাঁপ খায়েই থাকে। সেই মুদিত নয়নেৰে তিনিটা শব্দ উচ্চাৰণ কৰে— "ভাত বঢ়া আছে"। তাৰ পিছত নাকৰ শব্দ। আয়া, বয়ইতো কোনো উঠি নাহে। ৰাজেন্দ্ৰ চহৰীয়ায়ো কাকো আমনি নকৰে। সেই সময়ত দেহৰক্ষী, প্ৰাইভেট ছেক্ৰেটৰী আদিও থকাটো সম্ভৱ নহয়। অৱশ্যে সেই দোভাগ নিশা চহৰীয়াই সজা ভাত খোৱাৰ প্ৰয়োজনো নাই। নানা ঠাইত নানা মিটিঙত, নানাজনৰ লগত নানা খাদ্য খাই পেট পূৰাই আহে। মন্ত্ৰী মানুহৰ কথা। য'তে নিশা, ত'তে ডিনাৰ। য'তে ভোক, ত'তে খানা।

ইলেকচনৰ দিন চমু চাপি অহাৰ লগে লগে অকল যে চহৰীয়াৰে চিন্তা বৃদ্ধি হৈছে— তেনে নহয়। বিমলাৰো চিন্তা-ভাবনাৰ অন্ত নাই। যদি এইবাৰ কিবাকৈ হাৰি যায় তেন্তে ঘিউ-মৌৰ মুদা মৰিল। ৰাতিটো পুৱাৰে পৰা নিশা দহ-এঘাৰ বজালৈ কত মানুহ আহে বাসভৱনলৈ। খালী হাতে কোনো নাহে। সকলোৰে হাতে হাতে টালি-টোপোলা। সকলোৱে ঘৰৰ বস্তু বুলি কয়। যিবোৰ বস্তু আনে, যিমানবোৰ বস্তু আনে, সিমানবোৰ বস্তু ঘৰতে হোৱা হ'লে আমাৰ মন্ত্ৰীৰ ওচৰলৈ ঠিকা-ঠুকলি, চাকৰি-বাকৰি বিচাৰি আহিবই নালাগিলহেঁতেন। পছুৰ মাংস, পঠাৰ মাংস যিমান আনে— ঘৰতে সিমান ছাগলী, পছু থকা হ'লে কাজিৰঙাখন ঘৰতে পাতিলেহেঁতেন। আৰু যে এনভেলপবোৰ! ৰঙীণ, বগা এনভেলপ। ভিতৰত মহমহীয়া গোন্ধৰ নোট। এনেবোৰ সুবিধা ভোগ কৰি কৰি, হঠাৎ এই ভোগ বন্ধ হৈ গ'লে অমৰা, ঔটেঙা, গৰৈ মাছেৰে জীৱন নিৰ্বাহ কৰিব লাগিব। গাদী গ'লে কোনে পুছে। আগৰ ভঙা মন্ত্ৰীবিলাকক দেখিছে নহয় হাতত মোনা লৈ বজাৰ কৰে, চিটিবাছত মিটিঙলৈ যায়।

মন্ত্ৰীয়নী বিমলাৰ আচলতে এনেবোৰ কথাও বৰ ডাঙৰ কথা নহয়। গাদীখন

নৰলেও খোৱা-বোৱা কামটো কিবা প্ৰকাৰে মেনেজ কৰিব। অসমীয়া মানুহ নাখাই নমৰে। হয়তো আগতে একোচৰিয়া দাইল খাইছিল, এতিয়া দুশ গ্ৰাম ধৰা ষ্টীলৰ বাটিত খাই। আগতে সাজে প্ৰতি দুই কিলোমানকৈ মাছ, দৈ, জুলীয়া দানা পৰা মিঠাই খাইছিল। এতিয়া পোষ্টকাৰ্ডৰ সমান পাতল এচকল বেজি দি ডাঙৰ কৰা মাছ খায়, বেজৰ দাঢ়ি খুবোৱা বাটিটোৰ সমান ডাঙৰ এটা মাটিৰ বাটিত জমা কৰা মিঠা দৈ এক চামুচ খায়। দানা পৰা জুলীয়া কৰা মিঠাইৰ সলনি মদ তৈয়াৰ থেপথেপীয়া গুৰ অকণ জিভাৰে চেলেকে। দহ বাৰটা হাঁহৰ কণী সিজাই চোবাই খোৱা অসমীয়া মানুহে এতিয়া ব্লটিং পেপাৰ চোবালে যেনে সোৱাদ তেনে সোৱাদৰ ফাৰ্মৰ কণী আধাফাল খায়। তথাপি অসমীয়া মানুহে নাখাই নমৰে। আমিও খোৱাটো তেনেকৈ চলাব পাৰিম— বিমলাই ভাবে। এইটো বৰ গুৰুতৰ কথা নহয়।

কিন্তু! —হঠাৎ মুখেৰে ডাঙৰকৈ ওলাই গ'ল শব্দটো বিমলাৰ। চহৰীয়াই প্ৰাৰ্থনা কৰি আছিল। আগত গেসাঁই থাপনা। একান্ত মনে প্ৰাৰ্থনা কৰিছিল— "কতনো অঁমোঘ অপৰাধ হৰি কৰিয়া আছো প্ৰচুৰ। বুদ্ধিত থাকিয়া নেদাহা সুবুদ্ধি কৃপাৰ হুয়া ঠাকুৰ। এতেকে ঈশ্বৰ...।" প্ৰাৰ্থনা গীত শেষ হ'বলৈ নাপালে। তেৱোঁ ডাঙৰকৈ সুধি পেলালে— কিন্তু কি ৰাণীৰ মাক?

বিমলাৰ সম্বিৎ ফিৰি আহিল। তেৱোঁ গৈ নামঘৰতে বহিল। নামঘৰৰ দুৱাৰখন জপাই দিলে। চহৰীয়া উঠিব খুজিছিল। বিমলাই ক'লে ঃ বহা। তোমাৰ লগত কথা আছে মোৰ। তুলি থোৱা হৰিণ-চৰ্মৰ কঠখন আকৌ পাৰিলে আৰু বহিলে। বিমলাই কোনো পাতনি নেমেলাকৈয়ে ক'লে ঃ ইলেকচনৰ আগতে ৰাণীৰ বিয়াখন পাতিব লাগে। চহৰীয়া চক খাই উঠিল ঃ তুমি কি কোৱা? পাগল হৈছা নেকি? মস্ত ইলেকচন এটা আহিছে। ধুম খৰচ এটা আগত পৰি আছে। তুমি বিয়া পাতিব খুজিছা? ব্ৰেইন খাৰাপ'

ঃ ব্ৰেইন তোমাৰেই খাৰাপ। মন্ত্ৰী হ'লে কি হ'ব, বুদ্ধি শিকা নাই। মানুহে গাদীত থাকোতে এইবোৰ কৰি ল'ব লাগে। গাদীচ্যুত হ'লে সকলোৰে অচ্যুত হৈ পৰে। জিতেন্দ্ৰ কুমাৰ মন্ত্ৰীক দেখা নাই। হায়াৰ ছেকেণ্ডাৰী ফেইল পুতেকৰ বিয়া পাতিলে। কইনাক দিছে বাষষ্ঠি তোলা সোণৰ গহনা। দুই লাখ টকাৰ পাটৰ ছেট। বিয়াৰ আগতেই পাঁচ হাজাৰ বৰ্গফুটৰ এটা গুদাম ঘৰ বান্ধি থৈছে। বিয়াৰ উপহাৰেৰে সেইটো গুদাম ভৰ্তি। ভি আই. পি ছুটকেছ, গডৰেজ আলমাৰি, টি. ভি ছেট, ৱাচিং মেচিন, পিতলৰ শৰাই, কাঁহৰ বাচন, টেপ ৰেকৰ্ডাৰ আৰু যে ক'ত কি? সোণৰ আঙঠি আৰু চেইন বোলে গণি শেষ কৰিব নোৱাৰি। কিন্তু জিতেন্দ্ৰ কুমাৰ মন্ত্ৰী নহৈ, লজেন্স ফেক্টৰী এটাৰ মালিক হৈ থাকোতে বিয়া পতা হ'লে অতবোৰ উপহাৰ পালেহেঁতেননে'

চহৰীয়া ঃ মানুহে উপহাৰৰ আশাতহে বিয়া পাতে নেকি?

বিমলাঃ অকল উপহাৰৰ কথাই কেলেই ভাবিলা? বিয়াখনৰ সমস্ত খৰচ কলৰ দানাৰ পৰা গহনালৈ, নিমখ, চূণৰ পৰা ক্ৰীম, মাছ, মাংসলৈকে যোগান ধৰিছে ঠিকাদাৰ, সচিব, বিজনেছমেনসকলে। তেওঁ কেৱল টকা খৰচ কৰাৰ ভাওহে ধৰি আছিল।

চহৰীযা অলপ বিমৰ্ষ হ'ল। মনে মনে ঈশ্বৰক আকৌ এবাৰ প্ৰাৰ্থনা জনালে—শুনিযো হৃদয হেৰ, ব্ৰহ্মাণ্ড ভিতৰে যত্‌ বস্তু আছে তোক নোজোডয। তাক তেজি কৃষ্ণ নাম, অক্ষয অমৃত পিযা, সন্তোষক লভিযো হৃদয।। তাৰ পিছত ক'লে ঃ কিন্তু আমাৰ ৰাণীৰ জানো বিযাৰ বযস হৈছে? তাই এতিযা সোতৰতহে সোমাইছে।

হৈছে' মানুহৰ আগত তাইক বিশ বুলি ক'লেও বিশ্বাস হ'ব। তাইৰ স্বাস্থ্যটো দেখা নাইনে? বিমলাই ক'লে।

ঃ বাৰু বযসটো মিলালো। কিন্তু ল'ৰা এটা তৎক্ষণাৎ পোৱা ক'ত?

ঃ "চকু থাকোতে নহ'বা কণা, খাব খোজা যদি তিযাই আনা" বুলি কাছটোবে এনেযে কোৱা নাছিল। ল'ৰা ধৰিব জানিব লাগিব। সেই যে ট্ৰেন্সফাৰৰ কাৰণে এছ, ডি চি ল'ৰাজন আহি আছে তাক ট্ৰেন্সফাৰটো কৰি ৰাজধানীলৈ আনা আৰু তাক বান্ধি পেলোৱা। বিমলাই মুখৰ অংগী-ভংগী কৰি বুজাই দিলে।

চহৰীযাই এইবাৰ চকু দুটা বহলকৈ মেলি তেওঁৰ পত্নীৰ ফালে চাই ক'লে ঃ তোমাৰ বুদ্ধি আছে দেখিছো। তোমাৰ এই বুদ্ধিখিনি মোৰ ইলেকচনৰ কামতো প্ৰযোগ কৰিলে মোৰ জয অনিবাৰ্য। বাৰু মই এতিয়া আহোঁ। ৰাণীৰ বিয়া ইলেকচনৰ আগতে পাতিম। তুমি প্ৰকাশ পুৰোহিতক মাতি দিন বাৰ চোৱা, ৰাণীৰ সোঁৱৰণীখনো দেখুওৱা। শুভস্য শীঘ্ৰম।

বিমলাৰ মনটো ভাল লাগি গ'ল। মুখেৰে গুণগুণাই গান এটা গালে আৰু জীযেকক মাতিলে ঃ ৰাণীমা শুনাচোন। ৰাণী আহিল ঃ কি মা? মাকে ক'লে ঃ শুনা, সেই এছ, ডি চি ল'ৰাজন আহিলে তেওঁক বহিবলৈ দিবা। আদৰ-সৎকাৰ কৈ দিবা যাতে মিনিষ্টাৰ নাই বুলি খেদি নপঠিযায। আৰু তুমি কথা বতৰা পাতিবা। চাহ-তাহ দিবা ভাল ল'ৰা তেও। তেওঁৰ কামটো পাপাৰক কৰি দিবলৈ ক'বা।

ৰাণীৰ শৰীৰটো শকত হৈছে যদিও বুদ্ধি তেনেকৈ বঢ়া নাই। সৰু ছোৱালী বৰ বছি ইংগিত বুজি পোৱা হোৱা নাই। গতিকে মাকৰ কথাতে স্বীকাৰ কৰি ক'লে ঃ হ'ব মা।

সিদিনা মিনিষ্টাৰ সোনকালে বাসভৱনলৈ প্ৰত্যাবৰ্তন কৰিছিল যদিও স্ত্ৰীৰ লগত বৰ বেছি গোপনীয় কথা পাতিব নোৱাৰিলে। লগত অসংখ্য মানুহ। নিশা এঘাৰমান বজালৈ চেম্বাৰত সেই মানুহবোৰৰ লগতে কথা পাতিলে। আনকি ভিনাৰ খোৱাৰ সময়তো কথা পাতিব নোৱাৰিলে। পি এ এজন আৰু উপ-সচিব এজনেও একেলগে

ডিনাৰ খালে। ডিনাৰ খাই চহৰীয়া শুই পৰিল-বৰ ভাগৰ লাগিছে। দিনত চাৰিখন সভা-সমিতিত যোগদান কৰিছে।

পিছদিনা মিনিষ্টাৰ ক'লৈকো নগ'ল। ৰাতিপুৱাই গা-পা ধুই, নামঘৰত প্ৰাৰ্থনা কৰি ব্ৰেকফাষ্ট খাই, নতুন খদ্দৰৰ কাপোৰ এযোৰ পৰিধান কৰি চেম্বাৰত বহিল। ইতিমধ্যে বাহিৰত দৰ্শনাৰ্থী গোট খাইছেই।

সেই এছ ডি চি ল'ৰাজনো আহি উপস্থিত। চহৰীয়াই দেহৰক্ষীৰ হতুৱাই তেওঁকেই প্ৰথম মাতি পঠিয়ালে। চহৰীয়াই তেওঁক তেওঁৰ দ্বিতীয় কক্ষলৈ মাতি লৈ গ'ল। এছ ডি চিৰ মনত আনন্দৰ সীমা নাই। কাৰ্য সিদ্ধিৰ আনন্দই মন ব্যাকুল কৰি তুলিলে। ইতিমধ্যে বিমলাও আহি সেই কক্ষত হাজিৰ। সেয়া অন্তেষপুৰৰ কক্ষ। তাত কাৰো প্ৰৱেশ নাই। চহৰীয়াই হাকিমৰ ফালে চাই ক'লে ঃ তোমাৰ দৰ্খাস্তখন মই পাইছো। য'ত আছা, তাতে এতিয়া তোমাৰ বৰ কষ্ট হৈছে নেকি? ঃ হয় ছাৰ, মোৰ ভীষণ কষ্ট হৈছে। মোৰ মিছেছ থাকে ইযাতে অকলে। তেওঁ কলেজ এখনত সোমাইছে, তেওঁক মোৰ লগত নিবও নোৱাৰো। গতিকে প্লিজ ছাৰ, মোক ইয়ালৈ আনক। হাকিমৰ কথাত "পাৰে পৰি হৰি, কৰোহো কাতৰি" সুৰ।

চহৰীয়াৰ খঙে চুলিৰ আগ পালে। বিমলা লগে লগেই ভিতৰলৈ উঠি গ'ল। কিন্তু চহৰীয়াই চুলিৰ আগৰ পৰা খংটো নমাই আনি পেটত সুমুৱাই থৈ মুখত ক'লে ঃ বাৰু এতিয়া যোৱা, মই চেষ্টা কৰিম। মন্ত্ৰী উঠি গ'ল।

সিদিনা আৰু মন্ত্ৰীয়ে কাকো দেখা নকৰিলে। লাঞ্চ খোৱাৰ সময়ত মৌন হৈ থকা পত্নী বিমলাক পদ্য এটা মাতি ক'লে ঃ "দুটা কাম একেলগে কোনোটো নহয়। এটা এটা কৰি কৰা উত্তম উপায।" বিমলাযো ক'লে ঃ সন্ধিৰ বাঁহ বুদ্ধিত কটাৰ উত্তম উপায।

# ঘনদাদিক ঔষধ লাগে

ঘনকান্ত কাকতী এতিয়া গাঁৱখনৰ ভিতৰতে বৃদ্ধ লোক। দক্ষিণমুৱা নঙলা কৰি এটা আহল-বহল টিনৰ ঘৰ। আঠ ফুট বহলৰ ছয়ত্রিশ ফুট দৈৰ্ঘ্যৰ এখন বাৰাণ্ডা। ঘনদাদি তাতে বহি হোকা টানে, তামোল খুন্দি খায়। গাঁৱৰ সকলোৱে তেওঁক ঘনদাদি বুলি মাতে। বয়সৰ হিচাপ-নিকাচ কৰি চালে গাঁৱৰ ভিতৰত তেৱেঁই এতিয়া সবাতোকৈ বয়সস্থ বৃদ্ধ লোক। ময়ো তেওঁক দাদি বুলি মাতো। নামটো নাকাঢ়ো।

আজি বহুবছৰ ধৰি মই দাদিৰ ঘৰলৈ গৈছো। অৰ্থাৎ যেতিয়াই মই গাঁৱৰ ঘৰলৈ যাওঁ, তেতিয়াই ঘন দাদিৰ ঘৰলৈ যাওঁ। তেও মোক বৰ ভাল পায়। মই পদূলিৰ পৰাই জোৰকৈ চিঞৰো - দাদি ঘৰত আছা নে? দাদি আছে বুলি আমি জানোৱেই। কাৰণ পদূলিমুখতে দাদিৰ উপস্থিতি সম্পৰ্কে তিনিটা সংকেত ধ্বনি শুনা যায়। এক হোকাৰ পানীৰ শব্দ, দুই তামোল খুন্দনাৰ শব্দ, তিনি কাহৰ শব্দ। প্ৰথম দুটা সংকেত [illegible] কৰ্ণগোচৰ নহয়, কাহৰ শব্দ কাণত প্ৰৱেশ কৰিবই। [illegible] উত্তম বুলি দেখা পালেও সাধে আপোনাৰ ভাল [illegible] অৰ্থাৎ আমি [illegible] বাৰাণ্ডাত বহি থকা বুলি জানিও সেইযাৰ সোধো।

দাদিয়ে ঘপকৈ কোনো মাতিছে ধৰিব নোৱাৰে। সেয়ে [illegible] কোনো [illegible] আছা। সাধাৰণতে মই সন্ধিয়াহে তেওঁৰ ঘৰলৈ যাওঁ। গাঁৱত এতিয়া আন্ধাৰ। [illegible] মাজে চৰকাৰী বিজুলীবাতিয়ে ভুমুকি মাৰি অন্তৰ্ধান হয়। সেয়ে দাদিৰ বাৰাণ্ডাত এটা লেম্প এটা সদায় জ্বলি থাকে। বিশেষকৈ ঘৰটো বন্ধৰ পিছফালে পৰে। আগতে ঘনদাদিৰ ঘৰ সদায়েই আন্ধাৰ আছিল।

ঘনদাদিৰ সেই আগৰ কথাই কওঁ। খুব বেছি দিন আগৰ কথা নহয়। দাদিৰ ডেকা বয়সৰ কথা মই বৰ বেছি নাজানো। কেৱল আমাৰ পিতাহঁতৰ মুখত শুনিছিলো — ডেকা কালত দাদিৰ চেহেৰা বৰ সুন্দৰ আছিল। শৰীৰত আছিল বল-জোৰ, তেওঁ যিখন ধানৰ ভাৰ পথাৰৰ পৰা কঢ়িয়াই আনিছিল, তেনে সমানৰ ভাৰ কঢ়িয়াই অনা ডেকা আমাৰ গাঁৱত নাছিলেই। তেওঁ হেনো বুঢ়াতামোল আঁঠুৰ মূৰত থৈ ভুকুৱাই ভাঙি দিছিল। খৰিবোৰ হাতত আৰু ভৰিৰে মুচৰি ভাঙি চৌকাত সুমুৱাব পাৰা কৰি

দিছিল। এনে সময়তে দাদিৰ বিয়া হ'ল— গোসাঁনী গাঁৱৰ ধৰ্মে মহাজনৰ ছোৱালী উৰ্মিলাৰ লগত। বিয়াৰ পিছৰ পৰা কি জানো দুৰ্ভাগ্য— দাদিৰ হেনো আৰ্থিক অৱস্থা লাহে লাহে বেয়াৰ ফাললৈ আহিল। খেতিৰ মাতি বন্ধকত গ'ল, যিখিনি থাকিল তাতো ফচল ভাল নহয়। দাদি ঢুলীয়াৰ দলত সোমাল।

কিন্তু ল'ৰা-ছোৱালীৰ সংখ্যা দাদিৰ বাঢ়ি থাকিল। ছয়টি পুত্ৰ সন্তান আৰু তিনিটি কন্যা। তেওঁৰ ডাঙৰ ল'ৰা নবীন মোৰ লগৰ। তেতিয়াৰ পৰাই দাদিহঁতৰ ঘৰলৈ মোৰ আহ-যাহ বাঢ়িল। নবীনৰ লগত একে শ্ৰেণীতে পঢ়ো। নবীন পঢ়াত একেবাৰে গাধ। মেট্ৰিক দিয়াৰ সময়ত নবীনে 'ধূলিকণা' কবিতাটোৰ সাৰাংশটোকে লিখিব নোৱাৰে। অংক, ইংৰাজী, ভূগোল, বুৰঞ্জীৰ কথা বাদেই। মই গ'লে দাদিয়ে ভাল পায় আৰু নবীনক গালি পাৰি মোৰ পৰা কিবা-কিবি বুজি ল'বলৈ কয়।

তাৰ পিছৰ কথা সংক্ষেপ। দাদিৰ কোনোটো ল'ৰাই মেট্ৰিক পাছ কৰিব নোৱাৰিলে। ছোৱালীকেইজনীক পঢ়া-শুনা কৰিবলৈ নিদি খেতি-বাতি কৰা সাধাৰণ ল'ৰালৈ কোনোমতে বিয়া দিলে। ল'ৰাকেইটাই পঢ়া-শুনা বাদ দি ঘূৰি ফুৰে। খাবৰ সময়ত ঘৰত উপস্থিত হয়। দাদিয়ে তিক্‌চাৰ গালি পাৰে।

দাদিৰ কথা কওঁতে মোৰ প্ৰসংগ বাৰে বাৰে টানি আনিব লগা হৈছে। কিয়নো দাদিৰ জীৱনদৰ্শন ব্যাখ্যা কৰিবলৈ যাওঁতে মোৰ কথাৰ প্ৰসংগ তাত জড়িত। মই মেট্ৰিক সুখ্যাতিৰে পাছ কৰি গাঁৱৰ পৰা তিনি মাইল নিলগৰ নতুনকৈ স্থাপন কৰা এখন কলেজত নাম লগাই তাতে সুখ্যাতিৰে বি এ পাছ কৰিলো আৰু ওচৰৰে হাইস্কুল এখনত অংকৰ শিক্ষক হিচাপে সোমালো। তাৰ পিছত টাউনত চৰকাৰী চাকৰি এটা পাই শিক্ষকৰ চাকৰি এৰি দি টাউনত থাকিলো। সপ্তাহত এদিন গাঁৱলৈ আহোঁ। গাঁৱত মা-পিতা আছে। গাঁৱলৈ আহিয়েই ঘনদাদিৰ ঘৰত এবাৰ পাকমৰা মোৰ অভ্যাস। গ'লেই ঘনদাদিয়ে দুখৰ কথা বৰ্ণনা কৰিবলৈ ধৰে আৰু ল'ৰাকেইটাক মোৰ উদাহৰণ দি গালি পাৰে।

মই দাদিক গালিৰ পৰা আঁতৰাই আনিবলৈ অইন কথা উলিয়াও বোলে দাদি এইবাৰ বিয়া চাগে কেবাখনো কোবালা? দাদিয়ে ক'লে ঃ ক'ত বিয়া কোবাবা বাপা। আজিকালি বিয়াত ঢুলীয়া মাতিবলৈ মানুহে এৰি দিলে। বেন আৰু মাইকৰ কোবাত আমাৰ চিলিম ছিগিল। তাতে মোৰ ঢোলটোও ফাটিল। তাকেই ভাল কৰিবলৈ টকা দহটা পোৱা নাই। তেনেহ'লে খাইছা কেনেকৈ? খাবা ক'ত। এসাঁজ খাই তিনি সাঁজেই লঘোণ। এইকেইটাক কৃষ্ণই মাৰিও নিনিয়ে। মোক মাৰি নিলেও হয়। তাকো নকৰে কৃষ্ণই। বীৰ বংশীকেইটাই মোক খালে। আৰে পঢ়া-শুনা নোৱাৰিলি নাই; কিন্তু ক'ৰবাত হাজিৰা কৰি, ৰেল ষ্টেচনত কল, নাৰিকল বেছিওতো দুপইচা আনিব পাৰ। কেৱল ঘূৰি ফুৰিব আৰু খাবৰ সময়ত আহি ভাতৰ কাঁহী গিলি ওলাই যাব। গলত

ৰছী লগায়েই মৰিম দিয়া বাপা। আমাৰ এইবোৰ কথা শুনিবলৈ সেই সময়ত অৱশ্যে তেওঁৰ বীৰবংশীকেইজন ঘৰত নাথাকে। থাকিলে দাদিৰ কথাত অতিষ্ঠ হৈ যুদ্ধ এখন হ'লহেঁতেন। ঘৰত থাকে খুৰী। প্ৰথমতে ওলাই নাহে। কিন্তু দাদিৰ কথাবোৰ শুনি থাকে। পিছত বিৰক্ত হৈ ওলাই আহে আৰু কয়— কিনো সেইসোপা বকি থাকে? ল'ৰাজন আহি বহিছে বা এচোক লালপানীকে (চাহ) খুৱাও। সেইবোৰ নাই। বাপাৰ আগত ক'লে কি হ'ব। ক'ব লাগে সেই মৰণ নোহোৱাকেইটাৰ আগত। তাহাঁতৰ আগত হ'লে ভিজা মেকুৰী।

দাদিৰ খং দুগুণে চৰে ঃ চুপ থাক ধৰ্মৰ বেটী। পটা-পট ছলি জন্ম দিব পাৰ, এতিয়া মজাটো পাইছনে? তয়েই দেখোন সেই গাহৰিকেইটাক আহিলেই ভাতৰ কাঁহী সাজি দিঅ। কথা আৰু বাঢ়িব বুলি মই বিদায় লওঁ। খুৰীয়ে চাহ এচোক খাই আহিবলৈ জোৰ দি ধৰে; কিন্তু মই নালাগে খুৰী, মই এইমাত্ৰ খাই আহিছো, খাবলৈ মন নাই ইত্যাদি কথা কৈ গুচি আহো।

ইয়াৰ পিছত কেবাবাৰো গাঁৱলৈ আহোঁতে মই ঘনদাদিহঁতৰ ঘৰলৈ যোৱা নাই। পিতাহঁতৰ মুখতে শুনো যে দাদিৰ অৱস্থা ক্ৰমে বেয়াৰ ফাললৈহে গৈছে। ঘনকান্তই দাখন হাতত লৈ কাম বিচাৰি ফুৰে। কিন্তু গাঁৱত সদায় ক'ত কাম পায়। ষ্টেচনত কেতিয়াবা গিলাচত চাহ লৈ ঘূৰে। তাতে ক'ৰবাত দহ, পোন্ধৰ কাপমানহে চাহ বিক্ৰী হয়। তদুপৰি আজিকালি দুখনমান ৰেল ষ্টেচনত নৰয়। ক'ত গ্ৰাহক পায়। এনেকৈয়ে কিছুদিন চলিল। কিন্তু ঘৰৰ বকাসুৰকেইটাই যিমান খায় ঘন ক'ত তিষ্ঠিব পাৰে।

মই মাজে মাজে ঘৰলৈ আহোঁতে দাদিৰ খবৰ ল'বলৈ যাওঁ। মই গ'লে তেওঁ বৰ ভাল পায়। এদিন দাদিয়ে দুখ কৰি ক'লে ঃ টাউনত চাকৰি কৰাৰ পিছৰে পৰা তুমিও আহিবলৈ পাতল কৰি দিলা। মই বৰ দুখত পৰিছো সঁচা, সেইবুলি তোমালোকৰ পৰা মই সহায় নলওঁ। তুমি যদি পাৰা, মোক এবিধ বিষ আনি দিয়া। তাকে খাই মৰো। নহ'লে কৃষ্ণই মোক মাৰি নিনিয়ে! মই ক'লো ঃ ছিঃ দাদি, এনেকৈ কিয় কোৱা। ময়ো জেলত যাম, তুমিও নমৰিবা; মাজতে বদনামখন হ'ব। কিয় মৰিবা তুমি? মানৱ জীৱন বৰ অমূল্য। জীৱই কত তপস্যাৰ বলতহে হেনো মনুষ্য জীৱন লাভ কৰে। দুখৰ পিছত সুখ নিশ্চয় আহিবই তোমাৰ। নবীনহঁত ডাঙৰ হৈছে যেতিয়া কিবা এটা কৰিব। সকলোৰে জানো বি.এ., এম.এ পাছ কৰিছে। নবীনে পঢ়া-শুনা কৰিব নোৱাৰিলেও তাৰ বুদ্ধি আছে। তুমি ধৈৰ্য ৰাখাচোন দাদি।

দাদিয়ে মোৰ কথাখিনি মনপূতি শুনে আৰু এটা দীৰ্ঘশ্বাস এৰি কয়— ক'ৰবাত চোৰ, ডকাইত হ'লেও ভাল আছিল।

✧✧✧ ✧✧✧ ✧✧✧

এদিন ঘনদাদিৰ খুলশালি ওৰফে নবীনৰ মামাক শ্ৰীনন্দেশ্বৰ ভিনিহিয়েকৰ ঘৰলৈ আহিল। আহিয়েই ভিনিহিয়েকক ক'লে ঃ ভিনিহি নবীন ভাগিনক মই লৈ যাওঁ। আমাৰ ধানৰ মিলৰ বাবুক এজন চকীদাৰ লাগে। কিন্তু তেওঁ বাবুৰ ভাতকেইটাও ৰান্ধি দিব লাগিব। থকা-খোৱা ফ্ৰী, মাহে পঞ্চাশ টকা। পিছত আৰু বঢ়াব। ঘন দাদিয়ে ৰসগোল্লা আৰু মিঠা দৈ খোৱা যেন পালে। নবীনক মাতি আনি কথাটো ক'লে। নবীন ৰাজী হ'ল। সিদিনা নিশাটো দাদিহঁতৰ মহা আনন্দত পাৰ হ'ল। পিছদিনা ৰাতিপুৱাই সামান্য অলপ বিছনাৰ কাপোৰ লৈ নবীন মামাক নন্দেশ্বৰৰ লগত টাউনলৈ গ'ল।

এমাহ, দুমাহ, তিনিমাহ— ছয়মাহলৈ নবীনৰ কোনো খবৰেই নাই। দাদিয়ে সেই বাবে কোনো আপত্তি আফচোচ কৰা নাই। অন্ততঃ এটা পোহ কমিছে। দাদিৰ সেয়ে লাভ। কিন্তু খুৰীৰ মনে নামানে। হাজাৰ হ'লেও মাকৰ চিত। ধেন্দেলা, গেন্ধেলা, শেঙুন টেপা, এলেঙুৱা খোদ হ'লেও পেটৰ পো চকুৰ আগত থাকিলে ভাল পায়। সেয়ে নহ'লেও জেলাত চাকৰি কৰি চিঠি আৰু টকা পঠিয়াই থাকিলেও মাকৰ মনত সুখ আৰু গৌৰৱ। কিন্তু নবীন সেই যে মামাকৰ লগত গ'ল আৰু গ'লেই। ছয় মাহে পোন্ধৰ-কুৰি টকা পঠিয়ালেও ছয় ধাৰা চাউলকে পালেহেঁতেন।

কিন্তু ছমাহ পিছত সঁচাকৈয়ে নবীনৰ চিঠি আহিল। পিতাকক মাতি পঠিয়াইছে। ঠিকনা লিখি দিছে। সিদিনা মযো গৈছিলো ঘৰলৈ। গে কাপোৰ সলোৱাই নাই ঘনদাদি হাজিৰ। তেওঁ মোৰ আগত নবীনৰ চিঠিৰ আদ্যোপান্ত ভাঙি ক'লে আৰু মোক অনুৰোধ কৰিলে ঃ বাপা তুমি মোক লগত লৈ যাবা। মই টাউনলৈ কোনো দিন গয়েই পোৱা নাই। মই হ'ব বুলি কথা দিলে। পিতাৰ আগতো দাদিয়ে কথাটো ভাঙি ক'লে। মাহে চাহ পানী অলপ দিলে। তেওঁক পদূলিলৈ আগবঢ়াই থ'বলৈ আহোঁতে মোক কাণৰ কাষত ফুচফুচাই ক'লে ঃ বাপা মোৰ হাতত এটা পইচাও নাই। তুমি ৰে'লৰ ভাড়া টকা দুটা দিবা। তাকো মই "হ'ব যোৱা" বুলি ক'লো। সেই সময়ত আমি উঠা ৰে'ল ষ্টেচনটোৰ পৰা টাউনৰ ৰে'ল ষ্টেচনলৈ ভাড়া আছিল মাত্ৰ দুটকা।

সোমবাৰে ৰাতিপুৱা আঠমান বজাতে তেওঁ আহি হাজিৰ। মযো প্ৰায় সাজু হৈয়েই আছিলো। ঘৰৰ পৰা ষ্টেচনলৈ অলপমান দূৰ। দুয়ো খোজ ল'লো আৰু যথা সময়ত ৰে'লত উঠি টাউন পালো। প্ৰথমতে মোৰ মেছলৈকে নি তেওঁক চাহ-তাহ খুৱাই নবীনে কাম কৰা মিলটো বিচাৰি উলিয়ালো আৰু দাদিক নি নবীনক গতাই দিলো। নবীনে পিতাকৰ লগত মোক দেখি বৰ আনন্দ পালে আৰু মোৰ শলাগ লৈ গৰম জিলাপি আৰু ছিংৰাৰে চাহ খুৱালে। মোৰ মেছৰ ঠিকনাও ল'লে আৰু এদিন মোৰ মেছলৈ আহিব বুলি ক'লে।

ইয়াৰ দুসপ্তাহ পিছত মই গাঁৱলৈ যাওঁতে শুনিলো ঘনদাদিয়ে টাউনৰ পৰা পুতেকক লগ ধৰি আহিয়েই গাঁৱত পাঁচ বিঘা মাটি কিনিছে। ইয়াৰ পিছত মই যেতিয়াই গাঁৱলৈ যাওঁ, তেতিয়াই আমাৰ পিতাৰ মুখত শুনো ঘনকান্তই পুতেকৰ পৰা টকা আনি আনি পঞ্চাশ বিঘামান মাটি কিনিলে আৰু তাতে খেতি কৰি প্ৰচুৰ ধান পাইছে। বেচিছে আৰু ঘৰ বান্ধিবলৈ ইটা, বালি, শিল পেলাইছে। এনেদৰে ছমাহমানৰ ভিতৰতে ঘনদাদিৰ অৱস্থা গাঁৱৰ ভিতৰতে টনকিয়াল হৈ উঠিল। নদন-বদন খেতি। বেপাৰীয়ে আহি ঘৰৰ পৰা ধান, পাণ, পাচলি লৈ যায়। এতিয়া গাঁৱত সকলোৱে তেওঁক ঘন মহাজন বুলি জানে, মহাজন দাদি, খুড়া, জেঠা, ভাই বুলি সকলোে সম্বোধন কৰে।

আমাৰ ঘৰত দাদি আৰু নবীনহঁতৰ এনে আকস্মিক উন্নতিত পিতা-মাতাই মানসিকভাৱে কিছু অশান্তি পালে। সেই অশান্তিৰ ভাগ মোকো দিলে। পিতাই এদিন হঠাতে মোক কৈ পেলালে ঃ তইঁতে অতবোৰ পঢ়া-শুনা কৰি কিডাল হ'ল। গাঁৱত ঘৰ এটাকে বান্ধিব নোৱাৰিলি। নবীনে ঘৰ বান্ধি বগা কৰি পেলালে, মাটি কিনি ৰজা হৈ গ'ল...।

নবীন তথা ঘনদাদিৰ এই উন্নতি কেনেকৈ হ'ল মই সব জানো। কিন্তু গাঁৱৰ মানুহে অথবা আমাৰ মানুহ-এটি প্ৰাণীৰ আগতো মই এই কথা ব্যক্ত কৰা নাই। হয়তো আন কোনোবায়ো জানিব পাৰে; কিন্তু কাৰো মুখত শুনা নাই। সাধাৰণতে এনেবোৰ কথা গুপুতে গুপুতে প্ৰচাৰ হয়— ঠিক নিংনি ভাৱৰীয়াৰ মাকৰ দৰে, তোমাকহে ক'লো বাই, তুমি কিন্তু কাকো নক'বা। সিজনীয়ে আনজনীক।

কথাটো এনেধৰণৰ। নবীন এদিন আহিছিল মোৰ মেছলৈ। মোৰ আগত সকলো ব্যক্ত কৰিলে। নবীন মিলৰ চকীদাৰ। চাহপাতৰ গুদামৰ চকীদাৰ। নিশা মিলৰ পৰা চাউলৰ বস্তা, চাহপাতৰ গুদামৰ পৰা চাহপাতৰ পেটি চুৰি কৰি বিক্ৰী কৰে। নিশাটোৰ ভিতৰতে কমেও হাজাৰ টকা ইনকাম কৰে। ধৰা পৰাৰ আগতে নবীনে গাঁৱত মাটি-ঘৰ কৰি লাল হৈছে। ধৰা পৰি খেদা খোৱাৰ বাহিৰে নবীনৰ আন শাস্তি একো নাই। এইটো কুৰি বছৰমানৰ আগৰ ঘটনা। তেতিয়া চাহপাত আৰু চাউল অসমত অপৰ্যাপ্ত আছিল। মিলৰ মালিকৰ গুদামত চাউল, চাহপাতৰ বস্তাৰো সঠিক হিচাপ নাছিল। তেনেকৈ গাঁৱতো আছিল মাটিৰ সস্তা। গতিকে নবীনহঁতৰ অৱস্থা ঘূৰাই অনাত বৰ বেছি পৰিশ্ৰম কৰিবলগীয়া হোৱা নাই।

এতিয়া ঘনদাদিয়ে বেছি পৰিশ্ৰম নকৰে। নাতি, বোৱাৰীৰে ঘৰ ভৰি পৰিছে। তেওঁ সেই বম্‌বনীয়া ঘৰৰ সুদীৰ্ঘ বাৰাণ্ডাত হোকা টানি মহাজনৰ দৰে বহি থাকে। এনে এটা সুখৰ দিনতো সিদিনা মই দাদিহঁতৰ ঘৰলৈ গৈছিলো। অৰ্থাৎ মাজতে কেবাবছৰো ধৰি দাদিৰ ঘৰলৈ যোৱা নাছিলো। মোৰো নানা সমস্যা। নানা অপ্ৰস্তুৰ।

মোক দেখি দাদিৰ আহ্লাদৰ সীমা নাই। মোৰ খবৰ-বাতৰি ল'লে, নানা খাদ্য খুৱালে। অতীত, বৰ্তমান স্মৰণ কৰিলে। ঈশ্বৰক ধন্যবাদ জনালে। মোক শলাগিলে। পুতেকইঁতৰ গুণ বখানিলে। বোৱাৰী, নাতি-পুতিৰ প্ৰশংসা কৰিলে। ধান, পাণ, কল, নাৰিকল, ৰহৰ, আলু, কুঁহিয়াৰ, মাছ, মৌ, গাখীৰ, ঘিউ, কণী, হাঁহ, পাৰ, ছাগলী সকলো বস্তুৰে লেখ দিলে। মই আনন্দ প্ৰকাশ কৰিলো। দাদিৰ ভাগ্যক ধন্য দিলো। দাদি অতিশয় আনন্দিত, উৎফুল্লিত। হয়, দাদিৰ চেহেৰাও পকা ৰবাব টেঙাৰ দৰে হৈ আছে।

এনেবোৰ কথা-বতৰাৰ অন্তত দাদিয়ে মোক আচৰিত কৰি দি, এক কাতৰ কণ্ঠে, আনে যাতে নুশুনে এনে সৰু সৰু মাতেৰে অনুৰোধ কৰিলে ঃ বাপা, মোৰ সঁচাই বিৰাট সুখ হৈছে। মোৰ মৰিবলৈ ইচ্ছা নাই। তুমি মোক এই মানুহ নমৰা এটা ঔষধ আনি দিব নোৱাৰানে? তোমাক মই আশীৰ্বাদ দিম, তোমাৰো কল্যাণ হ'ব। তেওঁৰ চকু-মুখত সঁচাকৈয়ে চিৰদিন জীয়াই থকাৰ দুৰ্বাৰ বাসনা পৰিস্ফুট হৈছে।

মই দাদিক কিবা এটা মিছা আশ্বাস দি বিদায় লৈ গুচি আহিছিলো। সিদিনা ওৰেটো নিশা মই দাদিৰ কথাই ভাবিছিলো— দাদিৰ পুতেক নবীনে কৰা পাপখিনিক দাদিৰ এই সৰলতা আৰু অজ্ঞতাখিনিৰ বাবেই বোধহয় ঈশ্বৰে মাফ কৰি দিছে। ঘনদাদিৰ মই দীৰ্ঘ জীৱন কামনা কৰিলো।□

# পুষ্প-বৃষ্টি

ৰামচৰণ চৌধুৰীৰ বাৰীখনৰ পিছফালেই হেমন্তহঁতৰ মেছ। মেছত থাকে ৰবীন, হেমন্ত আৰু থানেশ্বৰ। মেছৰ বাৰাণ্ডাখনত বহিলেই ৰামচৰণ চৌধুৰীৰ ঘৰৰ পিছফাল আৰুবাৰীখন সম্পূৰ্ণ দেখা পোৱা যায়। পকী বেৰ এখন আছে। কিন্তু বেৰখনৰ উচ্চতা থানেশ্বৰহঁতৰ মেছৰ বাৰাণ্ডাখনতকৈ কম কাৰণে চৌধুৰীৰ পিছফালখন সম্পূৰ্ণকৈ দেখাৰ সৌভাগ্য হয় হেমন্তহঁতৰ। বাৰীখনত কেইজোপা পাণ আছে, তামোল গছ আছে, নাৰিকল গছ আছে আৰু অন্যান্য ফলৰ গছ আছে হেমন্তহঁতে জনা হৈ গৈছে।

হেমন্ত দাস, ৰবীন পাটোৱাৰী আৰু থানেশ্বৰ লহকৰ তিনিও চাকৰিয়াল। গাঁৱত ঘৰ-দুৱাৰ আছে। টাউনত চাকৰি কৰি তিনিওটাই একেলগে ঘৰ এটা ভাড়া কৰি মেছ কৰি আছে। তিনিও অবিবাহিত। বিয়াৰ বয়সৰ ভৰপক হৈছে। কিন্তু প্ৰজাপতি নামি অহা নাই কাৰণে দিন-বাৰ ঠিক হোৱা নাই।

ৰামচৰণ চৌধুৰী গড়কাপ্তানি বিভাগৰ অভিযন্তা। ঘৰ-দুৱাৰ ভাল। তেওঁৰ দুজনী জীয়েক। ডাঙৰজনীৰ নাম পলাশী। সৰুজনীৰ নাম সাগৰিকা। ডাঙৰজনীৰ বিয়া হৈছে। চৌধুৰীয়ে তাইৰ বিয়াত মুঠেই খৰচ কৰিবলগীয়া নহ'ল। কিযনো তেওঁ নিজেই দৰাজন বাছি লৈ মন্দিৰ এটাত মালাবদল কৰি বিয়া হ'ল। চৌধুৰীৰ বৰ খং উঠিছিল। পুলিচত খবৰ দি দৰা-কইনাকে বান্ধি আনি কোবাব খুজিছিল, কিন্তু তেওঁৰ সহধৰ্মিণী শ্ৰীমতী পাৰুল চৌধুৰীয়ে হাক দিলে ঃ নালাগে এইবোৰ কৰিবলৈ। কথাটো বেছি বহল কৰাতকৈ থাপে-থূপে ৰখাই ভাল। ল'ৰাজন ভাল যেতিয়া তাইক খুৱাব পাৰিব। চৌধুৰীয়ে তেতিয়াই খং দমাই ৰাখিলে।

সেই কাৰণে এতিয়া সাগৰিকাৰ ওপৰত চকু ৰাখে। যাতে তাই বায়েকৰ দৰে নকৰে। তাইৰ বিয়াখন ভালদৰে পাতিবলৈ চৌধুৰী আৰু শ্ৰীমতী চৌধুৰীৰ একান্ত ইচ্ছা। ভিতৰি ভিতৰি দৰাৰো খবৰ নকৰা নহয়। স্থান, কাল, পাত্ৰ মিলা নাই কাৰণে মনে মনে আছে। সাগৰিকাই বৰ্তমান এম. এ. পঢ়ি আছে। অভিযন্তাৰ ছোৱালী হিচাপে অলপ আধুনিক ধৰণে থাকে। বাহিৰলৈ গ'লে জিনছৰ পেণ্ট আৰু কামিজ পিন্ধে, ঘৰত থাকিলে ফ্ৰক, চুৰিদাৰো পিন্ধে। মেখেলা-চাদৰৰ ব্যৱহাৰ নাই। শাৰী

লাগে বহুত। মাজে মাজে তাকো পিন্ধে। দেখাত বৰ ধুনীয়া নহয়; কিন্তু দলিয়াই পেলাবলগীয়া বিধৰো নহয়। নাক, চকু, গাল, কাণ, এটা এটাকৈ অংগ চালে খতি-খুন ওলাব, কিন্তু সামগ্ৰিকভাৱে দৃষ্টি নিক্ষেপ কৰিলে বৰ ধুনীয়া দেখি সাগৰিকাক। বিশেষকৈ অলপ দূৰৰ পৰা দেখিলে বৰ ধুনীয়া দেখি।

সেই কাৰণেই বাৰাণ্ডাখনৰ পৰা দেখি দেখি হেমন্তৰ বৰ ভাল লগা হ'ল সাগৰিকাক। তেওঁ বাতৰি কাকতখন হাতত লৈ সদায় বাৰাণ্ডাত বহা হ'ল। দাড়িকেইডাল কাটিবলৈও বাৰাণ্ডাত বহা হ'ল। চাহকাপ লৈও বাৰাণ্ডাত বহা হ'ল। সেইখিনি সময়তেই সাগৰিকাও পাণ পাৰিবলৈ অহা হ'ল। চৌধুৰীৰ পিছফালে দুজোপা পাণ। এজোপা বুঢ়া হৈ একেবাৰে তামোলৰ থোকৰ ওচৰত কেইপাতমান পাণহে আছে। তাক পাৰিবলৈ সাধ্য নাই। আনজোপা পাণো বহুত ওখ। কিন্তু বাৰফুটমান উঠিলে তাৰে পৰা হাতেৰে পাণ ছিঙিব পাৰি। সেয়ে চৌধুৰীয়ে এডাল যোল্ল ফুটমান ওখ আৰু দুই ফুটমান বহলৰ বাঁহৰ জখলা তামোল গছৰ সৈতে পাণজোপাত বান্ধি ৰাখিছে। এইখিনি কাম তেওঁৰ অফিচৰে ৰবাবুজনে কৰি দিছে। চৌধুৰীৰ পাণ-তামোলৰ গছ আছে যদিও তেওঁৰ পৰিয়ালৰ কোনো লোকে তামোল নাখায়। কেতিয়াবা আলহী আহিলেহে তামোল-পাণৰ প্ৰয়োজন হয়। তামোল এথোক মানুহৰ হতুৱাই পাৰি আনি এটা মাটিৰ কলহত তিয়াই থৈছে। কিন্তু পাণ তেনেকৈ সাঁচি ৰখা বৰ টান। সেয়েহে পাণজোপাৰ পৰা হাতেৰে পাণ চিঙি অনা স্থায়ী ব্যৱস্থা কৰি ৰাখিছে।

কিন্তু সেই জখলাডালত উঠিবলৈ কোনোৱে ইচ্ছা নকৰে। কাম কৰা ছোৱালী এজনী আছে। তাইৰ ভয় বেছি। চৌধুৰী আৰু শ্ৰীমতী চৌধুৰীতো জখলাত উঠাৰ প্ৰশ্নই নাই। গতিকে আলহী আহিলে পাণ পাৰি অনাৰ দায়িত্ব পৰে সাগৰিকাৰ গাত। সাগৰিকায়ো প্ৰথমতে ভয় আৰু লাজ কৰিছিল। প্ৰথমতে জখলাডাল তিনিটামান খোপ উঠে আৰু ইফালে-সিফালে চায়। দেখা পায়-মেছৰ বাৰাণ্ডাত বহি থকা হেমন্ত বোলাজনে পেপাৰখন হাতত লৈ তাইৰ ফালে চাই থাকে। চকুৱে চকুৱে পৰিলে সাগৰিকাই তলমূৰ কৰে আৰু হেমন্তই পেপাৰখন চকুৰ আগত দাঙি ধৰে। প্ৰথম দুদিনমান এনেকৈয়ে চলিছিল। তাৰ পিছত এদিন সাগৰিকাই চকুৱে চকুৱে পৰাত হাঁহি এটা মাৰি দিলে। হেমন্তৰ সৰ্বাংগ শৰীৰ ৰোমাঞ্চিত হৈ উঠিল। হাতৰ পেপাৰ মাটিত পেলাই দি এটা মুক্ত হাঁহি মাৰি দিলে। হেমন্তই ভাবিলে-দূৰৈৰ হাঁহিটোৱে ইমান মনোৰম। ওচৰত হাঁহিলে আৰু কি হ'ব পাৰে। দুপাতমান পাণ ছিঙি সাগৰিকা জখলাৰ পৰা নামি আহিল। হেমন্ত বাৰাণ্ডাতে জঠৰ হৈ বহি থাকিল। সাগৰিকাৰ হাঁহিটো চকুৰ আগত ভাহি থাকিল। ৰবীন আৰু থানেশ্বৰৰ মাততহে সম্বিৎ ফিৰি আহিল ঃ কি ঐ. বাৰাণ্ডাখনতে পেপাৰখন লৈ কিমান বহি থাক? অফিচলৈ নাযাব নেকি? হেমন্তৰ তেতিয়াহে সম্বিৎ ফিৰি আহে।

এনেদৰেই আৰম্ভ হ'ল হেমন্ত আৰু সাগৰিকাৰ প্ৰেম। চকুৱে চকুৱে। এতিয়া সাগৰিকা দিনটোত প্ৰায় দুবাৰেই পাণ ছিঙিবলৈ আহে। হেমন্ত দাসেও ৰাতিপুৱা আৰু সন্ধিয়া বাৰাণ্ডাত বহি পেপাৰখন হাতত লৈ বহে। পঢ়া কাকতখনকে দুবাৰমান পঢ়ে। থাকে পেপাৰ হাতত, চকু পাণৰ গছত। কেতিয়াবা হেমন্তৰ ভাব হয়-নিজেই গৈ যেন পাণ এসোপা ছিঙি দি আহিব। সাগৰিকাই এতিয়া আলহী নাহিলেও পাণ ছিঙিবলৈ আহে। কেতিয়াবা পাণৰ জখলাত উঠি এনেয়েও পাণ ছিঙাৰ ভাও ধৰে, কেতিয়াবা পাণ ছিঙি হাতেৰে মোহাৰি দলিয়াই পেলায়। নহ'লে মাকে ক'ব নহয়— আলহী নাহিলেও পাণসোপা কেলেই ছিঙি আন অ'। কেতিয়াবা কাম কৰা ছোৱালীজনীয়েও সোধে— বাইদেউ, আগৰ পাণেই আছে, আকৌ কেলেই পাৰিলে! সাগৰিকাই কয় ঃ অলপ ষ্টকত থকা ভাল দেই। হঠাৎ আলহী আহিব পাৰে। বাৰে বাৰে কোনে পাণ ছিঙি থাকিব। কেতিয়াবা সন্ধিয়াও আহি যায়। ৰাতি পাণ ছিঙা বেয়া।

কিন্তু এনেকৈ আৰু কিমান দিন চলিব। হেমন্তক দূৰৰ পৰা দেখিলেই সাগৰিকাৰ মনটো কিবা লাগি যায়। কথা ক'বলৈ মন যায়। হেমন্ত বৰ দেখনিয়াৰ ল'ৰা। বগা, সুস্বাস্থ্যৰ। তেজ-পানী বৰ ভাল। চুলিবোৰ কেঁকোৰা। চুটিকৈ কাটে। বাৰাণ্ডাত বহি পেপাৰ পঢ়িলেও বগা পায়জামা আৰু পাঞ্জাবী এটা পিন্ধে। টি. ভি.ত ছিৰিয়েল কৰা এক্টৰ যেন লাগে। হাঁহিটো মাৰিলে চিনেমাৰ গোবিন্দ যেন লাগে। সাগৰিকাই জখলাত উঠি পাণৰ মাজেৰে চাই থাকে। তাতেই হাঁহিটো মাৰি দিয়ে। হেমন্তই সেউজীয়া পাতৰ মাজেৰে পূৰ্ণিমাৰ জোনটো, ৰাতিপুৱাৰ সূৰ্যটো দেখাৰ দৰে অনুভব কৰে। দুয়ো ভাবে— এনেকৈ আৰু কিমান দিন চলিব। কিবা এটা উপায় উলিয়াব লাগিল।

উপায় এদিন সাগৰিকাই উলিয়ালে। কাম কৰা ছোৱালীজনীক হাত কৰি ল'লে। এদিন তাইক এটা ধুনীয়া ফ্ৰক আনি দিলে। নখত লগোৱা প'লিচ আনি দিলে। ক্লাছৰ পৰা আহোতে কিটকাট, ক্যাডবেৰী জাতীয় চকলেট আনি তাইকো খাবলৈ দিয়ে। বৰ মৰম কৰি মাতে। তাইক সোধে— আৰতি, তোক মোৰ বৰ মৰম লাগে অ', তই মোক ভাল পাব নে নাই? আৰতিয়ে কয়— বাইদেউ, মই আপোনাৰ কাৰণে মৰি যাব পাৰো। আপুনি যেতিয়া চুচি-মাজি পাণ পাৰিবলৈ যায়— আপোনাক চিনেমাৰ হেমামালিনী যেন লাগে। ঃ সঁচা? সাগৰিকাই কয়। তইহে ভাব তেনেকৈ, আনে বা কি ভাবে! আৰতিয়ে কয়—বাইদেউ, আমাৰ পিছফালে যে মেছৰ ল'ৰাকেইটা আছে, সিহঁতেও আপোনাৰ ফালে চাই থাকে। এটা বাৰাণ্ডাত বহি, বগাকৈ ল'ৰাটো, বাতৰিখন হাতত লৈ থাকে, সি আপোনাৰ ফালে চায়েই থাকে। সঁচা?? —অ' বাইদেউ সঁচা। মই আমাৰ বাৰাণ্ডাৰ পৰা দেখা পাই থাকো নহয়। ঃ পিছে

তই মাইঁতৰ আগত নক'বি। ঃ ই ঃ কেলেই কম বাইদেউ, মই কিবা নাজানো নেকি? ঃ অ' নক'বি। তোক মই বৰ ভাল পাওঁ অ' আৰতি।

আৰতিক আৰু বেছি আপোন কৰি লৈ, সাগৰিকাই আৰু বেছি পলম নকৰিলে। নিশা পঢ়াৰ টেবুলতে চিঠি এখন লিখিলে। সৰু লেফাফা এটাত ভৰাই এঠা লগাই মুখখন মাৰিলে। আৰতিক ক'লে— তই কাইলৈ বাৰাণ্ডাত পেপাৰ পঢ়ি থকা, বগা ল'ৰাজনক এই চিঠিখন মনে মনে দিব লাগিব। পাৰিবি? তই কিন্তু কাকো নক'বি। ঃ পাৰিম বাইদেউ, কেলেই ক'ম আনৰ আগত। মই কিবা এইবোৰ কথা নাজানো নেকি।

পিছদিনা ৰাতিপুৱা আৰতিয়ে দোকানলৈ যোৱা কাম উলিয়াই হেমন্তহঁত ওলাই অহা বাটটোত থিয় হৈ থাকিল। তাতে এখন পাণ দোকানো আছে। হেমন্ত দাসে কাপোৰ-কানি পিন্ধি, গেটটো খুলি ৰাস্তা পোৱাৰ লগে লগে আৰতিয়ে গৈ চিঠিখন হাতত দি ক'লে— আমাৰ বাইদেৱে আপোনাক এইখন চিঠি দিছে। মনে মনে পঢ়িব। হেমন্ত প্ৰথমতে হতভম্ব হোৱাৰ দৰে হ'ল। ঃ ৰ'বা, ৰ'বা, কোন বাইদেউ? ঃ সেই যে পাণৰ গছত উঠি পাণ পাৰে। কৈয়েই আৰতি বেগাই আঁতৰি গ'ল।

হেমন্তৰ জ্বৰ-ঘাম উঠাৰ দৰে হ'ল। হাততে স্বৰ্গ ঢুকি পোৱা যেন লাগিল। গভীৰ বিলৰ মাজত এটা পদুম ফুলি আছে। ছিঙি আনিবলৈ বৰ ইচ্ছা; কিন্তু পানী আৰু বোকাৰ কাৰণে পদুম ফুলটো ছিঙি আনিব নোৱাৰে। হঠাতে পানী শুকাল। পদুম ফুলটো হাতেৰে ছিঙি আনিবলৈ পালে যেনে আনন্দ তেনে আনন্দ অনুভৱ কৰিলে হেমন্তই। চিঠিখন যেন এখন পাঁচ লাখ টকাৰ চেক— আলফুলকৈ, চুমা দুটা খাই পকেটত সুমুৱাই ল'লে হেমন্ত দাসে। এক নিৰিবিলি পৰিবেশত, নিৰলে, অকলে পঢ়িব। পকেটত যেন সাগৰিকাই সোমাই আছে এনে অনুভৱ কৰিলে হেমন্তই। এটা কদৰ্যময় ৰাস্তাৰে চলা চিটিবাছৰ ভিতৰত মানুহৰ খুন্দা, ঢকা-গন্টি খাই কেতিয়া অফিচ পালে হেমন্তই গমকে নাপালে। আজি তেওঁৰ মনত সকলো সুন্দৰ। "সুন্দৰে যে ফুলাৰ মন্ত্ৰ মাতে অহোৰাত্ৰে।। সেয়েহে ইমান ফুল প্ৰভাতে প্ৰভাতে।। বাৰে বাৰে মনলৈ আহিছে। চাৰিওফালে তেওঁ কেৱল ফুলেই দেখিছে, সেউজীয়া কুঁহিপাত দেখিছে, কুঁজা, খোৰা, কণা ছোৱালীবিলাককো আজি ধুনীয়া দেখিছে।

অফিচত পঢ়াৰ সুবিধা কৰিব নোৱাৰিলে। অসুখ বুলি মুৰব্বীজনক কৈ সোনকালে ঘৰলৈ মানে মেছলৈ আহিল। এইখিনি সময়ত ৰবীন আৰু থানেশ্বৰ নাথাকে। গতিকে আৰামছে পঢ়িব পাৰিব সাগৰিকাৰ চিঠিখন। সাগৰিকা নহয়; তেওঁৰ নাম দিলে— সাগৰ। সাগৰৰ পানী নীলা। গভীৰ। সাগৰ বৰ উদাৰ। সাগৰে বুকুত সাবটি লয় অনেক বৃক্ষ, অনেক মণি-মুকুতা। মাছ-কাছ-শিহু, ঘঁৰিয়াল। "সাগৰৰ বক্ষতো জোৱাৰৰ নাই আজি অন্ত। অজস্ৰ লহৰে, নৱ নৱ গতিৰে, আনি দিয়ে আশা অফুৰন্ত।" সেইকাৰণে হেমন্তই সাগৰিকাৰ নাম সাগৰ ৰাখিলে।

মেছলৈ আহি দেখিলে থানেশ্বৰে কম্বল এখন গাত লৈ শুই আছে। চোৰে ভিতৰত সোমাই, গৃহস্থ সাৰে থকা দেখা পাই চক্ খাই উঠাৰ দৰে হেমন্ত চক্ খাই উঠিল। থানেশ্বৰক এটা বলি কটা মানুহৰ দৰে লাগিল হেমন্তৰ। সেপঢ়ুকি থানেশ্বৰক সুধিলে ঃ কি অ', তই অফিচলৈ যোৱা নাই। থানেশ্বৰে এণ্ডামুৰি দি ক'লে ঃ গৈছিলো, (এণ্ডামুৰিৰ শব্দ তুলি ক'লে) জ্বৰ উঠি গুচি আহিছো। হেমন্তই ক'লে ঃ শুই থাক, সন্ধিয়া পিল আনি দিম দেই। মেলেৰিয়াও হ'ব পাৰে। তামুলপুৰৰ ফালে বৰকৈ মেলেৰিয়া হৈ মানুহ মৰিছে। তই ঘৰলৈ যে গৈছিলি যোৱা মাহত, তাতে বোধহয় কিছু ম'হক তেজ খুৱাই থৈ আহিছ। বাৰু এতিয়া শুই থাক। উঠিব নালাগে।

হেমন্তই বাতৰিখন লৈ আহি বাৰাণ্ডাতে বহিল। পাণ গছৰ ফালে চায়— সাগৰ উঠিছে নেকি? নাই, বোধহয় ক্লাছৰ পৰা অহা নাই। অহাৰ টাইম হৈছে চাগে। অফিচৰ পৰা অহা কাপোৰ খোলাই নাই। হাত-মুখতো এচালু পানী দিয়া নাই, সৰুপানীও চুৱা নাই— বহি গ'ল বাৰাণ্ডাত। আজি এইবোৰ একো নাই। পিছে-পৰেও এইবোৰ কাম কৰিব পাৰিব। আগতে বঢ়া ভাতহে খাব লাগে। ঠাণ্ডা হৈ যায়। পাঁচ লাখ টকাতকৈও মূল্যৱান চেক এখন সৌ অথনিৰ পৰা বুকুত বান্ধি লৈ আছে— এবাৰ চকু ফুৰাই চাব পৰা নাই। অফিচতো বৈৰী, মেছতো বৈৰী।

আলফুলকৈ চিঠিখন উলিয়ালে। লেফাফাটো খুলিলে। ওপৰত লেখিছে— প্ৰতি, শ্ৰী‌ৱা, শ্ৰীতিত হেমন্ত দাস। পৰাত সাগৰিকা চৌধুৰী। এটা আখৰো নষ্ট হ'বলৈ দিয়া নাই হেমন্তই। চিঠিখনত লিখিছে— প্ৰিয়তম, আপোনাক মোৰ বৰ ভাল লাগে। পাণৰ গছলৈ পাণ ছিঙিবলৈ গ'লেই আপোনাক দেখা পাওঁ। পাণৰ মাজেৰেও আপোনাক চাওঁ। হাঁহিটো মাৰিলে ৰাতিপুৱাৰ সূৰ্যটো যেন লাগে আপোনাক। সেই সূৰ্যটোৰ কিৰণ আহি পাণবোৰত পৰে। মোৰ হৃদয়খনি হাঁহি আৰু চকুলোৰে, সঁচা আৰু সপোনেৰে সুন্দৰ। আপোনাক পাবলৈ বিচাৰো। উত্তৰ দিব। মই কাইলৈ ৰাতিপুৱা আৰতিক পঠিয়াম। সেই একে স্থানত, একে সময়ত। ইতি সাগৰিকা।

খৰখেদাকৈ পঢ়িলে চিঠিখন। থানেশ্বৰ উঠি আহিব বুলি ভয়ত। তথাপি দহবাৰমান পঢ়িলে। নিশা দহ-দহগুণ এশবাৰ পঢ়িব। জাপি-জুপি, চুমা খাই আকৌ পকেটত সুমুৱাই থ'লে। থানেশ্বৰৰ খবৰ ল'লে। অ-হ-হ কৰি অলপ কেঁকাইছে। টোপনি অহা নাই। ঃ চাহ একাপ খাবি নেকি? —হেমন্তই সুধিলে। থানেশ্বৰে ক'লে ঃ খাম, কৰ। আজি হেমন্তৰ কামত বৰ উৎসাহ, অফুৰন্ত উচ্ছ্বাস। কেবাবাৰো বাৰাণ্ডাৰ ফালেও গৈছে— সাগৰক দেখে বুলি। নাই আজি সাগৰৰ দেখা-দেখি নাই। লাহে লাহে আন্ধাৰ হৈ আহিব ধৰিছে। এবাৰ দেখা পালেও ভাল লাগিব। কিন্তু নাই, আজি দেখা দেখিয়েই নাই। ক্লাছত ইমান পলমতো কেতিয়াও কৰা নাই। আবেলি এবাৰ হ'লেও সাগৰে পাণৰ গছত উঠে। হাঁহি এটা মাৰে। হেমন্তয়ো হাঁহি এটা

পঠিয়াই দিয়ে। আজি বেছিকৈহে হাঁহিৰ বিনিময় হ'ব লাগিছিল। জীৱনৰ প্ৰথম চিঠি, প্ৰথম প্ৰেম নিবেদন। বাৰে বাৰে চকু মাৰিবহে লাগিছিল। আকাশত তৰা ওলাল। আন্ধাৰে ওচৰৰ মানুহটোকো দেখা নোপোৱা কৰি পেলালে। হেমন্তৰ বেয়া লাগি গ'ল। চাহৰ পানী উতলিয়েই থাকিল। উতলা পানীত হালধিৰ গুড়িকে দি পেলালে। ৰবীনো আহি পালে। অলপ বজাৰ কৰি আনিছে। আহিয়েই দেখা পালে থানেশ্বৰ বিছনাত। হেমন্তই চাহৰ পানীত হালধি দিছে।

প্ৰথমতে, দুয়ো হাঁহিলে। ৰবীনে সুধিলে— আজি তোৰ কি হৈছে অ'। হেমন্তই ক'লে ঃ এহ্, নক'বি দেই, থানেশ্বৰৰ জ্বৰ হোৱা বুলি জানি মনটো কিবা বেয়া লাগিছে অ'। আকৌ নতুনকৈ চাহ কৰিলে। তিনিও খালে। থানেশ্বৰে অলপ ভাল পোৱা বুলি কোৱাত ভাল লাগিল। ৰবীন আৰু হেমন্তই ৰন্ধা-বঢ়াত লাগি গ'ল। ৰবীনে অলপ পলমকৈ ৰান্ধিব খুজিছিল। হেমন্তই যুক্তি দিলে— নালাগে দেই, থানেশ্বৰৰো গা বেয়া, মোৰো অলপ ভোক লাগিছে। দিনত খোৱা ভাল হোৱা নাই। সোনকালে খাই শুই থকা ভাল। হেমন্তৰ পেটৰ কামোৰ ক'ৰবাত। ৰবীন আৰু থানেশ্বৰে কি জানে। ৰান্ধিবলৈ হেমন্তৰ উৎসাহেই বেছি। ৰবীনে অনা হাঁহৰ কণী তিনিটা সিজালে। বাকলি গুচাই বাঁহৰ শলা এডালেৰে তেলত ডুবাই ভাজিলে। দাইলত পাঁচফোৰণেৰে চম্ভাৰ দিলে। ভেন্দিকেইটুকুৰামানো ভাজিলে। আনন্দমনে খাই-বৈ তিনিও শুই থাকিল।

ৰবীন আৰু থানেশ্বৰৰ টোপনি অহাত হেমন্তই চিঠিখনৰ উত্তৰ লিখিলে। হেমন্ত কমাৰ্চৰ ছাত্ৰ আছিল। অসমীয়া ভাষা লালিত্য লগাই লিখিব নোৱাৰে। তাতে প্ৰেমৰ চিঠি লিখা এয়ে প্ৰথম। তথাপি ড্ৰাফ্‌ট্ এটা কৰি ল'লে। প্ৰিয়তমা বুলিয়েই সম্বোধন কৰিলে আৰু লিখিলে— "মই তোমাক ৱান থাউজেণ্ড টাইমছ্ ভাল পাওঁ। আকাশত যিমান তৰা আছে, প্লাছ সাগৰত যিমান মাছ আছে, প্লাছ মৰুভূমিত যিমান বালি আছে— তাতকৈও অধিক ভাল পাওঁ। তুমি পাণ ছিঙিবলৈ আহিলে জখলাৰ কিমানটা খোপ উঠা, কিমানপাত পাণ ছিঙা সকলোবোৰ কাউণ্ট কৰি থাকো।" সব অংকৰ ভাষা ওলাই আহে হেমন্তৰ। অলপ সাহিত্যৰ ভাষাও দিব লাগিল। "তোমাৰ পাণ পাতৰ দৰে কোমল, লিহিৰি হাতেৰে লিখা চিঠিখনি পাই মই নিজকে ধন্য মানিছো। মোৰ তামোলৰ দৰে কঠিন হাতেৰে লিখা চিঠিখনি পাই তুমি জানো কেনে পোৱা। মই সিদ্ধান্ত কৰিয়েই পেলাইছো— তোমাক বিয়া কৰাম। অহা সপ্তাহত অৰ্থাৎ শনিবাৰে মই গাঁৱলৈ গৈ মাক লৈ আহি তোমাক দূৰৰ পৰাই দেখুৱাম। তুমি পাণৰ গছত উঠিবা। মাক মই আমাৰ মেছৰ বাৰাণ্ডাৰ পৰাই দেখুৱাম। মাৰ পছন্দ হ'লে গুৱাহাটীত হোৱা বানপানী কমিলেই, মানে ধৰা দুৰ্গা পূজাৰ সময়তে বিয়াখন পাতি পেলাম। পাঁচ পূৰণ পাঁচ, সমান পঁচিশটা চুমা ল'বা। হেমন্ত দাস।"

নিশা ভালেখিনি হ'ল। চিঠিখন জাপি-জুপি হালধীয়া ৰঙৰ লেফাফা এটাত ভৰাই হেমন্ত শুই থাকিল। ৰাতিপুৱা সাগৰিকাই কোৱা মতেই বৈ থকা আৰতিক চিঠিখন দিলে। মনটো মুকলি মুকলি লাগিল হেমন্তৰ।

এইদৰে প্ৰায় এসপ্তাহ চিঠিৰ আদান-প্ৰদান হ'ল। দৈনিক এখনকৈ। প্ৰথম কেইখনমানত প্ৰেমৰ আদান-প্ৰদান। শেষৰকেইখনত শেষ সিদ্ধান্তৰ আদান-প্ৰদান। দুয়োজনেই বিয়াত ৰাজী। কিন্তু এই বিয়া সামাজিক পদ্ধতিত হ'ব লাগিব। দৰাঘৰৰ মানুহে আহি কইনা সুধিব লাগিব। কইনা ঘৰেও ঘৰ-বৰ চাব। দুয়ো পক্ষ একমতত উপনীত হ'লে পূজাৰ সময়ত বিয়াৰ দিন-বাৰ কৰা হ'ব। প্ৰথমতে দুয়োৰে ভয় লাগিছিল— মেকুৰীৰ ডিঙিত টিলিঙা কেনেকৈ আৰিব। কিন্তু সৎ কামত ভয় কৰা দুৰ্বলতাৰহে লক্ষণ।

মৰসাহ কৰি সাগৰিকাই কথাটো মাকৰ আগত খৰচি মাৰি ক'লে। মাকে ক'লে: হ'লেতো ভালেই আছিল। দেউতাৰাই বা কি কয়। ল'ৰাজনৰ অৱস্থা বা কেনেকুৱা। জাত-পাত বা কি। সাগৰিকাই চিনেমাৰ ছোৱালীৰ দৰে মাকক চুমা এটা খালে : মা তুমি ইমান ভাল। অৱস্থা, জাত-পাত সব ঠিক আছে। মই থল চাইহে কৰিবা পাৰিছো।

হেমন্তই ৰবীন আৰু থানেশ্বৰক ক'লে। দুয়োৰে বিৰাট স্ফূৰ্তি। ক'লে ঃ আৰে, উই সাঁগৰতে জাল পেলাইছ। মাছ বান্ধ খাই গৈছে। এতিয়া লাহে লাহে পাৰলৈ টানি আনিলেই হ'ল। তই জিনিছ্ ঠিক আছ।

সাগৰিকাক চিঠি এখন দিলে— মই কাইলৈ ঘৰলৈ যাম। দেওবাৰে ৰাতিপুৱাই মাক লৈ আহিম। তুমি পাণৰ গছত উঠিবা। মাক আমাৰ বাৰাণ্ডাৰ পৰা দেখুৱাম। মাৰ পছন্দ হ'লেই আবেলি তোমালোকৰ ঘৰলৈ মাক লৈ যাম।

দেওবাৰে পহিলা বাছখনতে মাকক লৈ আহি চাহ-তাহ খুৱাই বাৰাণ্ডাত বহুৱাই থ'লে। কেনেকৈ ছোৱালী দেখুৱাব হেমন্তই আগতেই ইংগিত দি থৈছে। থানেশ্বৰ আৰু ৰবীনেও ক'লে ঃ আই, উত্তৰ ফালে আপোনাৰ মুখৰ ফালে চাই থাকিব। কইনা ওলাবৰ হৈছে।

কইনা ওলাল। চাৰ্কাছৰ ছোৱালীৰ দৰে, জিনছৰ পেণ্ট-ছাৰ্ট পিন্ধি এখোপ এখোপকৈ জখলাত উঠিলে। পাণত হাত দি এবাৰ বাৰাণ্ডাৰ ফালে চালে। সিদিনা অলপ বেছি সময় পাণ ছিঙিলে। হেমন্ত, থানেশ্বৰ, ৰবীনে ক'লে ঃ মা/আই চাই লওক, চাই লওক, সেইজনীয়েই ছোৱালী, সেই যে পাণ গছত উঠিছে, সেইজনীয়েই। মাকৰ চকু কপালত উঠিল। চকুৰে অগ্নিস্ফুলিংগ বাহিৰ হোৱাৰ দৰে হ'ল। হেমন্তৰ মুখৰ ফালে চাই ক'লে ঃ মোৰ মাই ঐ, তই গছত উঠা ছোৱালীজনীহে ঠিক কৰিছ? গুই সাপৰ ছালৰ দৰে, সেই ঠেঙা, কামিজ পিন্ধা ছোৱালীজনীহে ঠিক কৰিছ? গাঁৱত

মোৰ নাক-কাণ কটা যাব। হ'বই নোৱাৰে, এইজনী ছোৱালীক মই বোৱাৰী কৰি নিব নোৱাৰো। মাকে নামঘোষাৰ পদ গালে ঃ মোৰ সম পাপী লোক, নাহিকে ই তিনি লোক, তুমি সম নামি পাপহাৰী। ই জানি গোবিন্দ মোক, যেন যুৱাই কৰি যোক, তুৱা পদে কৰোহো গোহাৰি।। মই তোৰ কাৰণে ৰামেশ্বৰ ভকতৰ ছোৱালী চাইছো। সাইলাখ লক্ষ্মী। গছত উঠিব দূৰৰে কথা, তুলখনতে উঠি কলথোক নমাব নোবাৰে। গছত উঠা ছোৱালী ডাংকাটী হয়। ঘৰ নধৰে।

আকাশত তেতিয়া মেঘ নাছিল। নিমল আকাশ। তথাপি যেন হেমন্তই মূৰতে বজ্র পৰা যেন পালে। মুখ ক'লা পৰি গ'ল। নাটকৰ দৃশ্য সলনি হৈ গ'ল। তিনিওজনে মাকক বুজালে ঃ মা/আই, সাগৰিকা ভাল ছোৱালী। পাণৰ গছত উঠিলেই ছোৱালী ডাংকাটী হ'ব নোৱাৰে। আজিকালি ছোৱালীয়ে গাড়ী চলায় স্কুটাৰ চলায় উৰাজাহাজ চলায়, হিমালয় পৰ্বতত উঠে, সাগৰ সাঁতুৰি পাৰ হয়। চাকৰি কৰে। ভাত ৰান্ধে। বাচন ধোৱে। তুলত উঠিব নোবাৰা লক্ষ্মী ছোৱালীৰ দিন আৰু এতিয়া নাই তই/আপুনি আমাৰ সন্মান ৰাখ। ইতিমধ্যে বহুত আগবঢ়া হৈছে।

মাক কিছুসময় স্তব্ধ হৈ থাকিল। তাৰ পিছত ক'লে ঃ তহঁতে যদি আগবাঢ়িছ তেন্তে কৰ। কিন্তু বিয়াখন ইয়াত পাতিব লাগিব। গাঁৱত মই বিয়া পাতিব নোবাৰো।

হঠাতে আকাশখন ফুৰকাল হৈ যোৱা যেন অনুভৱ কৰিলে হেমন্তই আৰু অনুভৱ কৰিলে আকাশৰ পৰা যেন কেৱল ফুলহে বৰষিলে মাকক আনন্দতে সাবটি ধৰিলে।❑

# এখন মুখ—দুটা ৰূপ!

ইলেকচনৰ আগৰ আৰু পিছৰ কথা।

গাঁৱখনত সিদিনা আনন্দ আৰু উলাহে ছানি ধৰিছে। গাঁৱত বিহু পাতিলে, দুৰ্গা পূজা পাতিলে, ভঠেলি আৰু মাঘৰ সভা পাতিলে যেনে আনন্দ, উলাহ-তাতোকৈ বেছি। ঘৰে ঘৰে হাঁহি মুখ, ঘৰে ঘৰে চেনেহা-চেনেহি। কাপোৰ-কানি পৰিষ্কাৰকৈ ধুইছে, চোতাল, পদুলি সাৰিছে, অলাগতিয়াল বন-জাবৰ চাচি-চুৰুকি পুৰি পেলাইছে। ঘৰে ঘৰে বনাইছে লাড়ু-পিঠা, পায়স, বৰাচাউলৰ জলপান। বুট-মাহ তিয়াই গাজি কৰিছে, গছৰ পকা কল, নেমুটেঙা পাৰি থৈছে। তামোল খনিয়াই থৈছে। পাণৰ আগ-ঠাৰি কাটি, এপাত পাণৰ দুপাতকৈ কাটি বাঁহৰ শলাত বিন্ধাই থৈছে। নাৰিকলৰ কোঁৰোকাত মখা দৈসদৃশ চূণ ৰাখিছে। পুৰুষ, মহিলা সকলোৱে সাজি-কাচি আছে।

আজি ভোটৰ মানুহ আহিব। লগত আহিব এই সমষ্টিৰ প্ৰাৰ্থী শ্ৰীভোলানাথ শইকীয়া। ভাত খাব ৰামপতি হাজৰিকাৰ ঘৰত। কমেও এশজনে। সভা পাতিব বটগছৰ তলত। বটগছজোপাৰ মুখে মুখে পূব দিশত এটা নামঘৰ আছে। প্ৰকাণ্ড বটগছ। তাৰে তলত মানুহ বহে। গৰু-ছাগলীয়েও জিৰণি লয়। সভা-সমিতি হ'লেও তাতে পাতে। ৰামপতিৰ গাত তত নাই। ভোলানাথৰ দৰে মানুহবোৰে তেওঁৰ ঘৰত ভাত খাব, কম সৌভাগ্যৰ কথানে? কৈলাস চৌধুৰী মাজৰ মানুহ। মানে ভোটৰ মানুহ অৰু গাঁৱৰ মানুহৰ সংযোগী সেতু। তেওঁ আহি খবৰ দি যোৱাৰে পৰা যোৱা সাতদিন ধৰি গাঁৱত উখল-মাখল, ৰামপতিৰ ঘৰত খাদ্য সামগ্ৰীৰ উভৈনদী। কোনোৱে দিছে ৰঙালাউ, কোনোৱে আদা-আলু, কোনোৱে কবি-বেঙেনা, অমিতা। কোনোৱেবা মাটিদাইল ইত্যাদি। মাছ আৰু খাহী উমৈহতীয়া ফান্দৰ পৰা। কৈলাস চৌধুৰীৰ নিৰ্দেশমতেই ৰন্ধা-বঢ়া। তেওঁ কৈ গৈছে যে ভোলানাথ শইকীয়াই গাঁৱৰ ভোজৰ দৰে ৰন্ধা আঞ্জা-ভাত খাইহে ভাল পায়। অৰ্থাৎ খাৰ, টেঙা, মাটি-মাহৰ দাইল, কচু, ঢেঁকীয়া ইত্যাদি ৰন্ধা তেওঁ পছন্দ কৰে। টাউনত বত্ৰিশবিধ মচলা দিয়া আঞ্জা খাই খাই আমনি লাগিছে। গতিকে আমাৰ গাঁৱৰ মানুহে খোৱা নানা জুতিৰ আঞ্জাহে ৰান্ধিবা। কৈলাস চৌধুৰীৰ কথা অমান্য কৰাৰ কাৰো সাহস নাই।

সেই মতেই ৰন্ধা-বঢ়াৰ আয়োজন কৰা হৈছে। গাঁৱৰে বৈকুণ্ঠ আৰু নৰকান্ত ভাল ৰান্ধনি। তেওঁলোকে গাঁৱৰ বিয়া-বাৰু, মৃতকৰ ভোজ, অন্নপ্ৰাসন, গৃহপ্ৰৱেশ, পূজা-পাতাল আদি হ'লে সকলোতে ৰন্ধা-বঢ়া কৰে। এওঁলোক দুজনকে ৰন্ধাৰ দায়িত্ব দিয়া হ'ল। তেওঁলোকক কটা-কুটা, ধোৱা-পখলা আদিত সকলোৱে সহায় কৰিব। দুশখন কলপাত কাটিছে খগেনে। পানী খোৱা মাটিৰ গিলাচ কিনি আনিছে মদনে। বহিবলৈ সৰু সৰু ঢাৰি, প্ৰতিঘৰৰ পৰা দুই-চাৰিখনকৈ উঠাই আনিছে জয়চন্দ্ৰ আৰু প্ৰফুল্লই। এনেদৰে যোগাৰ-পাতি সম্পূৰ্ণ। কদম আৰু কৰচ গছৰ খৰিৰ দহ্দহীয়া চৌকাত ৰন্ধা-বঢ়াও প্ৰায় সমাপ্ত।

কৈলাস চৌধুৰীৰ ঘৰো এই গাঁৱতে আছিল। কিন্তু পাৰ্টিৰ কামত যোগদান কৰাৰ পিছৰে পৰা টাউনত বসবাস কৰিছেগৈ। চৌধুৰী এম এল. এ অথবা মন্ত্ৰী নহয়। কিন্তু এওঁলোকৰ ওপৰত এওঁ চাণক্যৰ দৰে, শকুনিৰ দৰে বুধিয়ক। এওঁত শৰণ লৈহে মন্ত্ৰী এম এল. এ হ'ব পাৰে। এওঁৰ ভোট সংগ্ৰহত অসীম ক্ষমতা। চৌধুৰী ভোট-বেংক নামেই জনাজাত। গাঁৱৰ মানুহক কেনেকৈ হাত কৰিব লাগে সেই মন্ত্ৰ তেওঁ পূৰা জানে। কুলি চৰাই আম পকাৰ সময়ত আম গছত পৰি কুউ, কুউ কৰাৰ দৰে, পথাৰত পানী শুকালে মাছ খাবলৈ অহা বগলীৰ দৰে, কৈলাস চৌধুৰীও ভোটৰ সময়ত গাঁৱলৈ দৌৰি আহে। তেওঁ প্ৰাৰ্থীৰ পৰা ঠিকা লয়— পাঁচ হাজাৰ চ'লিড দিম তোমাক। খৰচ পৰিব একলাখ। পাৰ্টিৰ পৰাও লয়। সেই টকাৰ পঁচিশ শতাংশ খৰচ কৰে গাঁৱৰ ভঙা দলং, নামঘৰ, স্কুলঘৰ, সংঘ আদিৰ মেৰামতি কৰাত। দহ শতাংশ খানাত। পোন্ধৰ শতাংশ নগদ বিতৰণ ভোটাৰৰ লগত। বাকীখিনি তেওঁৰ জেপত। অৰ্থাৎ পঞ্চাশ শতাংশ। এইবাৰো মইনামতী গাঁৱৰ ভগা দলং, ভগা নামঘৰ, ভগা স্কুল, নৱযুগ সংঘ মেৰামতি কৰি দিলে খানাৰ এমাহ আগতে। তদুপৰি গাঁৱৰ নিবনুৱাকেইটাক টোপ দিছে— এইবাৰ যদি ভোলাদা আহে, তহঁতে প্ৰত্যেকে চাকৰি পাবি; নহ'লে কিবা নহয় কিবা সুবিধা পাবি। খানাৰ কেইদিনমান আগতে এদিন ৰামপতি হাজৰিকাৰ ঘৰত সন্ধিয়া সময়ত কৈলাস চৌধুৰী সোমাইছিল। চাহ-পানী দি ৰামপতিয়ে সুধিলে— গাঁৱখনত মোতকৈ অৱস্থা ভাল জয়চন্দ্ৰ, শ্ৰীহৰিহঁতৰ। সিহঁতৰ ঘৰত খানাটো নাপাতি মোৰ ঘৰতনো কেলেই পাতিলা বোপাই। চৌধুৰীয়ে ক'লে ঃ চোৱা কাকা, মোৰ ঘৰতো পাতিব পাৰো বা শ্ৰীমন্তহঁতৰ ঘৰতো পাতিব পাৰো। কিন্তু কিয় পতা নাই? মোৰ ঘৰত পাতিলে বদনাম হ'ব বোলে চৌধুৰীয়ে কোবোৰ খাইছে। শ্ৰীমন্ত অথবা আনৰ ঘৰত পাতিলে তেওঁলোকৰ লাভ হ'ব। সেই লাভটোনো তেওঁলোকক কেলেই দিওঁ। তুমিয়ে লোৱা। তুমি শিক্ষক মানুহ। কনক আৰু নৰেন্দ্ৰ বি. এ. পাছ কৰি ঘৰতে বহি আছে। কামিনীৰো বিয়াৰ বয়স হৈছে। যদি এইবাৰ ভোলা শইকীয়া ভোটত জিকে তেন্তে আৰু চিন্তা নাই। কনক আৰু

নৰেন্দ্ৰৰ চাকৰি হ'ব। কামিনীৰ বিয়া। ইলেকচনৰ পিছতে শইকীয়াই বিয়া পাতিব। তেওঁক লাগে গাঁৱৰ, ধুনীয়া ছোৱালী। আমাৰ কামিনী একোতে পিছ পৰা নহয়। ভোলাই দেখিলেই পছন্দ কৰিব। খানাৰ দিনাখন যাতে কামিনীয়ে খুওৱা-ধুওৱাত আগভাগ লয়— সেইটো চাবা। ইলেকচনতো খাটি দিব লাগিব। ঘৰে ঘৰে গৈ গাঁৱৰ মহিলাখিনিক তেওঁ একগোট, একমন কৰাব লাগিব, যাতে সকলোৱে ভোলানাথ শইকীয়াকে সকলোৱে ভোট দিয়ে। ৰামপতি মাষ্টৰ আনন্দ, আশ্বাস আৰু আশাত আত্মহাৰা হ'ল।

সেয়ে আজি ভোলানাথ শইকীয়াৰ আগমন উপলক্ষে ৰামপতিৰ ঘৰখনে জান-প্ৰাণ দিছে। যেন নিজৰ ল'ৰা-ছোৱালীৰহে বিয়া, যেন ঘৰত নাতিয়েকৰ অন্নপ্ৰাসনহে এনে উলহ-মালহ, এনে তৎপৰতা, এনে নিষ্ঠা আৰু সততাৰ ভাব প্ৰবণতাই ঘৰখন আচ্ছন্ন কৰি ৰাখিছে।

কৈলাস চৌধুৰীয়ে ৰামপতি মাষ্টৰক দিয়াৰ দৰে এই বৰুশীৰ টোপটো প্ৰত্যেক ঘৰতে দিছে। আৰু সেই আশাকে বুকুত বান্ধি প্ৰত্যেকেই খানা আৰু সভাত জান-প্ৰাণ দিছে।

যথা সময়ত ভোলানাথ শইকীয়া সদলবলে আহি মইনামতী গাঁৱত প্ৰৱেশ কৰিলে। সুমদলৰ অধিকৰ্তা কৈলাস চৌধুৰী। গাৱঁৰ মানুহৰ শৰীৰত তৎ নাই। আবাল-বৃদ্ধ-বনিতাই হাতে হাতে ফুলৰ মালা, গামোচা লৈ তেওঁকে আদৰিবলৈ বৈ আছে। যেন—কোনো মহাৰজা আহিছে গাঁৱলৈ, যেন জমিদাৰ আহিছে ৰায়তৰ মাটি দিবলৈ, যেন দৰাপাৰ্টি আহি পাইছে পদূলি মুখলৈ। আদৰি অনাৰ এনে উখল-মাখল।

ভোলানাথ শইকীয়াই নমস্কাৰ কৰা হাত দুখন কপালৰ পৰা নমাব পৰা নাই, হাঁহিটো অকণমান সময়ৰ কাৰণেও ওঁঠ আৰু দাঁতৰ পৰা গুচাব পৰা নাই। উদাৰ ভাব নম্ৰ স্বভাৱ, প্ৰজাবৎসল, ভকতৰ দাস, দাসৰো দাস। আপোন সবৰ ভৰিৰ ধূলি ল'বলৈ আপোনাসবৰ সেৱা কৰিবলৈ মই আহিছো। মোক এনে আদৰ, স্বাগতম জনাব নালাগে বাপসকল, আই মাতকৃসকল।

আহি বহিল ৰামপতি মাষ্টৰৰ চ'ৰাঘৰত। নহিলা দৈৰ ঢাৰি-পাটী, তাৰে ওপৰত বেডক'ভাৰ-তাতে সকলোৱে বহিলহি। পানী, নেমুৰ ৰস, তামোল, চাহ দিবলৈ সকলোৰে হেতা-ওপৰা। কৈলাস চৌধুৰীয়ে যিমানখিনি পাৰি চিনাকি কৰি দিছে—এওঁ অমুক, তমুকাৰ ছোৱালী, এইজনী অমুকা-তমুকাৰ বোৱাৰী। এওঁ মাষ্টৰ, এওঁ গাঁওবুঢ়া, এওঁ ওজা, এওঁ ভাল মিস্ত্ৰী, এওঁ নাগাৰা নামৰ পাঠক, এওঁ টোকাৰি গীত ভাল গায়, এওঁ বৰগীত, এওঁ থিয়েটাৰৰ প্লেয়াৰ, আগতে ফিমেল পাৰ্ট কৰিছিল, এওঁ পিয়াদা, এওঁ মৌজাদাৰৰ মহৰী, তোওঁ বি.এ., এওঁ বি.কম., এওঁ বি.এছ.চি., এওঁ অসমীয়াৰ এম.এ. প্ৰাইভেট,. এইগৰাকী অংগনবাদী স্কুলৰ মাষ্টৰণী, এওঁ ব্লকৰ

কেৰাণী, ইত্যাদি ইত্যাদি। কাকো এৰা নাই। শইকীয়াই নমস্কাৰ দিয়া হাত দুখন কপালৰ পৰা নমাই আনিবই পৰা নাই। মধুৰ বচন। অমায়িক ভাষা। যুৱতী কেইগৰাকীৰ আশা স্বামীৰূপে পোৱাৰ। শইকীয়া সুন্দৰ কোঁৱৰৰ দৰে। মুখখন ৰবাব টেঙাৰ দৰে গোল। দাড়ি-মোচ চাচি চিকুণ কৰি ৰাখিছে। পিন্ধনত বগা চফাৰি। চেণ্ট-আতৰ ছটিযাই আহিছে। হাতত মাখনৰ দৰে ৰঙৰ টাৱেল-ৰুমাল। হাঁহিটো মাৰিলে পূৰ্ণিমাৰ জোনটো নামি অহা যেন লাগে। সুপুৰুষ। কপাল বহল, উঠা। ৰাজভোগ খোৱাৰ ভাগ্য তেওঁৰ শৰীৰত বিৰাজমান।

খোৱাৰ সময়ত শইকীয়াৰ সমদলটোক টেবুল-চেযাৰত দিয়াৰ আয়োজন আছিল। কিন্তু শইকীয়াই নামানিলে ঃ আমি কিয় টেবুল-চেয়াৰত খাম। একেলগে আপোনালোকৰ লগত মাটিত বহি খাম। সেয়ে হ'ল। পীৰা, তক্তা, বস্তাত বহি সকলোৱে খালে। ৰন্ধা-বঢ়া বৰকৈ বখানিলে। খাহীৰ তেলেৰে মাটিমাহৰ দাইল। ঔ-টেঙাৰে ৰৌ মাছ। মাছৰ মূৰেৰে পানীলাউৰ খাৰ। সাতবিধ পাচলি লগ লগাই লাব্ৰা। গুটিআলু ভজা, মাছ ভজা ইত্যাদি। টকালি পাৰি খালে সকলোৱে। ৰামপতি মাষ্টৰক বৰকৈ প্ৰশংসা কৰিলে শইকীয়াই বোলে আপুনি এসাঁজ মনত থকাকৈ খুৱালে। মোক আহিবলৈ দিয়ক, আপোনাৰ ল'ৰাহঁতৰ চাকৰি হ'ব। ছোৱালীৰো বিয়া হ'ব।

গাঁৱৰ মানুহে অৱশ্যে কথাটো ভাল নাপালে। সকলোৱে খৰচ কৰিছে খানাটোত। কৈলাস চৌধুৰীয়েও টকা দিছে— নাম হ'ল ৰামপতি মাষ্টৰৰ। পিছত অৱশ্যে কৈলাসে কথাটো ভাঙি দিলে শইকীয়াক। শইকীয়াই বোল্লে এইবোৰ কথা নধৰিব। মই জানো নানা উমৈহতীয়া খৰচত। কিন্তু এনেয়ে মানুহজনক আশ্বাস এটা দিছো। মানুহবিলাকক আপুনি বুজাই ক'ব। কৈলাসে ইতিমধ্যে বুজাই দিছেই। তেৱোঁ ইমান বুৰ্বক নহয়। দুয়ো একে টেঙৰ। মহাদেৱৰে আন এটা নাম কৈলাস, আন এটা ভোলানাথ!

ইয়াৰ পিছত সভাস্থলীত সকলো উপস্থিত। সভাৰ কথা শুনিবলৈ অসংখ্য মানুহ আহিছে। আন আন গাঁৱৰ মানুহো আহিছে। বটগছৰ তলত বহিবলৈ ঠাই নাইকিয়া হৈছে। ভোলানাথ শইকীয়াৰ মনটো বৰ ভাল লাগি গ'ল। শ্ৰোতা-দৰ্শক অধিক হ'লে বক্তাৰ গা উঠে। তাতে আকৌ ইলেকচনৰ মিটিং। অধিক দৰ্শক-শ্ৰোতাৰ আগমনে এইটোকে বুজাইছে যে শইকীয়াক এই সকলোলোকে ছাপোৰ্ট দিছে। তেওঁ এইখিনি ভোট ছ'লিড পাবই। কৈলাস চৌধুৰীয়েও কাণে কাণে এইবোৰ কথাই কৈ আছে বোলে দেখিছে মানুহৰ সোঁত? এইখিনি ভোটৰ মোট হাতৰ মুঠিত। শইকীয়াই বোলে আপোনাৰ ওপৰতেই মোৰ ভাৰসা। চৌধুৰীয়ে বোলে ভাষণটো খুব আৱেগিককৈ দিব।

শইকীয়াই ভাষণ দিব খুব ভালকৈ জানে। সাহিত্য-সংস্কৃতিৰ সভাবিলাকত ভাষণ দি দি চিজন হৈ গৈছে। সেই কাৰণে তেওঁ কলেজ এৰি ভোটত উঠিছে। কলেজত

মাহেকৰ মূৰত পোৱা বেতনখিনিৰে কোনোমতে পেটে-ভাতে খাই থাকিব পাৰি। কিন্তু এবাৰ মিনিষ্টাৰ হ'ব পাৰিলে মাটি, বাংলা, গাড়ী, তিৰীৰ আকাল নাই। দিওঁতাই দিয়ে, কৰোতাই কৰি দিয়ে। ৰাজধানীৰ কোৱাৰ্টাৰত বহি থাকিলেই হ'ল। গতিকে শইকীয়াক ভাষণ দিবলৈ শিকাব নালাগে। শ্ৰদ্ধাভাজন ৰাইজ, মোৰ সেৱাৰ থলী ৰাইজ, মোৰ মাতৃস্বৰূপা আইসকল, মোৰ সহোদৰ, সহোদৰাস্বৰূপা ভাই-ভনীসকল মাৰি অনেকক কন্দুৱাই দিলে আমাৰ দেশৰ সৰ্বসাধাৰণ লোকৰ দুখ-কষ্টৰ কথা বৰ্ণনা কৰি। তাৰ পিছত সকলোকে হুঁহুৱালে— মই যদি পাৱাৰত আহো, তেন্তে এই দিম, সেই দিম, তেজ দিম, প্ৰাণ দিম, আপোনালোকক দুখ নিদিম, কষ্ট নিদিম, অভাৱ নিদিম। সপ্তাহত চাৰিবাৰকৈ গাঁৱলৈ আহিম। আজিৰ দৰে মাটিত বহি ভাত খাম। হাত চাপৰি। জাউৰিয়ে জাউৰিয়ে হাত চাপৰি, শ্লোগান ধ্বনি— ভোলানাথ শইকীয়া, জিন্দাবাদ।

যথা সময়ত ভোটৰ দিনটো আহিল। মইনামতী গাঁৱৰ আৰু ওচৰ-পাঁজৰৰ দুই-এখন গাঁওৰ মানুহে মাৰবান্ধি ভোলানাথ শইকীয়াক ভোট দিলে। ভোট গণনা হ'ল। সাত দিন পিছত ফলাফল ঘোষণা । ভোলানাথ শইকীয়াই তেওঁৰ নিকটতম প্ৰতিদ্বন্দ্বী বলেন ভৰালীক পৰাজিত কৰি বিপুল ভোটত জয়লাভ কৰিলে। সিদিনাও মইনামতী গাঁৱত উৎসৱ পালন কৰাৰ দৰে সকলোৱে গালে, নাচিলে, খালে।

ইয়াৰ পিছত যোৱা তিনি বছৰ ধৰি ভোলানাথ শইকীয়া, কৈলাস চৌধুৰী মইনামতী গাঁৱৰ মাটিত ভৰি দিয়া নাই। কিন্তু ভোলানাথ শইকীয়াই মন্ত্ৰীপদ পোৱাৰ পিছত তেওঁৰ অশেষ কাম বাঢ়িছে। বহুতো জ্বলন্ত সমস্যাৰ সন্মুখীন হৈছে। দিল্লীলৈ সদায় গৈ থাকিব লাগে। টকা-পইচা আদায় কৰি আনি খৰচ কৰিব লাগে। সেয়ে তেওঁৰ সমষ্টিলৈ যাবলৈ সময় নাই। কৈলাস চৌধুৰীৰো সেই একেই কথা। তেওঁৰ কাম মন্ত্ৰীতকৈও বেছি। বাঁহ, মদাৰ গছৰ কাঠেৰে বন্ধা দলং ভাগি গ'ল, নামঘৰ স্কুলঘৰ জহি-খহি গ'ল— তেওঁলোক কোনোদিনেই নাহিল।

◇◇◇ ◇◇◇ ◇◇◇

এদিন কিন্তু ৰামপতি মাষ্টৰ ওলাল ৰাজধানীলৈ। ভোলানাথ শইকীয়া মিনিষ্টাৰক লগ ধৰিবলৈ। ডাঙৰ মোনা এখনত মন্ত্ৰীলৈ কিবা-কিবি নিয়াৰ মন কৰিলে। মন্ত্ৰীয়ে সিদিনা খাই ভাল পোৱা বস্তুবোৰকে নিলে ভাল পাব। ঔ-টেঙা, পানী লাউ, মাটি মাহৰ দাইল, খাহীৰ মাংস সিদিনা টকালি পাৰি খাইছে। এইবোৰকে নিয়া ভাল হ'ব। কিন্তু জীয়েক কামিনীয়ে ক'লে ঃ দেউতা, প্ৰথম প্ৰথম এইবোৰ নিয়া ঠিক নহ'ব। তেওঁক লগ ধৰিব পাৰ নে নোৱাৰ তাৰেই বা কি ঠিকনা। গতিকে প্ৰথমতে এনেয়ে গৈ চিনাকি হৈ অহা ভাল। কথাটো বোধগম্য হ'ল মাষ্টৰৰ। জীয়েকৰ কথামতেই

নতুন কামিজ আৰু ধুতিখন পিন্ধি ৰাতিপুৱাৰ প্ৰথম বাছখনতে যাত্ৰা কৰিলে ৰামপতি হাজৰিকাই। আদাবাৰীত নামি, বেলতলাৰ চিটিবাছ ধৰি, জনতা ভৱনৰ সন্মুখত নামিলে। তেতিয়া প্ৰায় এঘাৰটা বাজিল। ইয়াক-তাক সুধি, মন্ত্ৰীক দেখা কৰাৰ পাছ লোৱা কাৰণে লাইনত থিয় হ'ল। বিৰাট দীঘল লাইন। অতিপাত গৰম। আধাঘণ্টাত দহটা মান খোজহে আগুৱাব পাৰি। থিতাতে বৈ থকা যেন লাগে। কইনা বুলনতকৈও সাত ছাৰ। গৈ গৈ পাছ দিয়া মহিলাগৰাকীৰ ওচৰ পালে। খিৰিকীৰে মুখখন দেখা পায় মাত্ৰ মহিলাগৰাকীৰ। অকণমান খিৰিকীখনে মুখখন সুমুৱাই দি মাষ্টৰে চিঞৰি চিঞৰি ক'লে ঃ মই ভোলানাথ শইকীয়া মিনিষ্টাৰক লগ কৰিম; পাছ এখন দিয়ক। মহিলাগৰাকীয়ে ক'লে ঃ তেওঁ আজি নাই। বাহিৰলৈ গৈছে। পাছ লৈ কি কৰিব। মাষ্টৰে আৰু কিবা ক'ব খুজিছিল; কিন্তু মাষ্টৰৰ পিছত থকাজনে তেওঁক ঠেলা মাৰি কাউণ্টাৰৰ পৰা আঁতৰাই দিলে ঃ মিনিষ্টাৰ নাই বুলি কৈছে, কি আৰু সুধি থাকে। মাষ্টৰ মৰা যেন হ'ল। ওঁঠ-মুখ চেলেকি গুচি আহি বাহিৰতে গছৰ তলত ক্ষন্তেক জিৰালে।

ইয়াৰ পিছত নিশাটো ক'ৰবাত থকাটোকে সিদ্ধান্ত কৰি, বহু কষ্ট খাই খাই, বহুত দূৰ সম্পৰ্কীয় ভায়েক কমলেশ্বৰৰ ঘৰটো বিচাৰি উলিয়ালে। তেতিয়া নিশা প্ৰায় আঠ বাজিল। কমলেশ্বৰে ৰামপতিক দেখা পাই বৰ অস্বস্তি অনুভৱ কৰিলে। তেওঁক ৰাখে ক'ত? ঘৰখনত অতিৰিক্ত বিছনা এখনো নাই। ঃ নিশাটো কিবাকৈ মাটিতে পৰি থাকিমদেই। কাইলৈ মিনিষ্টাৰ ভোলানাথ শইকীয়াক যেনে-তেনে মই লগ ধৰিবই লাগে। কমলেশ্বৰেই মাটিত বিছনা পাৰি ৰামপতি মাষ্টৰক বিছনাখন দিলে। ভাত-পানী খাই উঠি কমলেশ্বৰেই বুধি এটা দিলে। ঃ দাদা, তুমি ৰাতিপুৱাই তেওঁক কোৱাৰ্টাৰত লগ ধৰাই ভাল হ'ব। কোৱাৰ্টাৰত দেখা কৰাৰ পাছ দিব লাষ্টগেটত। তাতে তুমি ৰাতিপুৱাই গৈ লাইনত থাকিলে পাছ সোনকালে পাবা আৰু তেওঁক নটাত দেখা কৰিব পাৰিবা। লাষ্টগেট কোনফালে তাকো কমলেশ্বৰে ভালকৈ বুজাই দিলে।

নিশা মাষ্টৰৰ টোপনিয়েই নহ'ল। ৰাতিপুৱা ৰঙা চাহৰ ঘোট এটা মাৰিয়েই লাষ্টগেট অভিমুখে খোজ দিলে। গৈ দেখে তাতো লাইন। মানুহবোৰ ইমান ৰাতিপুৱাই আহেনে? তেওঁ আচৰিত হ'ল। অশেষ যুঁজ-বাগৰ কৰি, গাৰ কানি-কাপোৰ লেতেৰা কৰি, কোনোমতে পাছ এখন ল'লে আৰু মন্ত্ৰীৰ দুৱাৰ মুখত থিয় হৈ থাকিল। তাতো অসংখ্য মানুহ। মন্ত্ৰীক ৰখি থকা চিপাহী-চন্তৰীয়ে বৈ থকা মানুহবোৰক ক'লেহি— আপোনালোক যাওকগৈ ছাৰে আজি কাকো দেখা নকৰে। এতিয়া বিধানসভালৈ যাবলৈ ওলাইছে। গেটত তলা লগাই দিলে চিপাহী এজনে। ৰামপতি মাষ্টৰৰ অণ্ঠ-কণ্ঠ শুকাই গ'ল— প্ৰভু! এইটোহে কৰিলা।

কিছুমান দৰ্শনাৰ্থী গালি পাৰি গুচি গ'ল। কেইজনমান কিন্তু ৰৈয়েই থাকিল। ৰামপতিও ৰৈ থাকিল। মন্ত্ৰীয়ে গাড়ীত উঠিবলৈ আহোঁতে এক মিনিট হ'লেও সকলোৱে মনৰ কথা ক'ব। প্ৰায় আধাঘণ্টামানৰ মূৰত মন্ত্ৰী ওলাই আহিল। গাড়ীত উঠিবলৈ গ'ল। ৰৈ থকাকেইজনে দৌৰি গৈ মন্ত্ৰীক ধৰিলে ঃ ছাৰ মোক এইটো কৰি দিয়ক, ছাৰ মোক সেইটো কৰি দিয়ক, ছাৰ আপুনি দৰ্খাস্তখনত অৰ্ডাৰটো দিয়ক। ৰামপতিয়েও মানুহবোৰক ওফৰাই মন্ত্ৰীৰ হাতত ধৰিলে ঃ ছাৰ মই ৰামপতি হাজৰিকা, ছাৰ মইনামতী গাঁৱৰ ৰামপতি মাষ্টৰ, কামিনীৰ দেউতাক, আপুনি যে মোৰ ঘৰত খানা খাইছিল। মন্ত্ৰীৰ খং উঠি গ'ল— চাওঁ এৰি দিয়া, হাতত কেলেই ধৰিছা? অভদ্ৰ নেকি? কোন ৰামপতি, শালপতি? মন্ত্ৰী গাড়ীত বহি গ'ল। মন্ত্ৰীৰ দেহৰক্ষীয়ে ৰামপতি মাষ্টৰক ঢকা এটা মাৰি দিলে। মাষ্টৰ পিচ্ দিয়া ৰাস্তাত হামকুৰি খাই পৰি গ'ল। তেওঁৰ কপাল আৰু নাকেৰে তেজ ওলাল। মন্ত্ৰীৰ গাড়ী পিছফালেৰে ধোঁৱা উলিয়াই গুচি গ'ল। কিছুমানে নিজ নিজ ৰাস্তা ল'লে। ৰামপতি মাষ্টৰে কান্ধৰ গামোচাখনেৰেই তেজবোৰ মচিলে। হাত দুখন নলাৰ পানীতে ধুলে আৰু আদাবাৰীৰ ৰাস্তা ধৰিলে। চিটিবাছ আস্থানলৈ খোজ কাঢ়ি গৈ থাকোতে তেওঁৰ শৰীৰৰ ঘাম আৰু নাক, কপালৰ তেজ একাকাৰ হৈ পৰিছিল।

ইয়াৰ পিছত মইনামতী গাঁও পাওঁতে নিশা হৈছিল। গাঁৱৰ সীমাৰ পৰাই মইনামতী গাঁৱৰ মানুহে এজনৰ পিছত সিজনে তেওঁক সুধি সুধি ব্যতিব্যস্ত কৰিছিল ঃ মিনিষ্টাৰক লগ পালেনে? কিবা কাম হ'বনে? মিনিষ্টাৰে কথা-বতৰা ভালকৈ পাতিছিলনে? —ইত্যাদি। নিশাৰ আন্ধাৰত তেওঁৰ কপালৰ আঘাতৰ চিহ্ন আৰু কামিজ, গামেচাত লগা ৰক্তৰ দাগ কোনোৱে দেখা নাছিল। মাষ্টৰে সকলোকে উত্তৰ দিছিল ঃ বৰ ভাল। মোক কালি আহিবকে নিদিলে, তেওঁৰ কোৱাৰ্টাৰতে ৰাখি দিলে। কেইদিনমান পিছত আকৌ মাতিছে। সকলোৱে ধইন ধইন কৰিলে। এইবোৰ মানুহ আচলতে মানুহ নহয়, দেৱতা। ঈশ্বৰৰ দূত। নানা আলোচনা, নানা কথা। জুম পাতি পাতি মেলত ধৰিলে। ভোলানাথ শইকীয়াক ভূয়সী প্ৰশংসা কৰিলে। এইবাৰ স্কুলৰ বঁটা-বিতৰণী-সভাত ছাৰক যেনে-তেনে আনিব লাগিব। সকলোৱে একমতত উপনীত হৈ ঘৰে ঘৰে গ'ল।

ৰামপতি হাজৰিকাই ঘৰৰ পৰিয়ালকো তেনেকৈয়ে ক'লে। তেওঁ গোটেই দিনটো, যোৱা নিশাটো উদ্বিগ্ন হৈ ৰৈ আছিল— মানুহটো কেলেই ঘূৰি নাহিল বুলি। চোতালত ভৰি দিয়াৰ লগে লগেই প্ৰশ্ন ঃ কালি কেলেই নাহিলা পিতাই? —পুতেক, জীয়েকৰ। মাষ্টৰণীৰ প্ৰশ্নঃ মন্ত্ৰীক লগ পালানে? কালি বাছ নাপালা নেকি ঘূৰি আহিবলৈ! মাষ্টৰেও গাঁৱৰ মানুহখিনিক কোৱাৰ দৰে একে সুৰতেই ক'লে ঃ তেখেতৰ কোৱাৰ্টাৰতে ৰাখিলে। কি যে আদৰ-সাদৰ।

পুতেক, জীয়েক আৰু মাষ্টৰণীয়ে (মাষ্টৰৰ পত্নীক গাঁৱত মাষ্টৰণী বুলিয়েই মাতে) ৰামপতি হাজৰিকাক ৰণ জিকি অহা সম্রাটৰ দৰে অভ্যৰ্থনা কৰিলে। লাইন বাছৰ খুন্দাত কপালত আঘাত পোৱা বুলি কোৱাত, বাছৰ ড্ৰাইভাৰক সাত পুৰুষ উজাৰি গালি পাৰি কপাল, মুখ ধুই বোৰোলিন লগাই দিলে, চাহে-ভাতে সোনকালে খুৱাই বিছনা সজাই দি শুৱাই থ'লে মাষ্টৰক।

ৰামপতি হাজৰিকাই বিছনাত পৰি ওৰেটো নিশা চকুপানী টুকিলে— তেওঁ যে মিছা কথা ক'লে! মানুহবোৰে বুকুত সাবটি লৈ থকা আশা-আকাংক্ষাখিনিক চূর্ণ-বিচূর্ণ হ'বলৈ নিদি তেওঁ মিছা কথা ক'লে। গোটেই জীৱনটো ছাত্র-ছাত্রীক শিকালে ঃ কেতিয়াওঁ মিছা কথা নক'বা। মিছা কথাৰ ঠেং চুটি। যুধিষ্ঠিৰে সামান্য মিছা কথা এটা কওঁতে নৰক দৰ্শন কৰিবলগীয়া হৈছিল; মোৰ বা আৰু কি অৱস্থা হয়— ৰামপতি মাষ্টৰে এইবোৰকে ভাবি ভাবি টোপনি যাব নোৱাৰিলে; চকুপানী টুকি টুকি নিশাটো কটালে। মাজে মাজে ভোলানাথ শইকীয়াৰ মুখখন চকুৰ আগত ভাহি উঠে আৰু ইলেকচনৰ আগৰ আৰু ইলেকচনৰ পিছৰ মুখ দুখন তুলনা কৰে— দেখাত দুয়োখন মুখেই একে; কিন্তু ইলেকচনৰ আগৰ মুখখনত আছিল ভিক্ষাৰীৰ আকুলতা আৰু পিছৰখনত দেখা পালে মানুহ খোৱা বাঘৰ কদৰ্যতা। এইবোৰ কথা ভাবোতে আৰু চকুপানী মচোতে ৰাতিপুৱালেই।□

# ৰ'বা, ৰ'বা, তোমালোক দালাল নেকিহে?

এইকেইদিন মন্ত্ৰীসকলৰ বাসভৱনত মানুহ ঠাহ খাই আছে। সকলোৰে ইচ্ছা সুবিধা লোৱা, মন্ত্ৰীৰ লগত চিনাকী হোৱা, মন্ত্ৰীৰ নিজৰ মানুহ বুলি গৌৰৱ কৰা। আচলতে কথাটো হয়। ইলেকচনৰ আগত মন্ত্ৰীৰ হৈ খাটিলেও, ইলেকচনৰ দিনা তেওঁক ভোট দিলেও— ইলেকচনৰ পিছত অৰ্থাৎ মন্ত্ৰীৰ বাব পোৱাৰ পিছত তেওঁৰ ওচৰলৈ যেই-সেই মানুহ যাব নোৱাৰে। যেনে— গাঁৱৰ যদু, মধু, ৰাম, হৰি, কৃষ্ণ, অৰ্জুন, নকুল, কংস, যাদৱ, লক্ষ্মণ, ভৰত সকলোৱে তেওঁক ভোট দিছে। ভোটত জিকাৰ পিছত গাঁৱতে আনন্দ-স্ফূৰ্তি কৰিছে। ভোজ-ভাত খাইছে। সেয়েই তেওঁলোকৰ বাবে যথেষ্ট। তেওঁলোক গামোচা পিন্ধি পথাৰত হালবোৱা, হাবিত খৰিকটা, হাতত দাখন লৈ মানুহৰ ঘৰত হাজিৰা কৰা মানুহ। খুব টান নৰিয়া হ'লেহে জিলালৈ আহে কাৰোবাক লগতলৈ। এইবোৰ মানুহে মন্ত্ৰী, এম এল এক লগ ধৰিবলৈ, সম্ভাষণ জনাবলৈ বা কোনো সুবিধা আদায় কৰিবলৈ ৰাজধানীলৈ আহিব? তাৰ বাপেকৰ সাধ্য নাই। সাধাৰণতে শিক্ষিত, অৰ্ধশিক্ষিত দাদা ধৰণৰ মানুহবিলাকহে মন্ত্ৰীৰ পিছত লাগি থাকে, সা-সুবিধা আদায় কৰে। এওঁলোকে আকৌ মন্ত্ৰীৰ লগত "খুব ভাল" বুলি গাঁৱে-ভূঞে প্ৰচাৰ কৰে আৰু দালালৰ কাম কৰে।

এনেধৰণৰ লোক কেইজনমান আহিল মন্ত্ৰীৰ ওচৰলৈ। চাহ-পানী খোৱাৰ পিছত মন্ত্ৰীক ক'লে ঃ ছাৰ, এতিয়া আমাক কাম দিব লাগে। আমাৰতো চাকৰি-বাকৰি একো নাই। গতিকে আমি ৰাজহুৱা কামকে কৰিম বুলি আপোনাৰ হৈ খাটিছো। এতিয়া আমাক কাম দিব লাগে। মন্ত্ৰী মহোদয়ে সুধিলে ঃ তোমালোকে কিবা আঁচনি প্ৰস্তুত কৰিছা নেকি? তোমালোকে প্ৰথমতে এটা জৰীপ কৰি লোৱা, আমাৰ ৰাজ্যখনত ক'ত কি কাম আছে। কাম মানে জনহিতকৰ কাম। তেনেকুৱা এটা জৰীপ কৰি মোৰ ওচৰলৈ আহা। তেতিয়াহে সেইবোৰ কাম তোমালোকক দিব পাৰিম। চাবা, যিবোৰ অতি জৰুৰী কাম, সেইবোৰ কামহে আমি প্ৰথমে হাতত ল'ম। আৰু এইটো কথাও মনত ৰাখিবা, যিবোৰ কামে আমাৰ জনসাধাৰণৰ উপকাৰ সাধে— সেইবোৰেহে ফাৰ্ষ্ট প্ৰিফাৰেঞ্চ পাব।

মানুহকেইজন বৰ উৎফুল্লিত হ'ল। তাৰ পিছত তেওঁলোকৰ মাজৰ পৰা মুখপাত্ৰ ধৰণৰ এজনে ক'লে ঃ ছাৰ আপুনি আমাৰ মনৰ কথা ঠিক ধৰিব পাৰিছে। মানুহৰ মনৰ কথা জানে কাৰণেই আপুনি মন্ত্ৰী হ'ব পাৰিছে। যিয়ে মন্ত্ৰণা দিয়ে তাকেই মন্ত্ৰী বোলে। আমাৰ আহোম ৰজাসকলৰ দিনতো ৰজা নামতহে আছিল। বুঢ়াগোহাঁই, বৰপাত্ৰ গোহাঁই, বৰ ফুকন আদিয়েই সব মন্ত্ৰণা দিছিল। তেওঁলোকে বৰ জনা-বুজা লোক আছিল। আপুনিও ছাৰ তেনে এজন অভিজ্ঞ মন্ত্ৰী। আমাৰ মনৰ কথা তপৰাই ধৰিব পৰিছে। আমি ছাৰ ইতিমধ্যে আঁচনি প্ৰস্তুত কৰি আনিছোৱেই।

ঃ তেনেহ'লে বৰ ভাল কথা। তোমালোকে কি আঁচনি প্ৰস্তুত কৰি আনিছা মোক চমুকৈ কোৱাচোন। যদি মনঃপূত হয় তেন্তে মই টেণ্ডাৰ কল কৰিবলৈ নিৰ্দেশ দিম। তোমালোকেও টেণ্ডাৰ দিবা।

সেই মুখপাত্ৰ ধৰণৰ জনেই ক'লে ঃ ছাৰ, যোৱাটো চৰকাৰৰ দিনত ভৰলু খন্দাৰ আঁচনি লৈছিল। আমি ছাৰ এইবাৰ তেনে সৰু-সুৰা নৈ খন্দাৰ আঁচনি ল'ব খোজা নাই। আমি এইবাৰ ব্ৰহ্মপুত্ৰ আৰু বৰাক নৈ খান্দিবলৈ সিদ্ধান্ত লৈছো আৰু সেই মৰ্মে আঁচনি প্ৰস্তুত কৰিছো।

ঃ আঁচনিখন অলপ চমুকৈ শুনাই দিয়াচোন।

ঃ এইখনেই অৱশ্যে ফাইনেল নহয় ছাৰ। এইটো এটা ড্ৰাফ্ট। এইটো এনেধৰণৰ— ইয়াত মানে খনন কাৰ্যত দিনে বিশ হাজাৰ বনুবাই কাম কৰিব আৰু সমাপ্ত কৰিবলৈ বিশ বছৰ লাগিব। এই খনন কাৰ্যৰ ফলত বিবিধ সামগ্ৰী উদ্ধাৰ হ'ব। যেনে— মাটি, বালি, শিল, মাছ, কাছ, ঘঁৰিয়াল, মদৰ বটল, ঔষধৰ বটল, সোণৰ বিস্কুট, চীন আৰু ভাৰতীয় মুদ্ৰা, কাঠ, বাঁহ, গছ-গছনি, ঘৰ-দুবাৰ, মঠ-মন্দিৰ, পুৰণি কীৰ্তি-চিহ্ন, চৰকাৰী ফাইল, নথি-পত্ৰ, কিতাপ-পত্ৰ, পচা আলু, পিয়াঁজ, দাইল, বিভিন্ন তেলৰ টিন, জীৱ জন্তুৰ হাড়-মূৰ, ডেডবডি, নানা অস্ত্ৰ-শস্ত্ৰ, নৌকা, ষ্টীমাৰ, কাপোৰ-কানি, সোণৰ গহনা, চেণ্ডেল-জোতা।

মন্ত্ৰী মহোদয় আচৰিত হ'ল। ক'লে ঃ ইমান বস্তু ওলাবনে এই দুটা নৈত? এইবোৰ সামগ্ৰী ওলোৱাৰ ভিত্তি কি মই বুজি পোৱা নাই।

ঃ ভিত্তি আছে ছাৰ, আপোনাক মই বুজাই ক'ম। যেনে ধৰক নৈত শিল, বালি, মাটি, মাছ, কাছ, ঘঁৰিয়াল থাকেই। এইবোৰক আশ্ৰয় দিয়া পানীৰ মানে নৈৰ স্বাভাৱিক ধৰ্ম। ইয়াত আচৰিত হ'বলগীয়া একো নাই। ঃ কিন্তু আন আন সামগ্ৰীবোৰ কেনেকৈ আহিল? ঃ কৈ আছো ছাৰ, আপুনি ধৈৰ্য ধৰি শুনক ঃ মোৰ ধৈৰ্য ধৰাৰ সময় নাইহে, তোমালোকে মোৰ বহুত সময় নষ্ট কৰিলা। মোৰ মিটিং আছে। তদুপৰি আন আন ভিজিটৰ বহুত বৈ আছে। ঃ নাই ছাৰ, আমি আৰু বৰ বেছি দীঘলীয়া নকৰো। বটলৰ বিষয়ে অলপ কওঁ। আবকাৰী বিভাগে বহুত মদ ধৰে আৰু সেইবোৰ ব্ৰহ্মপুত্ৰত পেলায়। অসমত অংসখ্য

মদৰ দোকান। তাতে মদ খাৱয় আৰু ব্ৰহ্মপুত্ৰত বটলবোৰ দলিয়ায়। তাৰিখ উকলি যোৱা, বেনামী ঔষধ বনোৱা বটলবোৰ সব বৰলুইতত দলিয়ায়। বেপাৰীবিলাকৰ পচা পিয়াঁজ, আলুৰ স্থান ব্ৰহ্মপুত্ৰত। চোৰাং হত্যা, আত্মহত্যা ডেড্ বডিবোৰ পেলোৱা হয় ব্ৰহ্মপুত্ৰত। চীন-ভাৰতৰ যুদ্ধৰ সময়ত কত মুদ্ৰা, সোণৰ বিস্কুট ব্ৰহ্মপুত্ৰত জাহ গৈছে। বছৰে বছৰে হোৱা বানপানীত, ভূমিকম্পত কত গছ-গছনি, ঘৰ-দুৱাৰ ব্ৰহ্মপুত্ৰত জাহ গৈছে। আমদানি, ৰপ্তানি কত অবৈধ অস্ত্ৰ ব্ৰহ্মপুত্ৰৰ বুকুত স্থান লৈছে।

এনেতে মন্ত্ৰীক পি এ এজনে মাতিলে ঃ ছাৰ আপোনাৰ ফোন এটা আহিছে, বেডৰুমৰ ফোনটোত। মন্ত্ৰী দৌৰি যোৱাৰ দৰে গ'ল। আচলতে ফোন অহা নাই। তাতে পি এ আৰু পত্নীয়ে ক'লে ঃ সিহঁতক আজিয়েই বিদায় দিয়ক। ইহঁতে সদায় আপোনাক জুলুম কৰি থাকিব। এইবোৰ ব্ৰহ্মপুত্ৰ খন্দা আঁচনি-ফাঁচনি বাদ দিয়ক। এইবোৰ আকাশত চাং-পতা আঁচনি। খান্দিলে যিবোৰ বস্তু ওলোৱাৰ হিচাপ দিছে— সেইবোৰ পেলাব ক'ত? গুৱাহাটীৰ জাবৰ-জোঁথৰবোৰকে পেলাবলৈ ঠাই নোহোৱা হৈছে। মন্ত্ৰীয়ে ক'লে ঃ কথাটো হয়। মই শুনিহে আছো। ব্ৰহ্মপুত্ৰৰ পৰা উলিয়াই সামগ্ৰীবোৰ ক'ত পেলাই সেইটো শুনিয়েই সিহঁতক বিদায় দিম।

মন্ত্ৰী আকৌ আঁচনি-কৰ্তাসকলৰ ওচৰ পালে। ঃ তোমালোকে এতিয়া সংক্ষেপ কৰা। ব্ৰহ্মপুত্ৰ খান্দি যিবোৰ সামগ্ৰী উদ্ধাৰ কৰিবা, সেইবোৰ ক'ত পেলাবা— সেইটো কৈ আজিৰ ব্যাখ্যা সমাপ্ত কৰা। মোৰ পলম হৈছে।

ঃ ছাৰে ঠিক কথা কৈছে। এই সামগ্ৰীবোৰ ক'ত পেলাম ছাৰৰ চিন্তা হৈছে। সেই আঁচনিও আমি প্ৰস্তুত কৰি আনিছো। মানুহে শিল, মাটি খান্দি, গছ-গছনি কাটি যিবোৰ পৰ্বত-পাহাৰ তহিলং কৰিছে— সেইবোৰ আমি পুতি পেলাম। তদুপৰি এইবোৰ সামগ্ৰীৰে আমি এখন নতুন পৰ্বত সাজিম। চৰ অঞ্চলত অসংখ্য মাটি পৰি আছে। তাতে পৰ্বতখন সাজিলে অসংখ্য জীৱ-জন্তু, বানপানীৰ সময়ত বসবাস কৰিব পাৰিব। সদ্যহতে আমি এই দুখন আঁচনিকে আপোনাৰ ওচৰত দাঙি ধৰিলো। এই আঁচনিৰ কাম সমাপ্ত কৰিবলৈ আমাৰ বিশ হাজাৰ কোটি টকাৰ প্ৰয়োজন হ'ব। বিশ হাজাৰ বনুৱাই, বিশ বছৰ কাম কৰিব। বনুৱাৰ ভিতৰত আমি ইঞ্জিনীয়াৰ, আদাৰ টেক্‌নিচিয়ান, ক্লাৰ্ক, অফিচ ষ্টাফ আদিকো সামৰি লৈছো ছাৰ। ইয়াৰ ভিতৰত আমাক ধৰা নাই। আমি মালিক পক্ষত থাকিম। অৰ্থাৎ চৰকাৰৰ হৈ আমি কাম কৰিম।

ঃ টকাৰ কথাটো বাৰু মই চিন্তা কৰা নাই; কিন্তু বিশ বছৰ সময় লাগিবনে?
ঃ লাগিব ছাৰ, তাজমহল এটা সাধাৰণ ঘৰ। সেইটো বান্ধোঁতেই মহাৰাজ অশোকৰ বিশ বছৰ লাগিছিল। ঃ ৰ'বা ৰ'বা, তাজমহলটো মহাৰাজ অশোকে বান্ধিছিলনে? তোমালোকৰ বুৰঞ্জীৰ জ্ঞান মুঠেই নাই নেকিহে? আঁচনিকৈইজনে ইজনে সিজনৰ মুখলৈ চালে। তাৰে মাজৰ পৰাই বিজ্ঞ হেন জনে ক'লে ঃ নহয় ছাৰ, তাজমহলটো

সম্রাট আকবৰহে বান্ধিছিল। অশোকে সেইটো মেৰামতিহে কৰিছিল। ই ছাৰ, মেট্রিকত বুৰঞ্জীত সদায় শূন্য পাইছিল। গাধ। ময়ো ছাৰ বৰ বেছি পোৱা নাছিলো। নকল-চকল কৰি কোনোমতে পাৰ হৈছো। সেইকাৰণে ই বুৰঞ্জীৰ কথা ইমান নাজানে। মূৰ্খ মানুহে সদায় বেছি কথা কয়? আপুনি ছাৰ মেট্রিকত বুৰঞ্জীত কিমান পাইছিল? মন্ত্রীৰ এইবাৰ খং উঠিল। গেঙেৰা মাৰি ক'লে ঃ মোৰ তোমালোকে ইণ্টাৰভিউ ল'বলৈ আহিছা নেকি? ঃ নহয় ছাৰ, আপুনি তেনেকৈ কিয় ভাবে। আমিতো পেপাৰৰ মানুহ নহয় যে আপোনাৰ ইণ্টাৰভিউ ল'ব পাৰিম। এইবোৰ কথাত কথাহে ওলাইছে। আমি ছাৰ আচল কথালৈ আহো। তেনেহ'লে ছাৰ আমাৰ আঁচনিখন আপুনি অনুমোদন কৰা বুলি ধৰি ল'লো।

মন্ত্রী ছাৰৰ আৰু খং উঠিল। ক'লে ঃ তোমালোক উঠা। মোৰ আৰু তোমালোকৰ লগত বলকি থাকিবলৈ সময় নাই। ক'ৰ আকাশত চাংপতা, গছত গৰু উঠা আঁচনি আনিছা তোমালোকে। আমাৰ নলা-নৰ্দমা খান্দিবলৈকে পইচা নাই— ব্রহ্মপুত্র খান্দি পৰ্বত বান্ধিবলৈ আহিছা? যোৱা, যোৱা, উঠা।

ঃ ঠিক আছে ছাৰ, আজি আমি যাওঁগৈ। কাইলৈ নিশা আহিম আমি। নিশা হ'লে কথা পাতিবলৈ ভাল। এইবোৰ কথা নিশাহে পাতিব লাগে ছাৰ। ইয়াত "ফিফ্‌টি ফিফ্‌টি"ৰ কথা আছে। আগৰ ছাৰেও প্রথমতে এনেকৈ খং কৰি খেদি দিছিল; কিন্তু পিছত ফোন কৰি মাতি আনিছে। ছাৰৰো খংটো মৰিলে কথাটো চিন্তা কৰিব। তাৰ পিছত আমাক ফোন কৰিব। ছাৰ আজি বৰ টেনচনত আছে। ব'ল, আমি যাওঁগৈ। ছাৰ আমি এতিয়া আহোঁহে। আপুনি ফোন কৰিব নালাগে। আজিকালি ফোনবিলাক বৰ সাংঘাতিক। সিহঁতে কথাবিলাক টেপ কৰি ৰাখে। গতিকে আমিয়েই আহি যাম ছাৰ। আপুনি আঁচনিখন সম্পৰ্কে আপোনাৰ সচিবৰ লগত আলোচনা কৰি চাব। তেওঁ আমাক ভালদৰেই জানে।

ঃ ৰ'বা, ৰ'বা, তোমালোক দালাল নেকিহে?

ঃ হয় ছাৰ। আপুনি আগতে জনা বুলি ভাবিছিলো। আমি ছাৰ, এই লাইনৰ বহুত পুৰণি মানুহ। আপুনি একো চিন্তা কৰিব নালাগে।

ঃ হ'ব, হ'ব, তোমালোকে আৰু মোৰ ওচৰলৈ আহিব নালাগে। মই নতুন মানুহ। ৰাইজে বহুত আশা কৰি আমাক পঠিয়াইছে। এইবোৰ ব্রহ্মপুত্র খন্দা, পৰ্বত বন্ধা আঁচনিত সোমাই মই বদনাম ল'ব নোখোজো। যোৱাগৈ।

তেওঁলোক যাবলৈ থিয় হৈয়ো শেষত ক'লে ঃ আপুনি ছাৰ চিন্তা কৰি চাব। আমি আকৌ আহিম ছাৰ।

মন্ত্রীয়ে বোধহয় তেওঁলোকৰ কথা নুশুনিলে। বায়ুবেগে অন্তেষপুৰলৈ সোমাই গ'ল।□

# তেনেকৈয়ে বুজালো বনলতাক

মামাৰ এতিয়া গজগজীয়া চাকৰি। প্ৰথম চাকৰিটো সিমান বাৰু নাছিল। কিন্তু বাতৰি কাকতত চৰকাৰৰহে দুটা-এটা কথা লেখা কাৰণে, মন্ত্ৰীৰ প্ৰিয়ভাজন হ'ল আৰু সেই সুযোগতে গজগজীয়া কৰি পেলালে চাকৰিটো। গাঁৱে-টাউনে ধুনীয়া ঘৰ সাজিলে, বগা এম্বেছাডৰ গাড়ী পালে, মামীৰ ডিঙিত, হাতত, কাণত ভৰিত, কঁকালত সোণৰ অলংকাৰ ঠাহ খাই পৰিল। তাৰে ভৰত মামীয়ে প্ৰায় খোজ কাঢ়িব নোৱাৰা অৱস্থা। সেই কাৰণে মামীক এখন সৰু গাড়ী কিনি দিলে। আগতে মামাহঁতৰ ঘৰলৈ গ'লে উল্টা-পাল্টা-ভাত, ভাজি, দাইল আৰু দাইল-ভাজি ভাতেই খাবলৈ পোৱা হৈছিল। কেতিয়াবা ঔ-টেঙা, ঢেঁকীয়া শাক, পচলা নৰসিংহৰ জোল অৱশ্যে ব্যতিক্ৰম আছিল। কিন্তু আজিকালি মামাহঁতৰ ঘৰত সাংঘাতিক খানা। এতিয়া দুপৰীয়াৰ ভাত, ৰাতিৰ ভাত সাঁজ বুলি নকয়। কয় লাঞ্চ, ডিনাৰ, ইয়াতে খাই যাবা। ৰাতিপুৱা জলপান খাবা বুলি নকয়। কয় ব্ৰেকফাষ্ট। তদুপৰি মামাইঁতে এতিয়া পাঁচটা আঙুলিৰে খাদ্য নাখায়। ষ্টীলৰ আঙুলি, কটাৰীৰে হানি-খুঁচি খায়। সেই কাৰণে মামাইঁতৰ ঘৰত প্ৰায়ে নাখাওঁৱেই। খালেও, ডাঙৰ মানুহৰ বিয়াত কাম কৰা তিৰোতাই ঢেঁকী ঘৰত খোৱাৰ দৰে ময়ো মামাহঁতৰ লগুৱাজনৰ কোঠাতে বহি খৰখেদাকৈ গিলি থওঁ।

মামাই চাকৰি দিব পাৰে। মামাই প্ৰকৃত পক্ষে যিখিনি বেতন পায় সেইখিনিৰে ঘৰৰ অৱস্থা ইমান ভাল কৰিব নোৱাৰে। কিন্তু তেওঁ চাকৰি দিব পাৰে কাৰণেই তেওঁৰ ঘৰৰ অৱস্থা ইমান ভাল। অৱশ্যে দুৰ্নীতি কৰা চাকৰিয়ালৰো অৱস্থা বেয়া বুলি মই নকওঁ। তেওঁলোকেও টকা পায় অপৰ্যাপ্ত। কিন্তু মামাৰ অলপ ব্যতিক্ৰম। তেওঁ যাকে-তাকে চাকৰি নিদিয়ে, যাৰে-তাৰে পইচা নাখায়। তেওঁ হোলছেল বেপাৰীৰ দৰে। সৰু-সুৰা গ্ৰাহকৰ ওচৰত খুচুৰা মাল বিক্ৰী নকৰাৰ দৰে। মামাই কেৰাণী, মহৰী, পিয়ন, পিয়াদাৰ চাকৰি নিদিয়ে। তেওঁ দিয়ে মোটা চাকৰি, যিসকল চাকৰিয়ালে দুমাহৰ ভিতৰতে মামাক দিয়া টকা ঘূৰাই আনিব পাৰে। এনেহেন কথা।

এনেহেন মামা থাকোতে মইনো এনে এটা সৰু চাকৰিত কেলেই সোমাই থাকো। কম বয়সতো বিয়া কৰালো। ল'ৰা-ছোৱালীও হ'ল। কিন্তু চাকৰিৰ বয়স এতিয়াও

হাতত পাঁচ বছৰ আছে। গতিকে মামা থাকোতেই ভাল চাকৰি এটাতনো কেলেই নোসোমাও। অৱশ্যে এইক্ষেত্ৰত বনলতাৰ খেচখেচনি বেছি। তেওঁৰ বিয়াৰ আগৰ নাম আছিল বুলবুলি। বিয়াৰ পিছত ময়েই নাম ৰাখিলো বনলতা। মাকৰ ঘৰত মেখেলা চাদৰ পিন্ধিয়েই দিন কটাইছিল। এতিয়া মোৰ ঘৰত শাৰী পিন্ধে, ছুৰিদাৰ পিন্ধে, নাইটি পিন্ধে। থাকে টাউটন। চৰকাৰী কোৱাৰ্টাৰত। এতিয়া জনা-বুজা হৈছে। গতিকে মোৰ অৱস্থাটো এতিয়া সচ্ছল হোৱাটো বিচাৰে। কথাটো একো বেয়া নহয়। কাৰণ প্ৰত্যেক তিৰোতাই স্বামীৰ উন্নতি কামনা কৰে।

ব্ৰাহ্মণীয়ে দৰিদ্ৰ বিপ্ৰ দামোদৰক তেওঁৰ সখা শ্ৰীকৃষ্ণৰ ওচৰলৈ পঠোৱাৰ দৰে, বোলে "শুনিয়োক স্বামী, মন্দভাগী আমি, সহিবো কত নিকাৰ। দ্বাৰকাত আছে প্ৰভু নাৰায়ণ, পৰম মিত্ৰ তোমাৰ।। দীন দয়াকৰ, জগত ঈশ্বৰ, সাক্ষাতে লক্ষ্মীৰ পতি। তোমাৰ নিকাৰ দেখিয়া দিবন্ত, অনেক ধন সম্পত্তি।। বনলতায়ো মোক ক'লে তুমি মামাৰ ওচৰলৈকে নোযোৱা কিয়। তেখেত বৰ ভাল মানুহ। বহুতক চাকৰি দিছে বুলি শুনিছো। তেখেত থাকোতেই তুমি চাকৰিটো সলাই লোৱা। মই অৱশ্যে প্ৰথমতে যাত্ৰাপাৰ্টিৰ প্লেয়াৰৰ দৰে হাঃ হাঃকৈ হাঁহিলো। অট্টহাস্য! আচলতে বনলতা বৰ সহজ-সৰল নাৰী। তেওঁ নাজানে যে সকলো মেঘেই পানী পিয়া চৰাইক পানী নিদিয়ে। তথাপি মই তেওঁৰ মনৰ সন্তুষ্টিৰ কাৰণে মামাৰ ওচৰলৈ যাবলৈ ওলালো। বনলতাৰ মুখমণ্ডল আনন্দত উজ্জ্বল হৈ উঠিল। তেওঁ সুধিলে ঃ লগত পইচা আছে নে নাই? ঃ কেলেই? ঃ পাৰিলে অলপ ভাল মিঠাই আৰু মালভোগ কল নিবা। মোৰ হাততো অলপ টকা আছে, নাই যদি সেইখিনিকে দিওঁ। মই আছে বুলি ক'লো। মনতে ভাবিলো, মামাটো শ্ৰীকৃষ্ণ নহয়, যে বিপ্ৰই নিয়া খুদকণ মুঠিকে খাব! কত মিঠাই কল কুকুৰক খুৱায়।

মামাক ভয়ে ভয়ে ক'লো ঃ মামা, মোৰ এই সাধাৰণ চাকৰিটোনো আৰু কিমান দিন কৰিম? খাবলৈকে নুকুলায়। তুমি থাকোতেই কিবা এটা ভাল পোষ্টত সুমুৱাই দিয়া। অণ্ঠ-কণ্ঠ শুকাই গৈছিল, জিভাত পানী নোহোৱা হৈ গৈছিল। মামাই খুব গহীন হৈ ক'লে ঃ ভাল পোষ্টত দিয়া সিমান সহজ কথা নহয়। তোমালোকে জানাই, মোৰতো তেনে একো হাত নাই। পেপাৰত এড্ দিলে দৰখাস্ত কৰিবা। পৰীক্ষা ভাল হ'লে ইণ্টাৰভিউত মই কৈ দিম। মিনিষ্টাৰক নধৰা কিয়। তোমাৰ খুৰাৰ ল'ৰা কৈলাসে মিনিষ্টাৰৰ ছোৱালী বিয়া নকৰাইছে? তেওঁক নধৰা কিয়? মই যাওঁ। পলম হৈছে। তুমি লাঞ্চ খাই যাবা। মামা বগা গাড়ীত উঠি গ'ল। মই নিয়া মিঠাই আৰু কলৰ টোপোলাটো অৱশ্যে মামাৰ লগুৱা বুধিনৰ হাতত দি ক'লো ঃ তুমি খাবা। মামীহঁতৰ আগত নক'বা। মামী তেতিয়া অন্তেষপুৰত আছিল। মই জেওৰা ভঙা দমৰাই কোব খোৱাৰ দৰে দৌৰিলো।

বনলতাই আথে-বেথে সুধিলে ঃ মামাক লগ পালানে? কিবা কথা দিলেনে? মই কথা লুকালো। অন্ততঃ বনলতাই মনত শান্তি পাওক, অন্ততঃ মামা তেওঁৰ মনত ভাল হৈ থাকক। ক'লো ঃ মামাই দৰখাস্ত এখন দিবলৈ কৈছে সোনকালে। বিপ্ৰ দামোদৰ শ্ৰীকৃষ্ণৰ ঘৰৰ পৰা ঘূৰি আহোতে ব্ৰাহ্মণীৰ কি আনন্দ হৈছিল—তাতকৈ বেছি আনন্দিত হৈছিল বনলতা। ঃ মই কৈছো নহয়, মামা বৰ ভাল মানুহ বুলি। তেওঁ নিশ্চয় কিবা এটা কৰিব। তুমি দৰখাস্তখন লিখা, মই একাপ চাহ কৰি আনো...।

অফিচৰ পৰা ঋণ লৈ স্কুটাৰো এখন কিনিছো, তিনি হাজাৰ টকা জমা দি টেলিফোন এটাও লৈছো, ঋণ লৈ টি ভি, ফ্ৰিজ, লোৰ আলমাৰিও কিনিছো। তথাপি বনলতাৰ মনত এইবোৰ একোৱেই নহয়। আজিকালি সাধাৰণ চাকৰিয়ালেও এইখিনি বস্তু কিনে। কিয়নো অফিচৰ পৰা, কাবুলিৰ পৰা, দোকানীৰ পৰা লোন পোৱা যায়। বনলতাক কেৱল মই মামাৰ দৰে হ'ব লাগে। কেইদিনমান তেওঁ বৰকৈ খেচ্‌খেচাইছিল। দৰখাস্তখন দিলানে? দিয়া বুলি কোৱাত সেইটো এৰি এইটোত ধৰিলে ঃ মামাৰ তালৈ গৈছিলানে? যোৱা বুলি কোৱাত মামাই কি ক'লে? হ'ব বুলি কোৱাতহে শান্তি। চাহ-ভাত সঘনাই পাই থাকো। কাষত বহি কত কথা ঃ চাকৰিটো ভাল হ'লে আমি মাটি এডোখৰ কিনিব লাগে। পুতু আৰু নিতুক পাব্‌লিক স্কুলত দিব লাগে। গাঁৱতো এটা ভালকৈ ঘৰ সাজিব লাগে। হায়ৰে ভগৱান, তুমি মানুহক ইমান আশা দিয়া!

এতিয়া মোৰ এটাই চিন্তা, বনলতাৰ আগত মামাৰ স্বৰূপটো কেনেকৈ দেখুৱাব পাৰো। তেওঁৰ আশাভৰা মনটোক মই হঠাৎ চুৰমাৰ কৰি দিব খোজা নাই। আশাভৰা মন সদায় সজীৱ হৈ থাকে। সজীৱ হৈ থাকিলে বেমাৰ নহয়। মাজতে বনলতা বৰকৈ শুকাই-খীণাই গৈছিল। মোৰ ঘৰখনত বৰ অভাৱ অনুভৱ কৰিছিল। মই দুখন ঘৰ পুহিব লাগে। এইবোৰ কথা তেওঁ ভাবে। খুলি নকয়। খোৱা-বোৱাতো হাত টানি ধৰে। কিন্তু মামাৰ লগত এই সংযোগটো হোৱাৰ পিছৰে পৰা তেওঁৰ গা ধৰিছে। খায় দগৰি। টোপনি মাৰে। মামাৰ গুণ-গান গায়। আশাত ঘূৰিছে। ভূ-মণ্ডল, আশাত ফুলিছে শতদল। এই শতদল ফুলাক মই লেৰেলি যাবলৈ দিয়া নাই। কিন্তু মোৰ মনো দহি আছে। মামাৰ দাহত। নিজৰ মামা হ'লে কি হ'ব? ঘণ্টা মামা।

আচলতে বনলতাই কি নাভাবিব। ময়ো এদিন মামাক তেনেদৰেই ভাল মানুহ বুলিয়েই ভাবিছিলো। বৰ বেছি পুৰণি কথা নহয়। মোৰ বিয়াৰ পিছৰ আৰু মামাৰ চাকৰি গজগজীয়া হোৱাৰ সময়ৰ কথা। মামা এদিন আমাৰ ঘৰলৈ আহিছিল। সিদিনা আমাৰ ঘৰত এটা সৰু-সুৰা উৎসৱেই। আমাৰ মাৰ গাত তত্ নাই। পিতাইৰ,

বনলতাৰ, মোৰ, সৰুটো ভাইৰ, ভনীজনীৰ গাতো তত্ নাই। মায়ে বোলে মোৰ ভাইটো আহিছে, পিতায়ে বোলে মোৰ খুলশালি ল'ৰা আহিছে, আমি বোলে আমাৰ মামা আহিছে-গাঁৱত ঢোল পিতি শুনাই দিলো। মামাই আঁঠুৰ মূৰত গামোচা, কপাহী কাপোৰৰ এটা কামিজ আৰু হাতত মৰাপাটৰ থৈলা এখন লৈ অহা হ'লে গাঁৱৰ মানুহক খবৰকে নিদিলোহেঁতেন! মনে মনে নি মাৰ কোঠাত সুমুৱাই থ'লোহেঁতেন। কিন্তু মামা আহিছে চিকচিকীয়া নতুন গাড়ীত। দামী কোট-প্যাণ্ট, কামিজ, টাই, জোতা। হাতত সোণৰ চেইন লগোৱা ঘড়ী, সৰ্বাংঙুলিত সোণৰ আঙঠি আৰু গ্ৰহৰত্ন। মামীতো আৰু মামীয়েই। চেন্নাইৰ নালীকছাৰ বহু হাজাৰ টকীয়া শাৰী, কাণে, নাকে, ডিঙি, হাতে, ভৰি কেৱল গহনা, বিউটি-পাৰ্লাৰত প্ৰসাধন কৰি আহিছে। দুয়োকে গাঁৱৰ মানুহে বেঢ়ি ধৰি চালে। গাভৰু, বোৱাৰীৰ পৰা বুঢ়া-বুঢ়ীলৈকে, ডেকা, আদহীয়াৰ পৰা কিশোৰ-কিশোৰীলৈকে মামাহঁতক চাবলৈ আমাৰ চোতাল ভৰি পৰিল। মামা, মামী কিন্তু এই ক্ষেত্ৰত বৰ ভাল। সকলোকে আদৰে-সাদৰে মাতিলে, কথা পাতিলে। এসোপা চকলেট আনিছিল, মিঠাই আনিছিল, সকলোকে খাবলৈ দিলে। সকলোৱে মামা-মামীক ধইন ধইন দিলে বোলে ইমান ডাঙৰ মানুহ হৈও আমাৰ দৰে গাঁৱৰ মানুহৰ লগত এনেদৰে কথা পাতিছে, চকলেট খাবলৈ দিছে। মাক সকলোৱে প্ৰশংসা কৰিলে— ধন্য তোমাৰ ভাই, ভাইবোৱাৰী। মা ভালেকেইদিনলৈ গপতে ওফন্দি আছিল।

খোৱাৰ সময়তো বাছ-বিচাৰ একো নকৰিলে। মায়ে, বনলতাই আয়ুৰ্বেদিক আঞ্জা যে ৰান্ধিছে তাকেই টকালি পাৰি খাইছে। মায়ে মামীৰ আগত মামাৰ ল'ৰালি কালৰ কথা কৈছে— ই আগতে এটা গৰৈ মাছ পুৰিও এক কাঁহী পঁইতা ভাত খাইছিল, দহটামান কেঁচা জলকীয়া মৰ্মৰ্কৈ চোবাই খাইছিল। খোৱাত বাছ-বিচাৰ নাই। মামীৰ অৱশ্যে এইবোৰ অভিজ্ঞতা নাই। গতিকে মনে মনে থাকিয়েই মাৰ কথা শুনিছিলো।

যোৱাৰ সময়ত মামা-মামীয়ে আৰু এটা ভাল কাম কৰিছিল— প্ৰত্যেককে কাপোৰ দি গৈছিল। পিতাইক ধুতী-কামিজ, মাক চাদৰ-মেখেলা, মোক, ভাই-ভনী দুটাকো প্যাণ্টৰ কাপোৰ, ফ্ৰকৰ কাপোৰ। বনলতাক দিছিল এখন ধুনীয়া শাৰী। বিদায়ৰ সময়ত সকলোৱে মৰম লগাকৈ মাত লগাই গৈছিল। বিশেষকৈ বনলতাক, মাক কৈছিল, বাইদেউ বৰ লক্ষ্মী বোৱাৰী আনিছা দেই।

তেতিয়াৰ পৰাই বনলতাই মামাৰ গুণ বখানি মৰে। আমাৰ ঘৰতো, গাঁৱতো সকলোৱে মামা-মামীৰ গুণ গায় বোলে ইমান ডাঙৰ মানুহ হৈও অহংকাৰ নাই। অতি দয়ালু, সাইলাখ লক্ষ্মী নাৰায়ণ, হৰ-গৌৰী— মামা-মামী।

এই কথাবিলাক এতিয়া মোৰ মনলৈ বৰকৈ আহি আছে। মামাৰ সেইটো ভ্ৰমণ আছিল, আচলতে আভিজাত্য প্ৰদৰ্শনৰ ভ্ৰমণ। আজি মামা সম্পূৰ্ণ বেলেগ ৰাজ্যত

বিচৰণ কৰে। ইষ্ট-কুটুম্ব, ভাই-বন্ধু কাৰো ঘৰলৈকে যোৱাৰ সময় নাই। এতিয়া তেওঁক আগুৰি ধৰিছে অসংখ্য দুশ্চিন্তাই।

মামাৰ মন জুখিবলৈ আৰু এদিন তেওঁৰ ওচৰলৈ গ'লো। ক'লো ঃ ল'ৰা এজনে বৰকৈ ধৰি আছে। বৰ দুখীয়া ল'ৰা। কেৰিয়াৰ বৰ ভাল। তেওঁক কিবা এটা দিবা নোৱাৰিবানে মামা। অলপ-চলপ টকাও দিব খুজিছে। মামাই সোণৰ খাৰু লৈ থকা বুঢ়া বাঘটোৰ দৰে ক'লে ঃ তুমিতো জানাই, মই টকা-পইচা লৈ চাকৰি দিয়া মানুহ নহয়। যাৰ মেৰিট আছে সি এনেয়ে পাব। তুমি এইবোৰ দায়িত্ব কেলৈ লৈছা? মোৰ টকা-পইচাৰ লোভ নাই। যি বেতন পাইছো, সেয়ে বহুত। তুমি এইবোৰত নোসোমাবা। মোৰো বদনাম হ'ব। মই গুচি আহিলো। সিদিনা অৱশ্যে কোব খোৱা দমৰাৰ দৰে গুচি অহা নাই। বৰং ভণ্ড-তপস্যী মামাক আৰু ভালদৰে জনাৰ আনন্দতে গুচি আহিলো।

এইদৰে কিছুদিন থকাৰ পিছত হঠাতে মোৰ বুদ্ধি এটা খেলালে। বনলতাক ক'লো ঃ তুমি মোৰ ওচৰতে থাকা, মই মামালৈ ফোন এটা কৰো। তেওঁ আনন্দ আৰু উচাহতে ক'লে ঃ কৰা, কৰা, মামাই পাহৰি যাবও পাৰে তোমাৰ কথা। কিজানি কামটো হৈয়েই আছে। ৰিচিভাৰ দাঙি ফোনৰ সংখ্যাত আঙুলি বুলালো— হেল্লো, মামা নেকি? মই জিতুমণিয়ে কৈছো। মামা, ল'ৰা এজন নিব খুজিছো, তোমাৰ ওচৰলৈ । মামাই ফোনতে প্ৰথমতে ধমকনি এটা মাৰিলে— তোমাক মই আগতেও কৈছো, এইবোৰ নকৰিবা বুলি। মই ক'লো ঃ নহয় মামা, সি সাত লাখমান টকা যোগাৰ কৰিছে। আৰু কিমানখিনি লাগে জানিলে সেইখিনিও কৰিব। মামা তৎক্ষণাৎ নৰম হ'ল। ক'লে সাত লাখ যোগাৰ কৰিছে? চাকৰিৰ বৰ টান। তথাপি ঃ তেওঁক তুমি লৈ আহিবাচোন। তুমি ভালদৰে জানাতো তেওঁক। একো ভয় নাইতো। ঃ নাই মামা, একো ভয় নাই। মোৰ বৰ বন্ধু। ঃ হ'ব যোৱা, তুমি সন্ধিয়া আহিবা। ফোন থৈ দিলো। মামাই কিন্তু হেল্লো বুলি আৰু কিবা ক'ব খুজিছিল।

এইবাৰ বনলতা অবাক হৈ গ'ল। দ্বাৰৰ মুখেৰেই যেন বিষ নমাই দিলো। তেওঁ সুধিলে— মামাই টকা খায় নেকি? কি বুজিলা? সেই কাৰণেই মই তোমাক ফোনৰ ওচৰলৈ মাতি আনিছো। ঃ সাত লাখ টকা দিব খোজা ল'ৰাজন ক'ত? ঃ মিছা কথা, কোনো ল'ৰা নাই। মামাৰ মনটো চালো। মামাই মোক চাকৰি দিব বুলি তুমি সঁচাকৈয়ে ভাবিছিলা নহয়। মিছা কথা তোমাক কৈছিলো। মামাই মোক খেদি পঠিয়াইছিল। তুমি চাবা, মামাই মোক পৰহিমানলৈ আকৌ ফোন কৰিব। তুমিয়েই ফোন ধৰিবা। মই নাই বুলি ক'বা। মামা বৰ ভাল মানুহ নহয়।

বনলতাই লাজ পাইছিল। ক'লে ঃ বাপৰে, মামা বৰ সাংঘাতিক বস্তু!❐

# অপেক্ষা

দিনৰ চাৰে এঘাৰ বজামানত অফিচখনত সোমাইছিলো। লোকে লোকাৰণ্য অফিচ। সকলো শ্ৰেণীৰ মানুহেই তালৈ যায়। ডাক্তৰৰ পৰা ড্ৰাইভাৰলৈকে, উকীলৰ পৰা মহৰীলৈকে। শিক্ষক, অধ্যাপক, কেৰাণী, পিয়ন, ব্যবসায়ী কোনো শ্ৰেণীৰ মানুহেই বাকী নাই বুলি ক'ব পাৰি। মোৰ চিনাকি বন্ধু-বান্ধব তাত কেবাজনো আছে। সেই কাৰণে কামটো কৰি আনিব পাৰিম বুলি প্ৰায় দম্ভ কৰিয়েই গৈছিলো। বিশেষকৈ মোৰ বন্ধু দিবাকৰ, সুৰেন আদিয়ে তাতেই চাকৰি কৰে। তেওঁলোকৰ কোনোবা এজনক সুধিলেই দিহা লগাই দিব।

ইয়াক তাক সুধি সুধি দিবাকৰৰ টেবুলখন উলিয়ালো। সেইখিনি পাওঁতেই প্ৰায়-ভাগৰ লাগি গ'ল। অফিচখনৰ সম্মুখৰছোৱা পথ অতিক্ৰম কৰাই টান। কত যে যান-বাহন, শিল, মাটি, লোহা-লক্কৰৰ দ'ম, গৰখাৰৈ। অৰ্ধনিৰ্মিত এটা বিল্ডিঙত অফিচটো বহে। বহু বছৰ ধৰি এই বিল্ডিংটোৰ নিৰ্মাণ কাৰ্য চলিয়েই আছে। আগ্ৰাৰ তাজমহল নিৰ্মাণ কৰোতে বোলে বিশ বছৰ লাগিছিল। আজিকালি গুৱাহাটীৰ বাট-পথ আৰু চৰকাৰী কাৰ্যালয় নিৰ্মাণ কৰোতে তাতোকৈ বেছি বছৰ লাগে। এই সম্মুখৰ বাপ বিঘিনি, ভিতৰৰ সুৰসুৰীয়া ৰাস্তাত ভিৰ কৰি থকা মানুহবোৰক ঠেলি-হেঁচি দিবাকৰৰ ওচৰ পাওঁতে প্ৰায় ত্ৰিশ মিনিটমান সময় লাগিছিল।

গৈ দেখো দিবাকৰ যেন খুব ব্যস্ত। তেওঁক দুই-চাৰিজন মানুহে আগুৰি ধৰি কথা পাতি আছে। তেওঁক মই মোৰ দৰ্খাস্তখন দেখুৱালো। তেওঁ বিষয়টোত ক্ষন্তেক চকু ফুৰাই ক'লে- এইখন বৰবাবুৰ তালৈ লৈ যোৱা। ইয়াক-তাক সুধি সুধি বৰবাবুৰ কোঠাটো উলিয়ালো। তাত বিজুলীবাতিৰ ব্যৱস্থা নাই। ঘোৰ অন্ধকাৰ। দুৱাৰখন খুলি ৰখা বাবে অকণমান পোহৰৰ ৰেখা তালৈ যায়। তাৰে পোহৰতে বৰবাবু আৰু আন এজন নিম্নবৰ্গৰ সহায়কে কাম কৰি আছে আৰু তেওঁলোকক আগুৰি ধৰি আছে দহবাৰজনমান লোকে। মই মানুহবোৰৰ ফাঁকেৰে, ছাগলীয়ে জেওৰাৰ ফাঁকেৰে মূৰ সুমুৱাই ঘাঁহ খাবলৈ চেষ্টা কৰাৰ দৰে মূৰটো সুমুৱাই বৰবাবুক দৰ্খাস্তখন দেখুৱালো। বৰবাবুৰ মূৰটো সম্পূৰ্ণ তপা। বসন্ত কালৰ আদিতে তেওঁৰ মুখমণ্ডল আৰু তপা

মূৰটোত যিমান ঘাম ওলাইছে, গ্ৰীষ্মকালত চাগে বৰষুণৰ পানী পৰা দিব। মোৰ কাগজখন চালে আৰু লগে লগেই বৰ চাহাবলৈ ফৰৱাৰ্ড কৰি দিলে।

এইবাৰ বৰ চাহাবৰ চেম্বাৰ বিচৰাৰ পাল। সম্মুখত কিবা নাম ফলক আছে নেকি চালো ঘূৰি ঘূৰি, ঠেলা-হেঁচা কৰি কৰি। নাই ক'তো একো চকুত নপৰিল। শেষত কৰ্মৰত মহিলা এগৰাকীক সুধিলো। তেওঁ আঙুলিৰে দেখুৱাই দিলে- সেইটো, আপোনাৰ পিছতে। বৰ চাহাবৰ ৰুমৰ আগত কোনো পিয়ন, পুলিচ নথকাত চাহাব ভিতৰত আছে নে নাই জানিব নোৱাৰিলো। তেওঁৰ কোঠাৰ দুৱাৰখন বাহিৰৰ পৰা বন্ধ কৰি থোৱাত অৱশ্যে বুজিলো বৰ চাহাব আহি কাৰ্যালয়ত প্ৰৱেশ কৰা নাই।

বৰ চাহাবৰ দুৱাৰমুখতে নালভঙা চকী এখন আছে। তাতে ডেকা ল'ৰা এজন বহি আছে। তাকে সুধি পেলালো ঃ চাহাব কেতিয়া আহিবহে? সি গপচত কলে ঃ নাজানো। ময়ো তেওঁকেই ৰখি আছো। বুজিলো তেওঁ পিয়ন নহয়। লাহে লাহে তাত চাহাবলৈ অপেক্ষা কৰা মানুহ আৰু বেছি গোট খালে। ইজনে সিজনক সোধে- চাহাব কেতিয়া আহিবহে? উত্তৰো তেনেকুৱাই- কি জানো? আচলতে সমস্যা এটা হৈছে- চাহাবৰ পিয়ন কোনজন কোনোৱে ধৰিব নোৱাৰে। অকণমান ঠাইডোখৰত মানুহৰ সংখ্যা ইমান বেছি যে কোন পিয়ন, কোন দালাল, কোন ভিতৰৰ, কোন বাহিৰৰ মানুহ ধৰাই টান। মানুহবোৰৰ বহিবলৈ ক'তো আসনৰ ব্যৱস্থা নাই; গতিকে চিটীবাছত উঠা মানুহৰ দৰে ধৰফৰাই আছে। ইফালৰ পৰা সিফাললৈ গৈছে- বহিবলৈ ক'ৰবাত ঠাই পায় নেকি চাইছে, অনুসন্ধান কৰিছে। নাই, ক'তো নাই। কোনোবাই বেৰত, কোনোবাই খুঁটাত আঁউজিছে, কোনোৱে এখন ভৰি দাঙি এখনক সকাহ দিছে আৰু বাৰে বাৰে চাহাবৰ দুৱাৰখনলৈ দৃষ্টি নিক্ষেপ কৰিছে-চাহাব আহিল নে নাই।

অলপ পিছত পুলিচৰ দৰে পোছাক পিন্ধা ল'ৰা এজন চকীত বহি থকা ল'ৰাজনৰ ওচৰলৈ আহি ক'লে ঃ ইয়াৰ পৰা উঠা, এইটো মোৰ ছিট। ইমান সময়ে সভাপতিৰ দৰে আসন গ্ৰহণ কৰি থকা ল'ৰাজন ঘপহকৈ থিয় দিলে। পুলিচৰ দৰে লগা ল'ৰাজন তাতে বহি ভৰি নচুৱালে। তাক এইবাৰ ঘেৰি ধৰিলে সহস্ৰজনে। প্ৰশ্ন কৰিলে ঃ চাহাব কেতিয়া আহিব? চাহাব আহিবনে? কিমান সময়ত আহে? ইত্যাদি। তাৰ উত্তৰ-আহিব, আহিব। নহাকৈ নাথাকে। ধৈৰ্য ধৰক। সোধা মানুহবোৰ যথেষ্ট শিক্ষিত, ভাল ভাল চাকৰি কৰে; কিন্তু চাহাবৰ পিয়ন হয়তো খুব বেছি মেট্ৰিক ফেইল। কিন্তু তাৰ বাহাদুৰি, ব্যৱহাৰ বৰ সাংঘাতিক। হয়তো সি প্ৰতিদিনে শ শ মানুহ লগ পাই খিটখিটীয়া হৈ পৰিছে। সেইটোও আচল কাৰণ নহয়। আচল কাৰণ তাক পইচা লাগে। হাতৰ টিপতে-দৰ্খাস্তখন আগুৱাই দিবলৈ, ফাইলটো বিচাৰি দিবলৈ, চাহাবৰ কোঠাত আগেয়ে সোমাবলৈ সুবিধা কৰি দিবলৈ তাক অলপ পইচা লাগে।

থিয় হৈ থাকোতে থাকোতে, চাহাব সোমাই আহিব পৰা ৰাস্তাটোলৈ চাওঁতে চাওঁতে

ভৰি-হাত বিষাই গৈছে। মই থিয় হৈ থকা ঠাইৰ পৰা দিবাকৰক দেখি আছো। দিবাকৰেও মোৰ চকুৱে চকুৱে কেবাবাৰো চাইছে। তেওঁৰ ওচৰত চকী এখনো আছে। কিন্তু দিবাকৰে মোক এবাৰো মতা নাই। এবাৰ তেওঁৰ ওচৰলৈ গৈ সুধিলো ঃ চাহাব আহিয়েই নাপালেহে। কি কৰা যায়। আহিবতো? তেওঁ মাত্ৰ দুটা শব্দ কলে ঃ আহিব লাগেতো। তাৰ পিছতে তেওঁ কামত ব্যস্ত। তেওঁৰ মক্কেল ৰৈ আছে। সিহঁতে টকা উলিয়াই তেওঁৰ আগত গণি আছে। মই তেওঁৰ ওচৰত থকাটো তেওঁ বাঞ্ছা নকৰে। তেওঁ ভাবিছে মোৰ লগত সৌহাৰ্দ্য দেখুৱালে হয়তো তেওঁৰ ওচৰৰ চকীখনতে বহি যাম। মই কিন্তু সেইটোৱেই আশা কৰিছিলো। অকণমান তপিনা দুটা কাঠডোখৰৰ ওপৰত থ'ব পাৰিলেও যেন সকাহ পাওঁ!!

দিবাকৰ ভৰালী কিন্তু মোৰ বন্ধু। তেওঁ মাজে মাজে মোৰ ঘৰলৈকো যায়, অফিচলৈকো যায়। চাহে-ভাতে মজবুত খায়। মোক মাতিও আহে। তেওঁৰ অফিচত কিবা কাম থাকিলে তেওঁক লগ ধৰিবলৈ কৈয়ো আহে।

চাৰে এঘাৰৰ পৰা চাৰে বাৰ বাজিল, চাৰে বাৰ বজাৰ পৰা ডেৰ বাজিল। চাহাবৰ দেখা-দেখিয়েই নাই। গুচি যাবও নোৱাৰো। আশা। কিজানি ময়ো যাওঁ, তেৱোঁ আহি পায়। ইমান সময়তো থাকিলোৱেই। সদায় সদায় এনেকৈ অহাও টান। আমাৰ অফিচ বৰ কঢ়া অফিচ। বৰ কাম। গাধতকৈও বেছিকৈ খাটিব লাগে। সেই কাৰণেই আজিয়েই কষ্ট খাই হ'লেও কামটো কৰি যোৱা ভাল।

আকৌ কিছু সময় চবকা লগা গৰুক পানীত বান্ধি থোৱাৰ দৰে থিয় হৈ ছটফটাই থাকিলো। এইবাৰ আন এজন বন্ধু শইকীয়াৰ ওচৰলৈ গ'লো ব'ৰটো অলপ কাটি যাওক বুলি। মানুহলৈ অপেক্ষা কৰা, ট্ৰেইনলৈ অপেক্ষা কৰা, ৰোজা ৰখা মানুহে জোনটোলৈ অপেক্ষা কৰা — এইবোৰ বৰ অসহ্যকৰ কাম। শইকীয়ায়ো তলমূৰ কৰি ফাইল ঘুকটি আছিল। তেওঁকো আগুৰি ধৰি আছিল ভালেকেইজন মক্কেলে। মই গৈ ক'লো ঃ শইকীয়া ভাল নে আপোনাৰ? তেওঁ মূৰ তুলি নোচোৱাকৈয়ে কলে ঃ ভাল। এটাই মাত্ৰ শব্দ। সেয়াও আছিল কৰ্কশ। মূৰ নাদাঙিলেও তেওঁ কিন্তু মোক বহু সময়ৰ পৰা দেখি আছে। এইবাৰ ওচৰলৈ যোৱাত ভাবিলে— বোধহয় তেওঁৰ পৰা কিবা কাম আদায়ৰ কাৰণে ওচৰলৈ গৈছো। বিনা পইচাৰ কাম। বৰ আহত হ'লো মানুহবোৰৰ চৰিত্ৰ দেখি। মোৰ ঘৰলৈ, অফিচলৈ আহিলে এওঁলোকক কেনে আদৰ, সম্ভাষণ কৰো। আমি মাতষাৰৰ, ব্যৱহাৰৰ কেতিয়াও দুখীয়া নহয়। একো খৰচো নহয় তাৰ বাবে। সকলো মানুহে সকলো মানুহৰ ওচৰলৈ কেৱল স্বাৰ্থৰ কাৰণেই যোৱা বুলি ভাবিব নালাগে।

আকৌ আহি আগৰ ঠাইত উপবিষ্ট হ'লো। ভাগৰ, বিৰক্তি, উদ্বিগ্নতাত ক্লান্ত হৈ পৰিছো। একাপ ৰঙা চাহো খাবলৈ পোৱা নাই। ওচৰতে চাহ দোকানো আছে-

কিন্তু তালৈকো যাব পৰা নাই। গ'লেই জানোচা চাহাব আহি পায়।

বহু অপেক্ষাৰ মূৰত চাহাব আহিল। ইমান সময়ে উদ্বিগ্নতাৰে অপেক্ষা কৰি থকা মানুহবোৰ সন্ত্ৰস্ত হ'ল, কোঠাত সোমাবলৈ প্ৰস্তুত হ'ল। চাহাব দপদপাই আহি, সাউতকৈ কোঠাত সোমাই গ'ল। লগে লগে বন্ধ হ'ল তেওঁৰ কোঠা। তেওঁৰ লগে লগে সোমাই গ'ল পুলিচৰূপী তেওঁৰ পিয়ন। খন্তেক পিছতে সি ওলাই আহি দুৱাৰমুখত আগভেটি ধৰি ৰায় দিলে ঃ চাহাবে কাকো দেখা নকৰে। এইমাত্ৰ যাব দিছপুৰলৈ। মিনিষ্টাৰে মাতি পঠিয়াইছে।

কথাটো হয়, খন্তেক পিছতে ফাইলসহ তেওঁৰ পি এ, পিয়ন লৈ দপদপাই ওলাই গ'ল। তেওঁৰ মুখৰ ফালে চালো- মিনিষ্টাৰৰ ভয়ত যেন তেওঁৰ অষ্ঠ-কণ্ঠ শুকাই গৈছে।

পাহাৰৰ পৰা শিল এটা বাগৰি আহি মোৰ মূৰত পৰাৰ দৰে প্ৰচণ্ড আঘাতত ক্ষত-বিক্ষত হোৱা যেন অনুভৱ কৰিলো। কিছু সময় থিতাতে থৰ হৈ থাকিলো। তাৰ পিছত ধীৰে ধীৰে, বাৰ বছৰীয়া ৰোগীৰ দৰে বাহিৰলৈ ওলাই আহি বাহিৰত দুকাপ ৰঙা চাহ খালো, লগত কেঁয়া আঙুলিটোৰ মান আকৃতিৰ এডোখৰ খুৰমা!! ❑

# সত্যব্ৰতীৰ নাটক

সত্যব্ৰতী কেবাদিনো মোৰ ওচৰলৈ আহিল ঃ দাদা নাটক এখন লিখি দিয়ক। আমি মহিলা কল্যাণ সংঘই দূৰদৰ্শনৰ মহিলা অনুষ্ঠানত কৰিম। মই ৰাজী হ'লো। যিসকল লোক মোৰ ওচৰলৈ এনেকুৱা কামত আহে, মই পৰাপক্ষত কাকো নিৰাশ নকৰো। পাৰো নোৱাৰো বেলেগ কথা, আগেয়ে গাত লওঁ। আচলতে নাটক এখন লিখো বুলি লিখিব নোৱাৰি, গল্প এটা, কবিতা এটা বা উপন্যাস এখনো লিখো বুলি লিখিব নোৱাৰি। বিষয়বস্তুৰ বাছনি, দূৰদৰ্শৰ উপযোগীকৈ লিখা নাটকৰ কিছুমান ৰচনাশৈলী জনা ইত্যাদি বহুত কথা আছে।

অৱশ্যে মই সত্যব্ৰতীৰ অনুৰোধটো গাত পাতি লোৱাৰ আৰু এটা অন্য কাৰণো আছে। বহুতে মোক এনেকৈ কিবাকিবি লিখিবলৈ অনুৰোধ কৰে। বোলে দাদা, আমাক এখন নাটক লিখি দিবচোন, আমি বিহুত থিয়েটাৰ কৰিম। বোলে খুৰা, আমাক এটা গল্প লিখি দিবচোন আমি এখন আলোচনী উলিয়াম। বোলে খুৰা, আমি এখন সাপ্তাহিক পেপাৰ উলিয়াম এখন ধাৰাবাহিক উপন্যাস দিবচোন। আজি দুবছৰমানৰ পৰা ধাৰাৱাহিক, মানে টি.ভি ছিৰিয়েল লিখিও ওত্ গোৱা নাই। শুক্লেশ্বৰৰ ভাগৱতী, জাপৰিগোগৰ মইনা, শৰণীয়াৰ তালুকদাৰ, বেঙ্কত কাম কৰা দাস— এইসকলৰ কাৰণে ধাৰাবাহিকৰ নাটক লিখি পিঠি কুঁজা কৰিলো, চকুকণা কৰিলো, কঁকাল বেঁকা কৰিলো। কিন্তু তেওঁলোকৰ কোনোৱে মোৰ পৰা নাটকবোৰ নিবলৈ অহা নাই আজিলৈকে। বোধহয় ব্যৱসায়টো খাপত খাপে খুৱাব পৰা নাই।

সত্যব্ৰতীৰ কথাটোও এনে বুলিয়েই ভাবি গাত ল'লো। ভাবিলো, তেওঁ মোক দেখিয়েই, মানে বাটতে লগ পাই, এনেয়ে ক'লে আৰু কথাটো। আজিকালি সকলোৱে কেৱল টিভিতহে নাটক কৰে, নৃত্য কৰে, কুইজ কৰে, গীত গায়, সুৰ বজায়, সাক্ষাৎ দিয়ে। বাকী মঞ্চ, সভা-সমিতি তল পৰিল। আগেয়ে আছিল বাতৰি কাকত, আলোচনী। তাত লিখিবলৈ সকলোৰে ইচ্ছা। পিচত তল পৰিল। আহিল আকাশবাণী। তাতে কিবা এটা কৰিলে সি ডাঙৰ শিল্পী, সাহিত্যিক। সেইটোও তল পৰিল। আহিল দূৰদৰ্শন। হেতা-ওপৰা। তাতে কিবা এটা কৰিব পাৰিলে— সেইবোৰ ডাঙৰ আৰু।

আনকি এবাৰ গাটো দেখুৱাব পাৰিলেও মহান। নাটক কৰাবিলাকতো আৰু সাংঘাতিক। সাংঘাতিক এই কাৰণেই যে তাত সকলোৱে চান্স নাপায়। ইমান সহজ নহয় যে পানী থাকিল বুলিয়েই সকলোতে মাছ পাব। সত্যৱতীকো মই তেনে বুলি ভাবিয়েই গাত পাতি লৈছিলো। কিন্তু তেনে নহয়। তেওঁ দুদিনমান পিছত আকৌ মোৰ ওচৰলৈ আহিল ঃ দাদা লিখিছে নেকি? কেতিয়া মানে মই খবৰ ল'ম। এইবাৰ কথাটো মোৰ সঁচাকৈয়ে গাত লাগিল।

প্ৰথমতে মই মিছা কথাকে ক'লো অলপ ঃ আৰম্ভ কৰিছো ৰ'বা। কিন্তু বৰ এটা আগবঢ়া নাই। অৱশ্যে মই আন এটা কামত লাগি থকা কাৰণে তোমাৰ কামটো তেনেকৈয়ে পৰি থাকিল। তেওঁ আকৌ ক'লে ঃ নহয় দাদা, আপুনি আগেয়ে আমাৰটো কৰক। আমি দূৰদৰ্শনৰ পৰা অনুমতি পাইছোৱেই। আপোনাৰ পৰা নাটকখন নি আমি আকৌ ৰিহাৰ্ছেল কৰিব লাগিব। অলপ বৈ আকৌ সুধিলে ঃ বাৰু দাদা, এইখনৰ বিষয়বস্তু কি লৈছে অলপ কওকচোন। অলপ বিমোৰত পৰিলো এইবাৰহে। তথাপি তৎক্ষণাৎ ক'লো ঃ এৰা, এৰা তুমি ঠিক কথা সুধিছা। বিষয়বস্তুটো বৰ ভাল হোৱা নাইহে। এজন অজলা মানুহৰ কাহিনী। সি এজন নতুনকৈ হোৱা সম্পাদকৰ ঘৰত চাকৰ থাকে, নতুন সম্পাদক, বৰ ভেম। তেওঁৰ কক্ষত ছোৱালীৰ বাহিৰে কাকো সাক্ষাৎ নিদিয়ে। বাহিৰত সৰু সৰু কাগজৰ টুকুৰা কৰি গজালত আৰি থৈছে। তেওঁক দেখা কৰিবলৈ গ'লে তাতে লিখি পঠিয়াব লাগে। কিন্তু অজলাই সেইবোৰ নুবুজে। মানুহ আহিলেই সকলোকে সম্পাদকৰ কক্ষলৈ সুমুৱাই লৈ যায়। সম্পাদকক দাদা বোলে, নাউবাপু বোলে। এদিন সম্পাদকে তেওঁক বৰকৈ পিটিলে বোলে চাল্লা বুদ্ধু, তোক ইমান দিন কৈছো মোক ছাৰ নতুবা চাহেব বুলিবি, মোক দাদা, নাউবাপু বুলিবলৈ তোক কোনে শিকাইছে, মই ভিতৰত ছোৱালীৰ লগত কথা পাতি থাকোতে তোক ভিতৰলৈ আন মানুহ নিনিবলৈ কোৱা নাছিলো। অজলাই কান্দিলে। সি বেচেৰাই এইবোৰ মনস্তত্বৰ কথা কি জানে!

সত্যৱতীয়ে ক'লে ঃ হ'ব দাদা, হ'ব। বিষয়টো বৰ ভাল হোৱা নাই। ময়ো ৰক্ষা পৰিলো ঃ এৰা, এৰা, তুমি ঠিক কথা কৈছাহে, বিষয়টো মোৰো বৰ পছন্দ হোৱা নাই। অজলা চাকৰৰ কথা কোনে শুনেহে। তুমি আৰু এটা প্লট বাছি দিয়া। মই আজিয়েই আৰম্ভ কৰিম।

সত্যৱতী অলপ ৰ'ল। চকু দুটা অলপ মুদিলে, বোধহয় প্লটৰ কথা চিন্তা কৰিছে। অলপ পিচতে ক'লেঃ সমস্যাৰ কথা লিখক। মহিলাসকলৰ সমস্যা। বৰ্তমান মহিলাসকলৰ নানা সমস্যা হৈছে। যেনে ধৰক যৌতুক, অপহৰণ, প্ৰেম, ড্ৰাগছ, বৈবাহিক জীৱন, সংসাৰৰ নানা জ্বালা-যন্ত্ৰণা, শিক্ষা-দীক্ষা, চাকৰি ইত্যাদি চাৰিওফালে মহিলাৰ সমস্যাই সমস্যা। এইবোৰৰ যিকোনো এটা সমস্যা বাছি লওক। চৰিত্ৰ বেছি

নিদিব। পাঁচজনীমান কেৱল মহিলা দিব। পুৰুষ চৰিত্ৰ বেকগ্ৰাউণ্ডত ৰাখিব। মই আহিলো দাদা। বহুত কাম আছে। পিছত আহিম আৰু। আপুনি কেৱল সোনকালে লিখক। সত্যব্ৰতী বেগটো কান্ধত লৈ বায়ুবেগে ওলাই গ'ল।

সত্যব্ৰতী ওলাই যোৱাৰ পিচত তেওঁ দি যোৱা সমস্যাবোৰৰ কথা বহুত সময় ভাবিলো। এৰা মহিলাসকলৰ সমস্যা বহুত। বিয়াত ভালদৰে যৌতুক দিব নোৱাৰিলে শাহুৱেক, শহুৰেকহঁতৰ অত্যাচাৰৰ বলি হ'ব লাগে। মাৰি পেলোৱা, পঙ্গু কৰি খেদি পঠোৱা কত ঘটনা বাতৰি কাকতত পোৱা যায়। কত ছোৱালী, মহিলাই চাকৰি বিচাৰি নিজৰ সতীত্ব বিক্ৰী কৰি আছে। কত ছোৱালীয়ে আজিকালি ল'ৰাৰ লগত লগ লাগি ড্ৰাগছ খায়। বৈবাহিক জীৱনত কত মহিলা অসুখী। স্বামীৰ অত্যাচাৰ। স্বামীয়ে মদ খায়, পৰস্ত্ৰীগমন কৰে। পত্নীক মাৰে, আনকি হত্যাও কৰে। কত মহিলাই ল'ৰা-ছোৱালীক পঢ়ুৱাই মানুহ কৰাৰ সপোন দেখে, কিন্তু সকলো সপোন, কল্পনা ভাগি-ছিগি চূৰমাৰ হৈ যায়— পুতেকহঁত কুপথে যায়।

কিন্তু এইবোৰ সমস্যাহে হ'ল। প্লট নহ'ল। নাটকত বা গল্পত এটা প্ৰকৃত ঘটনাৰ মাধ্যমতহে সমস্যা একোটা, যাক কোৱা হয় বাৰ্ণিং প্ৰবলেম, প্ৰতিফলিত কৰিব পাৰি। গতিকে প্ৰকৃত ঘটনা এটা ঠিক কৰিব লাগিল।

কেইদিনমান এনেদৰে প্লট বিচাৰি ফুৰোতে, ভাবোতে পাৰ হৈ গ'ল। তাৰ পিচত আকৌ পাহৰি গ'লো নাটক লিখাৰ কথা। মোৰো নিজৰো নানা সমস্যা। ল'ৰা-ছোৱালীৰ জঞ্জাল, অফিচৰ জঞ্জালৰ উপৰি ঘৰ-দুৱাৰ, মাটি-বাৰীৰ নানা সমস্যা। ঘৰৰ টেক্স, লাইটৰ বিল, মাটিৰ খাজানা, ল'ৰা-ছোৱালীৰ ফিজ, আধা সজা ঘৰ, বেঙ্কৰ ঋণ আদি এশ-এবুৰি সমস্যাই মন ভাৰাক্ৰান্ত কৰি ৰাখে। জীৱনক লৈয়েই কত নাটক লিখিব পাৰি। তদুপৰি বাটৰ কচুগাত ঘঁহি লোৱা, নলগা তামোলত কঁটা বন্ধা ধৰণৰ মানুহ। আনৰ দুখ আৰু সমস্যাত পমি যাওঁ। সকলোকে কিবা এটা লিখি দিওঁ বুলি গাত লওঁ। মাননী দিব বুলি কতজনে লেখা নিলে। নিয়াৰ পিচত মাননী দিব দূৰৰে কথা — খবৰেই নকৰে। এনে ধৰণৰ বহুত ঘটনাও মোৰ জীৱনত আছে। এইবোৰো নাটক হয়। তিলক ছাৰৰ জীৱনৰ কথা লিখিলেও কত নাটক হয়। পাঁচজনী ছোৱালীৰ এজনীও বিয়া দিব পৰা নাই। দৰা পালে টকা নাই, টকা পালে দৰা নাই। এতিয়া দুয়োবিধেই নাই। মন মাৰি বহি থাকে। মাজে মাজে মোৰ ওচৰলৈ আহে। আধা কাপ চাহ খায়। দুডাল চিগাৰেট পোৰে। সুখ-দুখৰ সকলো কথাই মোৰ আগত কয়। কত প্লট পেটত ঠাই খাই আছে।

ভালেকেইদিন সত্যব্ৰতী অহা নাই। নাই অহা কাৰণে মই ভালেই পাইছো। ময়ো লিখা নাই। বেচেৰী বৰ কামতে ব্যস্ত। প্ৰভাৱতীৰ মুখে তেওঁৰ কথা শুনিছো। প্ৰভাৱতী কলেজৰ অধ্যাপিকা। মোৰ ক্লাছ ফ্ৰেণ্ড আছিল বিশ্ববিদ্যালয়ত। দুয়ো বুৰঞ্জীত এম.এ.

পাছ কৰিছো। তেওঁ সোমাইছে এখন সৰু টাউনৰ কলেজত। মই ইয়াতে সচিবালয়ত ডাঙৰ চৰকাৰী বিষয়া। প্ৰভাৱতী আহিলে, মানে এডুকেচন ডিপাৰ্টমেণ্টৰ কিবা নিজৰ কামত আহিলে মোৰ ইয়াতে জিৰণি লয়। কথাই কথাই এদিন সত্যব্ৰতীৰ কথা তেৱেঁই মোক ক'লে— তোমালোকৰ এই ছেক্ৰেটৰীয়েটত সত্যব্ৰতী বৰা নামৰ এজনী ছোৱালীয়ে কাম কৰে নহয়। ছোৱালী মানে এতিয়া মহিলা হৈছে ধৰাচোন, ল'ৰা-ছোৱালীৰ মাক হৈছে। মই ক'লো ঃ অ' আছেতো, তেওঁ মোৰ ছাত্ৰী আছিল। বৰ ভাল ছাত্ৰী। মেজৰত ভাল নম্বৰ পাইছে। ভাল গান গাব পাৰে। নাটক-চাটক কৰাতো বৰ নিচা। বৰ স্পষ্টবাদী ছোৱালী। নিজৰ মতবাদত সদায় স্থিৰ। যিটো ভাল বুলি ভাবে, তাকে কৰে। মোৰ প্ৰিয় ছাত্ৰী আছিল।

সত্যব্ৰতীৰ বিষয়ে প্ৰ॰ ॰াৰ মুখৰ পৰা এইবোৰ গুণ-গান শুনি মোৰ সত্যব্ৰতীৰ প্ৰতি সঁচাকৈয়ে স্নেহ এটা সোমাল। তেওঁৰ আগত ময়ো সেই নাটক লিখিবলৈ কৰা অনুৰোধৰ কথা ক'লো। প্ৰভাই ভাল পালে। ক'লে-তুমি লিখি দিবা। তেওঁ কৰিব পাৰিব, এইবোৰত খুব লাগি থাকিব পাৰে। তেওঁৰ জীৱনৰ কথাই তুমি লিখিব পাৰিবা। বৰ জেদী ছোৱালী। তেওঁৰ ঘৰুৱা জীৱনৰ কথা বোধহয় তুমি শুনিছাই? মই আচৰিতভাৱে প্ৰকাশ কৰিলো ঃ নাই শুনা, একো শুনা নাই। প্ৰভাই ক'লেঃ তেওঁ নিবনুৱা ল'ৰা এজনক বিয়া কৰাইছে। আজিলৈকে তেওঁৰ চাকৰি এটা হোৱা নাই। অথচ তেওঁলোক বৰ সুখেৰে আছে। সত্যব্ৰতীয়ে দুটা গানৰ, দুটা স্কুলৰ টিউচন কৰে। তেনেকৈ চলি আছে।

এটা সময়ত চাহ খাই প্ৰভাৱতী গ'ল। ইয়াৰ পিচতো ভালেকেইদিন সত্যব্ৰতী মোৰ ওচৰলৈ অহা নাই। ময়ো পাহৰি গৈছো। মন আৰু ব্যস্ততা আনফালে ঢাল খাইছে।

এদিন লীলাৱতী ভূঞা আহিল মোৰ ওচৰলৈ। লীলাও সত্যব্ৰতীহঁতৰ ডিপাৰ্টমেণ্টৰ ইউ-ডি। ধুনীয়া মহিলা। বগা গালত ক'লা তিল। বব কটা চুলি। বিশ্বকৰ্মা পূজাৰ ফাংচন আৰু অফিচৰ অৱসৰ লোৱা মানুহক দিয়া বিদায় সভাত গান গায়। তেওঁ মোৰ ওচৰত বহাৰ লগে লগে সুধিয়েই পেলালো হেৰি, ভূঞাদেৱী সত্যব্ৰতীক বহুত দিন দেখা নাইহে, তেওঁ আছে নে নাই? মোক নাটক এখন লিখিবলৈ দি খবৰেই কৰা নাই। লীলাৱতীয়ে সুধিলে- কি নাটক? মই আদ্যোপান্ত ভাঙি ক'লো।

লীলাই এটা দীৰ্ঘশ্বাস এৰিলে আৰু ক'লে ঃ কি আহিব, তাই এটা বৰ চিন্তাত পৰিছে দাদা। তাইক লৈয়েই এখন নাটক লিখিব পৰা হৈছে। কথাটোনো কি লীলাক বুজাই ক'বলৈ ক'লো। কথাটো কি জানে দাদা— তাই একঠা পাঁচ লেচা মাটি ঠিক কৰিছিল। দখল স্বত্ত কিনি তাতে ঘৰ এটা সাজি থাকিব। কিন্তু টকাতো নাই। এটা বুদ্ধি উলিয়ালে। অফিচত এটা কনজিউমাৰ লোণ দিয়ে নহয়। সত্যব্ৰতীয়েও টিভি

এটা কিনিব বুলি পেলালে এখন দৰ্খাস্ত। অফিচে টকাটো দিয়ে ফাৰ্মৰ নামত। মানে এখন ক্ৰছচেক দিয়ে। ফাৰ্মৰ মালিক হৰেশ্বৰ তালুকদাৰ নামৰ কোনোবা এজন মানুহ। তেওঁৰ আচলতে নিজা কোনো তেনে ফাৰ্ম নাই। তেওঁ পেড এটা আৰু ৰাবাৰ ছীল এটা তৈয়াৰ কৰি লৈছে। এনেকৈয়ে তালুকদাৰে বহুতক সহায় কৰিছে। অৰ্থাৎ কোনোৱে "ইন কাইণ্ড" নহ'লে "ইন কেছ" গ্ৰহণ কৰে। সত্যৱতীৰো উদ্দেশ্য আছিল টকাখিনি লৈ মাটিৰ কামটো কৰিব। কিন্তু হৰেশ্বৰে চেকখন লৈ পলাইছে। সত্যৱতীৰ মনটো বৰ বেয়া। বেতনৰ পৰা ঋণৰ কিস্তি কাটিছে। অথচ তাই পইচাও নাপালে। এইবোৰ কথা কাৰো আগত খুলি ক'বও নোৱাৰে। পুলিচৰো আশ্ৰয় ল'ব পৰা কোনো স্কোপ নাই। নিজেই দহি দহি মৰিছে।

কথাটো শুনি সঁচাকৈয়ে বেয়া লাগিল। ঠগ, প্ৰৱঞ্চনা সমাজখনত দিনে দিনে বৃদ্ধি পাইছে। বিশ্বাসৰ ওপৰত আজি মাধমাৰ পৰিছে। টকাৰ নামত মানুহে মানুহক হত্যা কৰা কোনো কথাই নহয়।

বেছ কিছুদিন বিৰতিৰ পিচত এদিন সত্যৱতীক দেখা পালো। তেওঁ কিন্তু মোক সৰিচাৰি অহা নাই; আনকি মোক দেখিও যেন নেদেখাৰ ভাও ধৰি এৰাই যাব খুজিছিল। ময়েই মাত লগালো ঃ হেৰা সত্যৱতী শুনা শুনা, কি খবৰ, তুমিচোন অহাই নাই। নাটকৰ খবৰেই লোৱা নাই। মই একো যেন তেওঁৰ কথা জনাই নাই, এনেভাৱে ভাও ধৰি সুধিছো।

তেওঁ এইবাৰ মোৰ ওচৰলৈ আহিল। মনটো মৰা। মুখ দেখিলেই গৰ্ভ দেখি। ক ক'লে ঃ দাদা, কি নাটক কৰিব। মোৰ জীৱনটোৱেই নাটকৰ দৰে হৈছে। নাটক, গীত, গল্প, কবিতা এইবোৰ মনৰ সুকুমাৰ কলা। মন ভাল থাকিলেহে এইবোৰ হয়। ৱৰ্ডছওৱৰ্থে কৈছিল নহয় — প্ৰকৃতিৰ ৰূপ অতি বিনন্দীয়া। সেই ৰূপ পান কৰি মানুহে মনত শান্তি পাব পাৰে। কিন্তু আন এজন ইংৰাজ কবি ক'লৰিজে কৈছিল যে নিজৰ শান্ত-সমাহিত মন এটা থাকিলেহে প্ৰকৃতিৰ ৰূপ পান কৰিবলৈ ইচ্ছা যায়। মোৰো তেনেকুৱাই হৈছে দাদা। এদিন আপোনাৰ ওচৰলৈ আহিম। মোৰ ঘটনাবোৰেই আপোনাৰ প্লট হ'ব। মোক লৈয়েই আপুনি এখন নাটক লিখিব পাৰিব। আজি আহোঁ দাদা, মোৰ সৰু ল'ৰাটোৰ অসুখ। ডাক্তৰৰ ওচৰলৈ যাম।

সত্যৱতী সাউৎ কৰে গুচি গ'ল। সত্যৱতীয়ে কি ক'ব মইতো জানোৱেই। নাটক এখন মই লিখিম। সত্যৱতী হ'ব নাটকৰ মূল নায়িকা। এক মহীয়সী, ত্যাগী, আদৰ্শৱতী নাৰী। নাম দিম সত্যৱতীৰ নাটক!! ❑

# তেওঁ তেনে লোক বুলি সকলোৱে জানে

প্ৰতিবছৰে, দেশৰ প্ৰতিখন ৰাজ্যতে এইখন সন্মিলন পতা হয়। ইয়াত দেশৰ জ্ঞানী-গুণী পণ্ডিত লোকসকলক নিমন্ত্ৰণ কৰা হয়। তিনিদিন ধৰি এই সন্মিলন বহে। ইয়াত আলোচনা কৰা হয়, বক্তৃতা প্ৰদান কৰা হয় সাহিত্য, সংস্কৃতি আৰু ইতিহাসৰ। এইবাৰ এই সন্মিলনখন বহিছিল প্ৰাগজ্যোতিষপুৰত। এই সন্মিলনখন নিমন্ত্ৰণ কৰাৰ দায়িত্ব লৈছিল আমাৰ প্ৰখ্যাত পুৰুষ শ্ৰীস্বৰ্ণ চন্দ্ৰ কলিতাই। তেওঁ এইবোৰ কামত বৰ আগৰণুৱা। তেওঁ ৰাজ্যিক সন্মিলনৰো সচিব। যেতিয়া সৰ্বভাৰতীয় সন্মিলনখন নিমন্ত্ৰণ কৰা হ'ল— তাতো অভ্যৰ্থনা সমিতি গঠন কৰি তেওঁ সাধাৰণ সচিবৰ দায়িত্ব ল'লে। কাৰ্যকৰী সচিব পাতিলে অধ্যাপক যোগেন পাটোৱাৰীক। তদুপৰি সভাপতি, উপ-সভাপতি, একৈশজন সদস্য আছেই।

সৰ্বভাৰতীয় সন্মিলনৰ দিন চমু চাপি অহাৰ লগে লগে শ্ৰীস্বৰ্ণ চন্দ্ৰ কলিতাৰ শৰীৰত তত্ নাই। তেওঁৰ হাতত এটা যথাসম্ভৱ ডাঙৰ পোৰ্ট-ফলিঅ', কান্ধত এখন হেগুলুমৰ ফুলাম বেগ। সদায় সন্ধিয়া মিটিং পাতে। কাৰ্যকৰী সচিব আৰু সদস্যসকলক সকীয়াই থাকে, সতৰ্ক কৰি দিয়ে যে আমাৰ চান্দা, দান-বৰঙণি সংগ্ৰহত বৰ লেহেম হৈছে। সন্মিলনৰ দিন চমু চাপি আহিছে, অথচ তেওঁৰ হাতত টকা জমা হোৱাই নাই। এনে লেহেম হ'লে নহ'ব। খুব ত্বৰিৎ গতিত টকা তুলিব লাগে। নহ'লে আমাৰ বদনাম হ'ব। দেশৰ আগশাৰীৰ পণ্ডিত, প্ৰতিনিধি আহিব এই সন্মিলনলৈ। তেওঁলোকৰ শুশ্ৰূষাত ত্ৰুটি হ'লে আমাৰ বদনাম হ'ব।

টকা কিন্তু উঠিছে। শ্ৰীস্বৰ্ণ চন্দ্ৰ কলিতাৰ হাতত ইতিমধ্যে বহুতখিনি ধন জমাও হৈছে। সন্মিলনৰ স্থান লোৱা হ'ল— এখন কলেজ। তাতেই সভা, তাতেই প্ৰতিনিধিসকলৰো থকাৰ ব্যৱস্থা, তাতেই ৰন্ধা-বঢ়া। খোৱাৰ ব্যৱস্থা কৰা হ'ল। শ্ৰীযোগেন পাটোৱাৰীয়ে সমস্ত দায়িত্ব লৈ এইবোৰ কামত গা এৰি দিছে। তেওঁ শাৰীৰিক, মানসিক সমস্ত শক্তি প্ৰয়োগ কৰিছে। সন্মিলনখন যাতে ভালদৰে হৈ যায়, যাতে বাহিৰৰ পৰা অহা মানুহখিনিয়ে সন্তুষ্ট হৈ যায়— তাৰ বাবে জান-প্ৰাণ দি লাগিছে। কিন্তু প্ৰধান সচিব মহোদয় শ্ৰীস্বৰ্ণ চন্দ্ৰৰ কলিতাই ওপৰে ওপৰে ঘূৰি ফুৰে। তেওঁৰ চিন্তা কেৱল টকা-পইচাৰ। অৰ্থাৎ কিমান কম খৰচত সন্মিলনখন সমাপ্ত

কৰি দুইপইচা ৰাহি কৰিব পাৰে সেয়া চিন্তা। সেই চিন্তা তেওঁৰ অতি ব্যক্তিগত। তেওঁ পইচা ৰাহি কৰি কি বুদ্ধিত তেওঁৰ নিজৰ পকেটত দুইপইচা সুমুৱাব পাৰে তাৰে চিন্তা। সেইমতে তেওঁ ইতিমধ্যে কিছু অগ্রসৰ হৈছেও। যেনে- তেওঁ অহা-যোৱা কৰাত যদি ব্যৱহাৰ কৰে ৰিক্সা, তেওঁ দেখুৱায় টেক্সিৰ ভাৰা। কাগজ-পত্র, ফাইল, পেঞ্চিল, পেন আদি কিনাত যদি তেওঁ খৰচ কৰিছে এহেজাৰ টকা, বিল বা ভাউচাৰ আনিছে দহ হাজাৰ টকাৰ।

সন্ধিয়া আলোচনাত বহোতে শ্রীযোগেন পাটোৱাৰীয়ে ক'লে যে তিনি দিন ধৰি চলিব লগা এখন সৰ্বভাৰতীয় সন্মিলনত কাম কৰিবলৈ আমাৰ যথেষ্ট মানুহৰ প্রয়োজন হ'ব। আমাৰ সদস্য সকলেতো ইমান কাম কৰিব নোৱাৰিব। তদুপৰি শ্রমিক লগালেও তেওঁলোকে সব কাম কৰিব নোৱাৰিব। গতিকে আমি যদি কোনো স্বেচ্ছাসেৱী সংগঠনৰ ওচৰলৈ গৈ অনুৰোধ কৰো তেন্তে আমি মানুহ আনিব পাৰো। সচিবপ্রধান কলিতা ডাঙৰীয়াই পোনেই মাত দিলে ঃ তেওঁলোকক পইচা দিব লাগিব নেকি? ঃ নালাগে, তেওঁলোকক কেৱল খোৱা আৰু থকাৰ বন্দৱস্ত কৰি দিলেই হ'ল। খোৱাটোতো আমাৰ ইয়াতেই হ'ব। থকাৰ কাৰণে কলেজৰে ৰুম এটাত মাটিত ঢলাই বিছনা কৰি দিলেই হ'ল। সকলো সদস্যই হাত-চাপৰি বজালে। দায়িত্বটো পাটোৱাৰীকে দিলে। পাটোৱাৰী গাত ল'লে।

সেইমতে পাটোৱাৰীয়ে শান্তি আশ্রমলৈ গৈ তাৰে সঞ্চালকজনক লগ ধৰাত তেওঁ হাঁহিমুখেই ক'লে ঃ আপুনি আমাৰ আশ্রমৰ পৰা বিশজন ল'ৰা লৈ যাওক। তেওঁলোকে সকলো কামেই কৰিব। ভাত-পানী বিলোৱাৰ পৰা চুৱা-বাচন পেলোৱালৈকে সকলো কাম কৰি দিব। কেৱল নিয়া আৰু থোৱাৰ ব্যৱস্থাটো কৰি দিব। কথামতে কাম। পাটোৱাৰীয়ে এখন মিনিবাছত বিশজন ল'ৰা লৈ আহিল। তেওঁলোক বৰ উদ্যমী, উৎসাহী, হাঁহিমুৰা। অক্লান্ত কৰ্মী। বগা হাফপ্যান্ট, বগা কামিজ, মূৰত বগা টুপী পৰিধান কৰিছে। পৰিষ্কাৰ-পৰিচ্ছন্ন। দেখিলেই ভাল লাগে, মৰম লাগে।

সন্মিলন আৰম্ভ হ'ল। দেশৰ বিভিন্ন ৰাজ্যৰ পৰা পণ্ডিতসকল, প্রতিনিধি আহি কলেজ ভৰি পৰিল। প্রাগজ্যোতিষপুৰ উদুলি-মুদুলি হৈ পৰিল। আশ্রমৰ ল'ৰাইতেও অক্লান্ত পৰিশ্রম কৰি অভ্যাগতক সন্তুষ্ট কৰিলে। অসংখ্য লোকে সন্মিলন উপভোগ কৰিলে। পণ্ডিতসকলে দিয়া ভাষণ শুনিলে।

আমাৰ সচিবপ্রধান কলিতায়ো দিনটোত দুবাৰমানকৈ পোছাক সলালে। পণ্ডিত সকলৰ লগতে আগশাৰীত বহিল। কাষলতিৰ আৰু কান্ধৰপৰা পোৰ্টফলিঅ', বেগ নেৰে। পাটোৱাৰীয়ে কিবা-কিবি কিনিব লগাত পইচা খুজিলেও নিদিয়ে। কয় ঃ এতিয়া নহয়, পিছত, পিছত। এতিয়া আপোনাৰ পকেটৰ পৰা খৰচ কৰক। পিছত দিম। তেওঁ যেন ভীষণ ব্যস্ত এনে দেখুৱায়। অথচ তেওঁৰ একো কাম নাই। তেওঁৰ যে পাণ্ডিত্যৰ অকণমানো যোগ্যতা নাই— তেওঁ নাভাবে। নিজকে তেবোঁ এজন পণ্ডিত

বুলি ভাবে। অসমীয়া সাহিত্য-সংস্কৃতি বুৰঞ্জী যেন তেওঁৰ জিভাৰ আগত। অথচ শংকৰদেৱ, মাধৱদেৱে কেইখন গ্ৰন্থ লিখিছিল, লক্ষ্মীনাথ বেজবৰুৱাই কি কি কিতাপ লিখিছিল— তেওঁ ক'ব নোৱাৰে। এখনৰ নাম কৈ, ইত্যাদি বুলি কয়।

পাটোৱাৰী, অভ্যৰ্থনা সমিতিৰ সদস্যসকল, আশ্ৰমৰ ল'ৰাকেইজনৰ তৎপৰতাত, অক্লান্ত পৰিশ্ৰমত সন্মিলনৰ দুটা দিন অতি সুন্দৰকৈ অতিবাহিত হ'ল। বাহিৰৰ পৰা পণ্ডিত সকলে, প্ৰতিনিধিসকলে অসমীয়া আঞ্জা-ভাতক, অসমীয়া মানুহৰ আতিথ্যক ভূয়সী প্ৰশংসা কৰিলে।

সন্মিলনৰ তৃতীয় তথা শেষ দিনাখন পাটোৱাৰীক ক'লে ঃ পাটোৱাৰী, আজি আমি পণ্ডিতসকলক আৰু প্ৰতিনিধিসকলক আমাৰ চহৰৰ বিলাসী হোটেলখনত ডিনাৰ দিম। আমাৰ কৰ্মকৰ্তা সকল আৰু আমিও তাতে লগ হৈ নিশাৰ আহাৰ খাম। ইতিমধ্যে মই হোটেলৰ লগত যোগাযোগ কৰিছো। প্ৰতিজন লোকৰ কাৰণে, প্ৰতি প্লেট খানাৰ কাৰণে দুশ বিশ টকাকৈ দিব লাগিব। পাটোৱাৰী, অভ্যৰ্থনা সমিতিৰ সদস্যসকলেও বৰ ভাল পালে। সচিবপ্ৰধানৰ এই কামত সকলোৱে প্ৰশংসা কৰিলে তেওঁক। সচিবপ্ৰধানে গৰ্ব কৰি ক'লে ঃ বাহিৰৰ পণ্ডিতসকলে জানক যে আমাৰ চহৰতো উৎকৃষ্ট হোটেল আছে। আমাৰ গৌৰৱ আৰু বাঢ়িব। সকলোৱে বাহ্ বা দিলে সচিবপ্ৰধানক তেওঁৰ দূৰদৃষ্টি গুণৰ কাৰণে। সকলোৱে ক'লে- বৰ ভাল হৈছে, উত্তম সিদ্ধান্ত, উত্তম লোকে সদায় উত্তম কথাই ভাবে। আমাৰ সচিব চাহাবৰ অন্তৰ সাগৰৰ দৰে বিশাল, মন সদায় মলয়া বতাহৰ দৰে— সুগন্ধ কঢ়িয়াই আনে।

পাটোৱাৰী চাহাবেও আশ্ৰমৰ ল'ৰাকেইজনক ক'লে ঃ আজি নিশাৰ সাঁজ হোটেলত খাবলৈ পাবা। তেওঁলোকেও বৰ আনন্দ পালে— হ'ব ছাৰ। আমাৰো বৰ ভাগৰ লাগিছে। এসাঁজ পৰৰ ওপৰত খাব পালেও বৰ ভাল লাগিব। তদুপৰি আমি কোনো দিনেই ইমান ডাঙৰ হোটেলত খাই পোৱা নাই..। বৰ আনন্দ তেওঁলোকৰ। পাটোৱাৰীৰো অন্তৰ সদায় কৰুণাৰে ভৰা। ল'ৰাকেইজনৰ যে খুব পৰিশ্ৰম হৈছে— এই কথা তেওঁ লক্ষ্য কৰি আছে। তেওঁ নিজৰ পৰিশ্ৰমৰ কথা ভবাই নাই। তেৰো এইকেইদিন তেজে-মূতা পৰিশ্ৰম কৰিছে। ঘৰৰ ল'ৰা-তিৰোতা ক'ত পৰি আছে— তেওঁ ভবাই নাই। সচিবপ্ৰধানে কিন্তু প্ৰত্যেক দিনেই ঘৰৰ পৰিয়ালক আনি সন্মিলনৰ ভোজ খুৱাইছে। আনকি তেওঁৰ এজনী উপপত্নী আছে, তেওঁকো সততে লগত ৰাখিছে।

নিশা নমান বজাত পাটোৱাৰীক একাষৰীয়াকৈ মাতি নি সচিবপ্ৰধান শ্ৰীল শ্ৰীযুক্ত স্বৰ্ণ চন্দ্ৰ কলিতাই, সংক্ষেপতে এছ চি কলিতাই ক'লে ঃ পাটোৱাৰী এটা কথা, হোটেলত কিন্তু এই আশ্ৰমৰ ল'ৰা কেইজনে খাব নোৱাৰে। পাটোৱাৰীৰ চকু কপালত উঠিল। সুধিলে ঃ কিয়?? এছ চি কেই ক'লে ঃ এটা ষ্টেণ্ডাৰ্ডৰ কথা আছেতো। ইমান ডাঙৰ স্ক'লাৰসকলৰ ডিনাৰত, এই হাগুৰা-পাদুৰাকো খুৱালে আমাৰ সন্মান

যাব। সিহঁতক পোন্ধৰ টকাকৈ দি দিয়ক আৰু ইষ্টেচনৰ আশে-পাশে বহুত হোটেল আছে। তাতে পোন্ধৰ টকাত মাছ, ভাত, দাইল, ভাজি খাব পাৰিব। পাটোৱাৰী মৰা যেন হ'ল। তেওঁ ক'লে ঃ কিন্তু মই যে সিহঁতক ইতিমধ্যে কৈ দিছো যে সিহঁতেও হোটেলত খাব পাৰিব বুলি। এছ চি কেই ক'লে ঃ একো নহয়। সিহঁতক হোটেলত খুৱাই একেবাৰে বাহিৰে বাহিৰে পঠিয়াই দিয়ক। ইয়ালৈ আহিবই নালাগে সিহঁত। এছ চি কে গুচি গ'ল।

পাটোৱাৰী থিতাতে বজ্ৰ পৰা মানুহৰ দৰে হ'ল। তেওঁৰ ওপৰে, ব্ৰহ্মবধ, তলে গো-বধৰ দৰে অৱস্থা হ'ল। কি সতে তেওঁ সিহঁতক কয়। তোমালোকেও হোটেলত খাবা বুলি কওঁতে দেখা সিহঁতৰ প্ৰফুল্ল বদনবোৰ হয়তো এই কথা ক'লে ক'লা পৰি যাব। মহাপাপ হ'ব। এসাঁজ ভাতৰ পৰা বঞ্চিত কৰাৰ ফল হয়তো তেৱোঁ ভুঁগিব। চিন্তাত পাটোৱাৰীৰ নাৰী-ভুৰুবোৰ কোঁচ খোৱাৰ দৰে হ'ল। মন তেওঁৰ বেদনাৰে ভাৰাক্ৰান্ত হৈ পৰিল।

কিন্তু পলম কৰিলে আৰু বিপদহে হ'ব। সিহঁতে হয়তো ষ্টেচনৰ হোটেলতো খাবলৈ নাপাব। তেওঁ লৰা-লৰিকৈ ল'ৰাহতৰ ওচৰলৈ গ'ল। তেওঁলোকে ৰভা ৰখি বহি আছিল। পাটোৱাৰীয়ে গৈ মৰসাহ কৰি সিহঁতক কথাটো ক'লে। পুতেকৰ মৃত্যু হোৱা বুলি বাপেকক খবৰ দিবলৈ যোৱা মানুহতকৈও তেওঁৰ বেছি ভয় লাগিছিল, ল'ৰাহঁতক কথাটো কওঁতে। হয়, ঠিকেই। তেওঁলোকৰ মুখবোৰ ক'লা পৰি গ'ল। পাটোৱাৰীয়ে তেওঁলোকক বুজাইছিল যে নালাগে যোৱা, তোমালোকে তাতে খাই [illegible] থাকাগৈ। ইয়াতে বহুত ৰাতি হ'ব। এইবোৰ ডাঙৰ মানুহৰ খানা। সিহঁতে ক'লে ঃ একো নহয় ছাৰ, ৰাতি হ'লে কি কথা আছে। আমি ইয়াতে বহি তামচা-স্ফূৰ্তি কৰি থাকিম। ঃ নালাগে যোৱা। তোমালোকে এই তিনিশ টকা লৈ যোৱা। খাই আহাগৈ। মই ইয়াতে বহি আছো। তোমালোকক আশ্ৰমত থৈ অহাৰ ব্যৱস্থা কৰিম। অগত্যা উপায় নাপাই তেওঁলোক গ'ল।

তেওঁলোকে ঘূৰি আহি ক'লে ঃ হোটেলত একোৱেই নাপালো ছাৰ। কিবা অলপ পুৰি-তৰকাৰী খাই আহিছো। আমাক থৈ আহক ছাৰ। আমাৰ মাজৰে প্ৰদীপৰ বৰ জ্বৰ উঠিছে। পাটোৱাৰীয়ে অশেষ কষ্ট কৰি গাড়ী এখন আনি তেওঁলোকক পঠিয়াই দিলে। তাৰ পিছত পাটোৱাৰীয়ে হুকহুকৈ কান্দি পেলালে।

সচিবপ্ৰধানে হোটেলৰ মেনেজাৰক ক'লে ঃ মই কিন্তু আপোনালোকক যিমানজন মানুহে খাইছে সিমান প্লেটৰহে দাম দিম। মেনেজাৰে কোনো আপত্তি নকৰিলে।

হিচাপ দিওঁতে কিন্তু সচিবপ্ৰধান শ্ৰীল শ্ৰীযুক্ত স্বৰ্ণ চন্দ্ৰ কলিতাই ল'ৰাহঁতকো হোটেলত খুওৱা বুলি বিশ পূৰণ দুশ বিশ = চাৰি হাজাৰ চাৰিশ টকা মাৰিলে!

কোৱা বাহুল্য যে শ্ৰীযুত পাটোৱাৰীয়েও মনৰ দুখত বিলাসী হোটেলত নাখালে। নিশাটো লঘোণে পৰি থাকিল। ❑

# সদৰলৈ যোৱা খৰচ

হাবিৰামে ৰাতিপুৱাই হালখন লৈ পথাৰলৈ গ'ল। যাওঁতে ফুলেশ্বৰীক কৈ গ'ল — বসন্তক সোনকালে জলপানখিনি দি পঠাবি। আজি বেছি সময় নালাগে। এবাৰ মৈ দিয়েই বিধানখিনি সিঁচি দিম আৰু সোনকালে হাল মেলি আহি হাটলৈ যাম। ফুলেশ্বৰীয়ে ক'লে ঃ সি ৰাতিতে কৈ থৈছে, সি বোলে সদৰলৈ যাব। কমলাকে পঠিয়াম। তাইৰো স্কুল নাছেনে? হাবিৰামে ক'লে। যোৱা, যোৱা, তুমি হাললৈ গোৱা, ময়েই যাম — ফুলেশ্বৰীয়ে ক'লে। হাবিৰামে গৰুহাল বেগাই খেদিলে।

হাবিৰাম দাস শিমলুবাৰী গাঁৱৰ খেতিয়ক। বসন্ত তেওঁৰ ল'ৰা। ফুলেশ্বৰী ঘৈণীয়েক। কমলা জীয়েক। বসন্তই বি.এ. পাছ কৰি নিবনুৱা। কমলা এইবাৰ দশম শ্ৰেণীত। বৰ কষ্ট কৰি পঢ়ুৱাই আছে ল'ৰা-ছোৱালী দুটিক হাবিৰামে। খেতি কৰা মাটি অলপমান। ভাল ধান হ'লে কোনোমতে ন মাহ খাব পাৰে। তিনি মাহ চাউল কিনিব লাগে। হাটখনত বাৰীৰ পাণ-তামোল আৰু পাচলিখিনি বিকি কোনোমতে নিমখ-তেল আৰু বসন্ত, কমলাৰ খৰচখিনি উলিয়ায়। ফুলেশ্বৰীয়ে হাঁহ, পাৰ, ছাগলী পুহি হাত-ধৰি আছে বুলিহে। স্বামী-স্ত্ৰী — দুয়োৰে পৰম আশা বসন্ত ওলালে ঘৰখন অলপ জীপাল হ'ব। প্ৰবেশিকাটো পাছ কৰিলেই কমলাক বিয়া দি দিব। বহুত কল্পনা হাবিৰাম আৰু ফুলেশ্বৰীৰ।

হালৰ পাকটো ঘূৰাওঁতেই হাবিৰামে বসন্তক দেখা পালে জলপানৰ টোপোলাটো লৈ আহিছে। লগে লগেই হাল ৰাখি দি পুতেকক সুধিলে ঃ তই বোলে সদৰলৈ যোৱাৰ কথা আছিল? বসন্তই ক'লে ঃ যোৱা নহ'ল। পইচা নাপালো ক'তো। হাবিৰামৰ মনটো সেমেকি উঠিল। বসন্তক ক'লে ঃ তই তেনে হালখন ধৰ, মই হাটৰ পৰা আহো। তাতে যিখিনি পাওঁ তোকেই দিম। কাইলৈ পুৱাই যাবি। বসন্তই হালত ধৰিলে। হাবিৰামে জলপানৰ টোপোলাটো সৰু আলিটোৰ ওপৰত থৈ বসন্তক ক'লে ঃ জলপানটো তয়েই খাবি। মই ঘৰতে কিবা এটা খাই যাম। হাবিৰামে বায়ুবেগে খোজ দিলে।

ফুলেশ্বৰীয়ে হাটলৈ নিয়া কঁঠালৰ ভাৰখন ঠিক-ঠাক কৰি ৰাখিছিলেই। হাবিৰামে

কিবা এটা মুখত দি ভাৰখন কান্ধত তুলি ফেটা-ফেটিকৈ হাটমুৱা হ'ল। ফুলেশ্বৰীয়ে পদূলিমূৰত বৈ গিৰিয়েকৰ ফালে নেদেখা হোৱালৈকে চাই থাকিল। গোসাঁইক প্ৰাৰ্থনা এটা জনালে যেন কঁঠালকেইটাত দাম পায়।

বিষমপুৰ হাটলৈ ভালেখিনি দূৰ। বুধবৰীয়া হাট সোনকালে ভাঙে। ইতিমধ্যে বেলিও হৈছে। সেয়ে হাবিৰামে বেগাই খোজ দিছে। দুখ-ভাগৰ সকলো পাহৰি গৈছে। শৰীৰৰ পৰা ঘাম ওলাইছে। আহাৰমহীয়া ঘহঘহীয়া গৰম। বাটত দুই-এবে সুধিছে— অ' বেপাৰীকা, কিহে সেয়া পাচিত? হাবিৰামে কাৰো প্ৰশ্নৰ উত্তৰ দিয়া নাই। বাটত নেবেছে, যি হয় হাটতে বেচিব। সদৰৰ পৰা ট্ৰাক বেপাৰী আহে— সিহঁতকে থূপতে দিব পাৰিলে ৰক্ষা। খোজ আৰু বেছি খৰকৈ দিছে হাবিৰামে।

হাট পালেগৈ হাবিৰামে। মানুহ সেৰেঙা। কিছু মানুহ ঘূৰিবলৈ আৰম্ভ কৰিছেই। ঠাই এডোখৰ উলিয়াই তাতে কঁঠালকেইটা উলিয়ালে আৰু গ্ৰাহকলৈ প্ৰতীক্ষা কৰিলে। নাই, কঁঠালৰ গ্ৰাহক নায়েই। আজি ট্ৰাক বেপাৰীও অহা নাই বুলি ওচৰতে বহা পাণ বেপাৰীটোৰ মুখৰ পৰা জনাত হাবিৰামৰ মনটো এটা হতাশাত ভুগিবলৈ ধৰিলে। দুই-এজন গ্ৰাহক আহে, কঁঠালকেইটা আঙুলিৰে টিপি চাই মন্তব্য কৰেঃ গেছ দি পকোৱা আপেন্টা কঁঠাল আনিছাহে? হাবিৰামে সানুনয়ে কয় ঃ আপেন্টা নহয়, একেবাৰে পূৰঠ। গছতে পকিছে। আজিয়েই খাব পাৰিব। লৈ যাওক দুটা। দুটা কি কৰিমহে? আমাৰ ঘৰত কঁঠাল কোনোৱে নাখায়েই। ঃএটাকে নিযক।ঃ এঃ বৈ নিয়া অসুবিধাহে। আজিকালি পলিথিনৰ বেগো চৰকাৰে উঠাই দিলে। থৈলাৰ মোনা এখন আনিছিলো, সেইটোও শাক-পাচলিৰে ভৰ্তিয়েই হ'ল। ঃ মই ৰছীৰে জালদৰে বান্ধি দিম। হাতত ওলোমাই লৈ যাব পাৰিব। ঃএঃ নালাগে দিয়া আজি। গ্ৰাহক গুচি গ'ল। হাবিৰামৰ মন হতাশাৰে ভৰি পৰিল। বিড়ি এটা জ্বলালে আৰু গ্ৰাহকলৈ অপেক্ষা কৰিলে।

কাষতে বহা পাণ দোকানীৰো পাণ বিক্ৰী হোৱা নাই। তেওঁ হাবিৰামক সুধিলেঃ তোমাৰ গছৰে কঁঠালনে? হাবিৰাম দুশ্চিন্তাত ভুগি আছিল। পাণ বেপাৰীৰ কথাত কাণ নিদিলে। গ্ৰাহকৰ চিন্তাত উদ্বিগ্ন হৈ আছিল। পাণ বেপাৰীয়ে আকৌ ক'লেঃ কঁঠাল আৰু পাণৰ গ্ৰাহক নায়েই। ট্ৰাক বেপাৰী অহা হ'লে কিবা এটা হ'লহেতেন। সিও মৰকণা নাহিল আজি।

আকৌ গ্ৰাহক এজন আহিল। হাবিৰামে আগ্ৰহ কৰি মাতিলে ঃ আহা দাদি, লোৱা, বৰ ভাল কঁঠাল। গ্ৰাহকে নানা প্ৰশ্ন কৰিলে ঃ গছত পকা হয়নে? মিঠা আছেনে? কোহবোৰ খজা হয়নে? হাবিৰামে সব হয় কৰিলে। আকৌ হাতেৰে টিপি চালে, দাঙি চালে, শুঙি চালে— গুটি বেছি নোলাবহে। আচলতে মোক গুটি লাগে। গুটিকেইটাৰ কাৰণেহে কঁঠাল কিনো। এনেয়ে আমাৰ ঘৰত পকা কঁঠাল কোনোৱে

নাখায়, বুইছা। হাবিৰাম ঃ গুটি বহুত ওলাব তোমাৰ। কঁঠালৰ গুটি বৰ সোৱাদ। ইয়াক বহুত ৰকমে খাব পাৰি। ধানৰ উঁহিত (ভাপত) দি, পুৰি, দাইলত দি, পটাত থেতেলিয়াই, ৰঙালাউৰ আগপাতৰ লগত খাৰ দি নানা ৰকমে খাব পাৰি। গ্ৰাহক ঃ গুটি খোৱাৰ কথা মোক শিকাবলৈ আহিছা? কঁঠালৰ গুটি খাই বুঢ়া হ'লো বুইছা। কঁঠালৰ গুটি ঢেঁকীত খুন্দি চানা মাছৰ লগত আদা, নহৰু, কেঁচা জলকীয়া দি জাল দিবা— তোমাৰ দুই গৰাহ ভাত বেছিকৈ যাব। কঁঠালৰ গুটি সিজাই, পিটিকি বৰালি মাছৰ কণীৰ লগত সানি বৰ-ভাজি কৰিবা আৰু দাইলৰ লগত খাবা। আৰু কঁঠালৰ গুটি খাবা মাটিমাহৰ লগত। বুইছা। ঃ হয় দাদি হয়, তুমি গুটিৰ জুতি জানা। দুটা কঁঠাল লৈ যোৱা। কমেও দুই পোন গুটি ওলাব। আজিকালি আলুৰ যিহে দাম। তাতে আকৌ পচা। কঁঠালৰ গুটি খোৱা বহুত ভাল। হাবিৰামে ক'লে আৰু গ্ৰাহকৰ মুখৰ ফালে চালে।

আচলতে গ্ৰাহকজনৰ কঁঠাল কিনাৰ মতলব নাই। বাৰু মই ঘূৰি আহো ৰ'বা। মোৰ বজাৰ হোৱাই নাই, পোনে পোনে তোমাৰ কঁঠালতে চকু পৰিল। গ্ৰাহকে মুখ ঘূৰালে। হাবিৰামে সুধিলে ঃ তেনেহ'লে দুটা ৰাখি থ'মনে দাদি? ৰাখি নথ'বা। গ্ৰাহক আহিলে বেচিবা। আজি মোৰ ডাঙৰ জোঁৱাই অহাৰ কথাও আছে। তেওঁলোকৰ বাৰীত ঢেৰ কঁঠাল। আহিলে তেওঁ কঁঠাল আনিবই। হাবিৰাম হতাশ হৈ গ'ল।

ৰ'দ বৰ চোকা। পকা কঁঠালকেইটাৰ ওপৰত সূৰ্য দেৱতাই উত্তাপ ঢালি দিছে। কাপোৰ অথবা থৈলাৰে ঢাকি থ'লেও গ্ৰাহকৰ চকুত নপৰে; নথ'লেও কঁঠালকেইটাৰ হালধীয়া ৰং গৈ ক'লা ৰঙত পৰিণত হোৱাৰ উপক্ৰম হৈছে। হাবিৰাম মহা চিন্তাত পৰিছে। এবাৰ পাণ বেপাৰীক সুধিলে — তোমাৰ পৰা দুখনমান কলপাত আনিব পাৰো নেকি? বেপাৰীয়ে ক'লে ঃ নাই, মই পাণবোৰ বান্ধি ৰাখিছো যিখিনি আছিল। থাকিলে তুমি ক'ব লাগেনে? সেই কাৰণে পকা কঁঠাল আনিলে কলপাত লৈ আহিব লাগে। মোৰো আজি দিন বেয়া। পাণৰ গ্ৰাহক নায়েই। হাবিৰামে পুনৰাই একো নুসুধিলে।

চকুৰে গ্ৰাহক চাই থাকিল আৰু মনেৰে পুতেক বসন্তৰ কথা চিন্তা কৰিলে। হয়তো সি ভাবি আছে কঁঠালকেইটা বেচা টকাখিনিৰে তাৰ অহা-যোৱা ভাৰাটো হৈ যাব আৰু মাকৰ পৰা অলপ হ'লেও পাব। হাতীৰ শুঁৰত নাই বুলিও চাৰি কলহ পানী থকাৰ দৰে তিৰোতা মানুহৰ হাতত নাই বুলি কুৰি-পঁচিশ টকা থাকে। বসন্তৰ ওপৰতে আশা কৰি আছে ঘৰখনে। বিএটো পাছ কৰিছে যেতিয়া ক'ৰবাত কিবা এটা পাব। সদৰত বহু ঠাইত দৰ্খাস্ত দিছে সি। লোকেল মন্ত্ৰীকো কেবাবাৰো লগ ধৰিছে। তেৱোঁ আশ্বাস দি আছে। ছয়ে ছয়ে যোগ হৈ এদিন বাৰ হ'বই। বৰ নিৰীহ ল'ৰা বসন্ত। গাঁৱৰ সকলোৱে তাক বখানে। কত ল'ৰা আলফা হ'ল, কত ল'ৰাই

চৰকাৰী সাহায্য লৈ ঠিকা-ঠুকলি কৰিলে। সি পৰা নাই। কিয়নো এইবোৰ সুবিধা পাবলৈ প্ৰথমতে কেইহেজাৰমান নিজৰ টকা লাগে। আজিকালি টোপোলা দেখিলেহে টোলোপাই নাচে। কিন্তু নিজৰ টকাখিনি হাবিৰামে কোনো মতেই যোগাৰ কৰিব নোৱাৰে। কোনোৰকম পেটে-ভাতে খাই আছে আৰু বসন্ত আৰু কমলাক পঢ়ুৱাইছে। একেলগে পাঁচ-দহ হেজাৰ টকা হাতত লোৱা কল্পনাৰ অতীত হাবিৰামৰ বাবে। অৱশ্যে বসন্তক এটা কথা কৈ থৈ দিছে হাবিৰামে যে চাকৰিৰ বাবে যদি ক'ৰবাত টকা দিব লাগে তেন্তে পথাৰৰ মাটিখিনিকে বেচি দিব। কিন্তু বসন্তই কৈছে— টকা দি সি চাকৰি নলয়। পৰীক্ষা আৰু ইন্টাৰভিউ দিয়ে সি যুঁজি থাকিব। কিন্তু এই কথা বিশ্বাস নকৰে হাবিৰামে। কাৰণ তেওঁ পথাৰত অইন হালুৱৈৰ লগত চিলিম টানোতে, নামঘৰত ভকতসকলৰ লগত বহোতে শুনিছে যে আজিকালি টকা নিদিলে এটা চাপ্ৰাচীৰ চাকৰিও নহয়। অৱশ্যে মন্ত্ৰী-বিষয়াৰ ঘৰৰ মানুহ হ'লে অন্য কথা বা পাৰ্টিৰ মানুহ হ'লেও অন্য কথা। তেওঁলোকে চাকৰি পাবই। এইবোৰ কথা শুনিলে হাবিৰামৰ বুকু কঁপি উঠে। ভাবে— এনেকুৱাই যদি হয়, মোৰ ল'ৰাই ক'তনো চাকৰি পাব। ছিঃ এনেবোৰ অমঙ্গলীয়া কথা ভবা উচিত নহয়।

হাবিৰামে চিন্তাৰ ৰছীডাল টানি আনি কান্ধত থকা কামিজটোৰ জেপত সুমুৱাই থ'লে আৰু গ্ৰাহকৰ ওপৰত দৃষ্টি নিক্ষেপ কৰিলে। আকৌ গ্ৰাহক এজন আহিল। আহিয়েই কঁঠালকেইটা টিপি চালে। হাবিৰামে পৰম আগ্ৰহেৰে ক'লে ঃ টিপি চাব নালাগে, একেবাৰে গছত পকা কঁঠাল। বৰ মিঠা। লৈ যোৱা, খাই ভাল পাবা ঘৰত। গ্ৰাহক ঃ সেই কাৰণেইতো টিপি চাইছো। মোক পকা কঁঠাল নালাগেহে— কেঁচা কঁঠাল এটাহে লাগে। টাউনত জী-জোঁৱাই থাকে, তাহাঁতলৈ দি পঠিয়াব লাগে। হাবিৰামে ক'লে ঃ বৰ বেছি পকা নাইতো, ইয়াৰে এটা দি পঠিয়াব পাৰিবা। পকা কঁঠাল হ'লেও ই সহজে ভাঙি নাযায়। কঁঠালৰ বাকলি বৰ টান। গ্ৰাহক ঃ নালাগে দিয়া তুমি মোক বুজাবলৈ। কঁঠাল খাই চুলি পকালো। টাউন পায় মানে তোমাৰ কঁঠালৰ কোঁহ ভিতৰতে গেলি যাব, তোমাৰ সেই গুটিকেইটাহে ৰ'বগৈ।

পাণ বেপাৰীয়ে হাবিৰামৰ গ্ৰাহক আহিলে ৰ' লাগি চাই থাকে। গ্ৰাহকৰ মতি-গতি দেখি মাত দিলে— বুঢ়া বাবু, লৈ যাওক। টাউনৰ মানুহে গুটি বৰ ভাল পায়। পচাৰ-কুকাৰত দি সিদ্ধ কৰি, তাতে নিমখ, জলকীয়া, পিয়াঁজ আৰু কেঁচা তেল আনি মদৰ লগত চাটনি কৰি খায় বোলে। আমাৰ ভোগেশ্বৰে আহি আমাৰ আগত এইবোৰ কয় নহয়। সি যিটো বাবুৰ ঘৰত থাকে— তেওঁৰো বোলে কঁঠালৰ গুটিলৈ বৰ খঁক। বাৰিষাৰ দিনকেইটাত বোলে সদায় গুটি আৰু মদ। বুঢ়া গ্ৰাহকৰ খং উঠি গ'ল— কাক তই বুঢ়া বুলি কৈছ অ', তোৰ বাপেৰতকৈ মই সৰু। টাউনৰ সকলো মানুহকে তই গুটিৰ লগত মদ খায় বুলি নাভাবিবি। কথা ভাবি-চিন্তি কবি, বুইছ?

বুঢ়াই চকু লাল কৰি, দাঁত-মুখ কৰচি, হাত দাঙি চিঞৰি চিঞৰি ক'বলৈ ধৰিলে ঃ বুইছ, তই এটা সামান্য পাণ বেপাৰী, মোৰ জোঁৱাইক মদাহী বুলি ক'লি? এক্কে চৰত গাল পাণ ছিৰা দিব। পাণ বেপাৰী ঃ আপুনি ইমান গৰম কিয় হৈছে? মইতো আপোনাৰ জোঁৱাই মদাহী বুলি কোৱা নাই। আপুনি চৰত মোৰ গাল পাণ ছিৰা দিব খুজিছে নহয়; মই আপোনাক পকা কঁঠালৰ কোঁহ হাতেৰে চেপি ৰস উলিওৱা দিম। পাণ বেপাৰীয়ে মূৰৰ গামোচাখন কঁকালত বান্ধি ল'লে।

ইতিমধ্যে হাটৰ মানুহ, বেপাৰী আৰু গ্ৰাহক সমন্বিতে হাবিৰাম আৰু পাণ বেপাৰীৰ চাৰিওফালে গোট খালে। কিছুমানে কাজিয়াখন ৰ' লাগি চাই থাকিল, কিছুমানে সুধিলে— কি হৈছে? কি হৈছে? পাণ বেপাৰীজনে আৰু গ্ৰাহকজনে নিজৰ নিজৰ কথাখিনি চিঞৰি চিঞৰি জুম বন্ধা মানুহৰ আগত ব্যাখ্যা কৰিবলৈ চেষ্টা কৰিলে; কোনোৱে কাৰো কথা নুশুনে। কাজিয়া চাবলৈ অহা মানুহবোৰৰ কিছুমানে গ্ৰাহকজনক দোষ দিছে বোলে জনা-বুজা বুঢ়া মানুহ একোজনে এনেকুৱা কৰা উচিত হোৱা নাই। কিছুমানে দূষিছে পাণ দোকানীক। কোঢ়াল ক্ৰমে বাঢ়িহে গ'ল।

আজিকালি বন্দুক-বাৰুদ, পিষ্টল নোহোৱা কাজিয়াত মানুহ বেছিকৈ গোট খায়। কিছুমানে ৰং চাই ভাল পায়, কিছুমানে উচটাই দি কাজিয়া বঢ়ায়। তাতে হাট-বজাৰৰ কথা আৰু বেলেগ।

এনে ধৰণে চিঞৰ-বাখৰ, কোঢ়াল ক্ৰমাৎ বাঢ়ি থকাৰ মাজতে আৰু কিছুমান মানুহ জান-প্ৰাণ দি দৌৰিছে আৰু মুখেৰে কেৱল উচ্চাৰণ কৰিছে পলা, পলা, দৌৰা, দৌৰা...। কোনোৱে ভাবিছে নিশ্চয় সেনা আহিল, কোনোৱে পুলিচ, কোনোৱে বোমা ফুটিল বুলি ভাবি দৌৰিছে। এই তিনিবিধ বস্তুক মানুহে আজিকালি বৰ ভয় কৰে। এই তিনিটা বস্তুৰ ভয়ত দৌৰা মানুহৰ আগত সাপ, জুই, চিচাৰ খোলা আদি যিয়েই নপৰক তাক ভৰিৰে গচকি পাৰ হৈ যাব। গতিকে সিদিনা বিষমপুৰৰ হাটত বেচিবলৈ অনা গাঁৱৰ মানুহৰ দৈৰ কটা, পকা আম, কঁঠাল, বাঙী, পাণ-তামোল, শাক-পাচলি, গুৰ, চেনি আদি নানা তৰহৰ বস্তু ভৰিৰ গচকত ছেদেলি-ভেদেলি হ'ল, পেটু উঠিল।

খন্তেক পিছতে ৰহস্য উদ্ধাৰ হ'ল— মানুহবোৰে কিহৰ ভয়ত দৌৰিছে। সেনা, পুলিচ, বোমা একো নহয়। আচলতে মৌজাদাৰৰ হাতীটো পগলা হৈ এফালৰ পৰা ঘৰ-দুৱাৰ ভাঙি হাটৰ মাজেৰে সোমাইছে। হাটৰ বস্তু গচকি, লথিয়াই, খাই তহিলং কৰিছে।

সকলোতকৈ দুখ লাগিল হাবিৰামৰ। ইতিমধ্যে মানুহৰ গচকত পকা কঁঠালকেইটাৰ নাৰী ভুৰু ওলাই গৈছিলেই; হাতীৰ গচকত একেবাৰে পাৰৰ প্ৰকাণ্ড শিল বাগৰি মানুহ চেপেটা কৰি দিয়াৰ দৰে নিশ্চিহ্ন হৈ গ'ল। হাতী তাত বৈ নাথাকি আকৌ দৌৰিলে।

মনৰ আঘাতত হাবিৰাম প্ৰথমে নিৰ্বাক-নিষ্পন্দ হৈ ৰ'ল। তাৰ পিছত কান্দিবলৈ ধৰিলে। কান্দি কান্দি নাৰী-ভুৰু ওলোৱা কঁঠালকেইটাৰ গুটিকেইটামানকে মাটিৰ পৰা হাতেৰে চুচি চুচি গামোচাখনত বান্ধিলে। কিয়নো ভাৰ-পাছিযোৰো ইতিমধ্যে মানুহ, হাতীৰ গছকত চূৰ্ণ-বিচূৰ্ণ হৈছিল। কঁঠালৰ এঠাই তেওঁৰ হাত-ভৰি থেপথেপীয়া কৰিছিল। তেওঁ সেইবোৰ গুচাবলৈ বা ওচৰেৰে পুখুৰীটোত ধুবলৈ ইচ্ছা নকৰিলে।

বিষাদ মনেৰে হাবিৰাম ঘৰলৈ উভতিল। পুতেকৰ কথা মনত পৰি বুকুখন চিৰিংকৈ উঠিল — বাচাই হয়তো পইচাৰ কাৰণে আশাপালি বৈ থাকিব! তথাপি হাবিৰামৰ ভগৱানৰ প্ৰতি বিশ্বাস আৰু ভাৰসা আছে। নিজৰ সামৰ্থ্যৰ প্ৰতিও বিশ্বাস আছে হাবিৰামৰ। কিবা এটা উপায় কৰি হ'লেও পুতেকক সদৰলৈ যোৱা খৰচটো দিবই। ৰাতিপুৱা হাটলৈ আহোতে হাবিৰাম যিমান বেগেৰে আহিছিল, ঘৰলৈ ওভতোতে সিমান লাহে লাহে গ'ল। উপায় চিন্তা কৰি গ'ল। উপায় এটা মনত পৰিল।

গাঁৱৰ সীমাৰ তিনিআলিত ৰূপেশ্বৰ মহাজনৰ দোকান। মহাজনে টকাও সুতলৈ দিয়ে। হাবিৰাম তাতেই সোমাল আৰু মহাজনক ক'লে ঃ মোক এশ টকা ধাৰলৈ দিয়া। মহাজনে কিয় টকা লাগে এইবোৰ নোসোধে কাকো। ৰচিদ বহী ছপাই লৈছে— "আজি মোৰ টকাৰ আৱশ্যক হোৱাত শ্ৰীৰূপেশ্বৰ মহাজনৰ পৰা..... টকা ধাৰলৈ ল'লো, ইত্যাদি" ধৰণে। মহাজনে লগে লগে ৰচিদ বহীটো উলিয়ালে, হাবিৰামৰ ছহী ল'লে আৰু দহ টকা কাটি ৰাখি নব্বৈ টকা গণি দিলে, হাবিৰামে গণি ল'লে। এশ টকাৰ এমাহৰ সুত দহ টকা। প্ৰথম সুতটো মূলৰ পৰা কাটিয়েই ৰাখে। নিয়ম। কাবুলীৱালাৰ নিয়ম।

হাবিৰামে মহাজনৰ মিঠাতেলৰ টিনটোৰ ওচৰলৈ গৈ হাতৰ তলুৱাত তেল এক-তলুৱা ল'লে আৰু কঁঠালৰ এঠা লগা ঠাইবোৰত ঘঁহি লৈ এঠাবোৰ এৰুৱালে আৰু গাঁৱৰ পুখুৰীটোত হাত-ভৰিবোৰ ভালদৰে ধুলে। এইবাৰ হাবিৰামৰ মনটো অলপ ফৰকাল ফৰকাল লাগিল। ঘৰ পোৱাৰ আগতে আৰু এটা বুদ্ধি পাঙিলে হাবিৰামে। কঁঠাল বেচা বিপৰ্যয়ৰ কথাটো ফুলেশ্বৰী আৰু বসন্ত, কমলাক নকোৱাটোৱে ভাল হ'ব। মনৰ আঘাতখিনি সিয়ে অকলে পাওক— ঘৰৰ বাকীকেইটা প্ৰাণী আনন্দত থাকক। ঘৰৰ মুৰব্বীজনে সকলোবোৰ দুখৰ কথা পৰিয়ালৰ আগত ক'ব নালাগে।

ঘৰ পাই টকাখিনি ফুলেশ্বৰীৰ হাতত দিলে। ফুলেশ্বৰীৰ আনন্দত হিয়া উপচি পৰাৰ দৰে হ'ল। হাবিৰামক ক'লে ঃ আজি বৰ দাম পালাহে কঁঠালকেইটাত। ঈশ্বৰে চকু মেলি চালে। কাইলৈ ৰাতিপুৱাই বসন্ত সদৰলৈ যাব পাৰিব। আৰু ক'লে ঃ গাটো তিয়াই আহা, মই ভাত বাঢ়োৱেই...। ❑

# তেওঁ নপলোৱাটোকে ঠিক কৰিলে!

সিদিনাখন সন্ধিয়া বজাৰৰ ওচৰৰ আহত গছজোপাৰ তলত এখন সভা বহিল। চাৰিওফালৰ পৰা সদৌ গুৱাহাটী লগুৱা সংঘৰ সাধাৰণ সদস্য, কমিটীৰ সভ্যসকল আহি তাত গোট খালে। তেওঁলোকৰ সভা-সমিতি সাধাৰণতে আহঁতৰ তলতে বহে। নগৰৰ ডাঙৰ ডাঙৰ সদন, ভৱনবোৰ ভাড়া কৰি সভা পতাৰ তেওঁলোকৰ সাহসো নাই আৰু সামৰ্থ্যও নাই। তদুপৰি গোটেই দিনটো সভাপতি সময় কটাবলৈ তেওঁলোকৰ সুবিধাও নাই। সেয়ে সন্ধিয়া বজাৰলৈ আহিলে আহঁতৰ তলতে তেওঁলোক সমবেত হয় আৰু ইজনে সিজনৰ খবৰ-বাতৰি লৈ, মনৰ ভাব বিনিময় কৰি ঘৰাঘৰি গুচি যায়।

তেওঁলোকে কমিটী এখনো গঠন কৰি লৈছে। বিদ্যা-বুদ্ধি থকা লগুৱাও তেওঁলোকৰ মাজত ভালেকেইজন আছে। সেই কেইজনকে সভাপতি, উপ-সভাপতি, ছেক্ৰেটাৰী, কোষাধ্যক্ষ, সদস্য আদি মনোনীত কৰি কমিটীখন গঠন কৰি লৈছে। কমিটীখনৰ কথা মতেই বাকীবোৰ সাধাৰণ সদস্য চলে। কিবা সমস্যাত পৰিলে, অভিযোগ থাকিলে— কমিটীক মৌখিকভাৱে জনায়।

সাধাৰণ সদস্যসকলৰ নানা অভিযোগ। কোনোৱে জনায় যে তেওঁ বহুত দিন ধৰি মণি হাকিমৰ ঘৰত থাকিল— কিন্তু আজিলৈ একো এটা হোৱা নাই। প্ৰথম ছমাহ ঘৰত এপ্ৰেনটিচ খটাৰ পিছতে তেওঁৰে অফিচৰ চাপ্ৰাচী কৰি দিব বুলি তেওঁক গাঁৱৰ পৰা লৈ আহিছিল; অথচ ছমাহ ক'ত, আজি ডেৰ বছৰ হ'ল চাকৰিৰ কোনো উমঘামেই নাই। কোনোৱে আভিযোগ কৰে যে তেওঁৰ নামত হৰি চাহাবে দৰমহা খাই আছে। তেওঁ দৰমহাৰ বিলত চহীহে কৰে; কিন্তু পইচাটো লয় চাহাবে আৰু তাক মাহে তিনিকুৰি হিচাপত দৰমহা দি ঘৰৰ সমস্ত কাম কৰায়। এনে ধৰণৰ চাকৰি দিম বুলি ফুচুলাই আনি ঘৰতে লগুৱা ৰাখি সময়ত মাহেকৰ মূৰত দৰমহাখিনিও নিদি কাম কৰাই পিঠিৰ হাড় বেঁকা কৰা অভিযোগ এশ এটা কমিটীৰ সভাপতি, ছেক্ৰেটাৰীৰ হাতত পৰি আছে। এইবোৰৰ বিচাৰ কৰিবলৈ সভা বহুৱাব পৰা নাই।

তদুপৰি আজি কেইবছৰমানৰ পৰা দেশৰ পৰিস্থিতি বৰ বেয়াৰ ফালে যোৱাত

তেওঁলোকৰ এনেদৰে সন্ধিয়া জুম পাতি কথা কোৱাও বৰ বিপদ হৈছে। পাঁচজন মানুহ এক ঠাইত গোট খাই কথা পাতিলেই বন্দুক লৈ থকা মানুহবোৰে খেদি আহি ধৰি লৈ যায়। থানাত, কেম্পত নি সুমুৱাই থৈ বন্দুকৰ নালেৰে খুন্দিয়ায়। লগুৱা সংঘৰো এনে বিপদ এদিন হৈছিল। এজন লগুৱাৰ মালিকৰ ঘৰত এদিন টকা হেৰাল। ঘৰৰ মালিকে তাকেই চোৰ বুলি ধৰিলে। সি শপত খালে, কাণত ধৰিলে, কান্দিলে-নাই মালিকনীয়ে বিশ্বাস নকৰে। তাক মাৰিলে। মাৰত সি দেদাউৰি পাৰি কান্দিলে—তাক সহায় কৰোতা কোনো নাই। কিন্তু টকা পিছত ওলাল। মালিকিনীৰ ভায়েক এটাই কামটো কৰিছিল। সি সেই টকাৰে হঠাৎ কাপোৰ-কানি কিনি পায়তাৰা মাৰি ঘৰলৈ আহোতে মালিকে তাক জেৰা কৰাত সি সৈ কাঢ়িলে।

এই অভিযোগটো জনাবলৈ অহাত তেওঁলোক আটাইবোৰ আহঁতৰ তলত মিলিত হৈ কথাটো শুনিবলৈ ধৰিছিল। তেনেতে পুলিচৰ টিম এটা আহি তেওঁলোকক কিলালে আৰু অভিযোগ দিবলৈ অহাজনকে ধৰি-বান্ধি লৈ গ'ল। সভাপতি আৰু ছেক্রেটাৰী গৈ থানাৰ অ'চিৰ হাতে-ভৰি ধৰি, কথাটো বুজাই কৈ তেওঁক খালাচ কৰি আনিলে। পিছদিনা অৱশ্যে বাতৰি কাকতত ওলাইছিল ঃ আহঁতৰ তলত এজন সন্দেহযুক্ত যুবকক চোৰ বুলি ভাবি কৰায়ত্ত কৰা হয় আৰু পিছত জামিনত এৰি দিয়া হয়।

এনেবোৰ কাৰণতে আজিকালি আহঁতৰ তলত বৰকৈ গোট খাব নোৱাৰে। সমবেত হোৱাৰ সময়টোও তেওঁলোকে সলনি কৰাৰ প্ৰস্তাৱ লৈছিল। কিন্তু তাতো অসুবিধা। ৰাতিপুৱা তেওঁলোকে ওলাবই নোৱাৰে। ঘৰখনত বহুত কাম। কিছুমানে চাহাব-চাহাবনী, ল'ৰা-ছোৱালীক খুৱাই-বুৱাই, ধুৱাই উলিয়াই পঠিয়াব লাগে। কিছুমানে আকৌ চাহাবৰ লগতে যাব লাগে- গতিতে দুপৰীয়াও লগ হোৱাৰ বৰ অসুবিধা। কিন্তু সন্ধিয়া হ'লে— প্ৰায়বোৰেই হাতত মোনা লৈ বজাৰলৈ আহিবলৈ সুবিধা পাই আৰু বজাৰ কৰিবলৈ নলগা বোৰেও কেঁচুৱা-ঠেলা গাড়ী লৈ অথবা কুকুৰক শৌচ প্ৰস্ৰাৱ কৰোৱাৰ ছলেৰে ওলাই আহিব পাৰে। গতিকে সকলোৰে প্ৰশস্ত সময় হিচাপে সন্ধিয়াটোকেই সভাপতাৰ উত্তম কাল বুলি গণ্য কৰিছিল। আৰু বিশেষ প্ৰয়োজন হলে তাত সভা পাতিছিল।

মাজে-সময়ে তেওঁলোকৰ কমিটীখনৰ নিৰ্বাচন পাতি সালসলনিও কৰিবলগীয়া হৈছিল। কিয়নো ইতিমধ্যে দুই-এজন সভাপতি, ছেক্রেটাৰীয়ে চৰকাৰী সুবিধা পাই সংঘ ত্যাগ কৰিছিল। কিছুমানে অৱশ্যে চাকৰি-বাকৰি পায়ো সংঘ এৰিছিল। কিছুমানে সংঘৰ চান্দা, দান, বৰঙণি দিব নোৱাৰা বাবেও সংঘৰ পৰা নাম কটা গৈছিল- এনে কেবাটাও কাৰণত সংঘৰ সভাপতি, সম্পাদক, কোষাধ্যক্ষ পদৰ বাবে নিৰ্বাচন হৈছিল।

তেওঁলোকৰ কোনো লিখিত কাৰ্যসূচী বা হিচাপ-নিকাচ আদি লিখিতভাৱে ৰখা নিয়ম নাছিল। সকলো কাম মুখে মুখেই চলিছিল। আনকি তেওঁলোকৰ এখন অলিখিত সংবিধানো আছিল।

সংবিধানখনত তেওঁলোকে কুৰিটা নিয়ম বা দফা ৰাখি তাক ৰচনা কৰিছিল। যেনে — (১) সকলোৱে সভাপতি, সম্পাদকৰ কথামতে চলিব লাগিব। (২) বছৰত এবাৰ নিৰ্বাচন হ'ব। (৩) নিৰ্বাচনৰ খৰচ সংঘৰ তহবিলৰ পৰা খৰচ কৰিব। (৪) মাহে মাহে সংঘৰ চান্দা সোধাব লাগিব। (৫) মালিকৰ ঘৰত সকলো কাম কৰিব নোবাৰিব। (৬) মালিকৰ কোনো ডাঙৰ ছোৱালী-বোৱাৰী বা পৰিবাৰে পিন্ধা কাপোৰ ধুব নোৱাৰিব। (৭) ভাত খোৱা বাচন-বৰ্তন ধুব, কিন্তু কোনো মালিকে যদি বাচনত হাত-মুখ ধোৱে সেই বাচন নুধুব। (৮) দূৰৰ পৰা পানী কঢ়িয়াই নানিব। (৯) অনিবাৰ্য কাৰণবশতঃ কেতিযাবা দুই-এবাল্টি পানী আনিব লাগিলেও মাত্ৰ খোৱাৰ বাবদ যিখিনি লাগিব— সেইখিনিহে আনিব। (১০) বাথৰুমত পানীৰ যোগান নধৰিব। (১১) মালিকে প্ৰত্যেককে ঘৰত কাম কৰা অৱস্থাত হাফপ্যাণ্ট আৰু বাহিৰলৈ অহা অৱস্থাত ফুলপ্যাণ্ট দিব লাগিব। (১২) মালিকে বিয়া বাৰু, অন্নপ্ৰাসন খাবলৈ গ'লে লগত নিব লাগিব। (১৩) বছৰত দুবাৰকৈ ঘৰলৈ যাব দিব লাগিব, তদুপৰি তেওঁলোকৰ নিজ গাঁৱত যদি কাৰোবাৰ খাঁটি বিয়া, তোলনী বিয়া, মৃতকৰ খাহী মৰা ভোজ, ল'ৰা-ছোৱালী জন্ম হ'লে অশৌচীয়া নাম-প্ৰসঙ্গ আদি কাৰণতো যাব দিব লাগিব। (১৪) বজাৰৰপৰা ঘূৰি গ'লে পইচাৰ হিচাপ ল'ব নোৱাৰিব। (১৫) বছৰত দুবাৰ ঘৰলৈ যাওঁতে দুযোৰ নতুন কাপোৰ দিব লাগিব, মানে পূজা আৰু বিহুত। (১৬) অসুখ হলে হাস্পতালত থ'ব নোৱাৰিব। নাৰ্ছিং হোমত থ'ব লাগিব। আৰু ঘৰৰ পৰা খাদ্য নি মালিকে নিজ হাতে খুৱাব লাগিব। (১৭) পুৱা গধূলি ভাত খাওঁতে মালিকৰ পৰিয়ালৰ লগত একেলগে ভাত দিব লাগিব। (১৮) একো বস্তু এৰি খাব নোৱাৰিব। মালিকে যি খায় তাকে দিব লাগিব। (১৯) সপ্তাহত এদিন চিনেমা চাবলৈ দিয়াটো বাধ্যতামূলক কৰিব লাগিব। (২০) জোতা-চেণ্ডেলত ৰং দিবলৈ বাহিৰলৈ পঠিয়াব নোৱাৰিব।

এনেদৰেই এখন সংবিধান ৰচনা কৰি প্ৰত্যেকজন সভ্যই তাক মুখস্থ কৰিছে। সেইমতেই কাম চলাযো আছে। আজিৰ সভাখন আহ্বান কৰাৰ কাৰণো সেয়াই। ঘটনাটো এনেধৰণৰ।

এজন সভ্যৰ মালিকে সংবিধানৰ নিয়ম ভংগ কৰাত তেওঁ সংঘক গোচৰ দিছে। আজি কেবাদিনো হ'ল। সভাপতিৰ অনুপস্থিতিৰ বাবে সভাখন বহিব পৰা নাছিল আজি অতদিনে। সভাপতি ঘূৰি অহাত আজি সভাখন অনুষ্ঠিত হৈছে। বেছি পলম কৰিব নোৱাৰি। চাৰিওফালে পুলিচ-মিলিটাৰী ঘূৰি আছে। কাইলৈ অসম বন্ধ হ'ব পাৰে। গতিকে পহৰা বৰ কটকটীয়া। অন্য কিবা সংগঠন বুলি ধৰি নিব লাগিলে মহা পয়মাল হ'ব— ছেক্ৰেটাৰীয়ে উপস্থিত সভ্যসকলক কথাটো বুজাই ক'লে আৰু সভ্যজনৰ কি আপত্তি ৰাইজৰ আগত ব্যাখ্যা কৰিবলৈ দিলে।

সভ্যজনে থিয় হৈ হাতযোৰ কৰি ক'লেঃ ৰাইজসকল আমাৰ মালিকে মোৰ ক্ষেত্ৰত আমাৰ সংঘৰ সংবিধানৰ ১৮ নং অনুচ্ছেদৰ নিয়ম ভংগ কৰি মোক কুকুৰৰ ভাত খাবলৈ দিছে। কোনোৱে বুজি পোৱা নাই। ভালদৰে বুজাই ক'বলৈ ক'লে। তেওঁ আকৌ ক'লেঃ মানে, মোক মালিকৰ পৰিয়ালৰ লগত একেলগে খাবলৈতো নিদিয়েই, আনকি তেওঁলোকে যি জহাচাউলৰ ভাত খায়, সেই ভাত মোক নিদিয়ে। মোৰ ভাতকেইটা সদায় কুকুৰটোলৈ ৰন্ধা ভাতৰ লগত কন্ট্ৰলৰ দুটকা দামৰ চাউলেৰে ৰান্ধে। প্ৰথমতে মই কথাটো ধৰিব পৰা নাছিলো; কিন্তু এদিন কাম কৰা ছোৱালীজনীয়ে মোক কথাটো ক'লে। মই প্ৰতিবাদ কৰাত ক'লেঃ তোকো আমাৰ লগত জহাচাউল খুৱাম নেকি? নবাবৰ বেটা ওলাইছহি.... ইত্যাদি। মই ক'লো যে মোক জহাচাউল নালাগে, আইজং ধানৰ চাউলকে ৰান্ধি দিয়ক। ঃ তোৰ কাৰণে গেছ পুৰি আৰু বেলেগ আইজং ৰান্ধো, আমাৰ কাৰণে এবাৰ ৰান্ধো, কুকুৰটোৰ কাৰণে এবাৰ ৰান্ধো- আমাৰ আৰু কাম নাই। গেছ আনোতে দুদিন তোৰ তাতেই যায়। এনেদৰে ক'লে। গতিকে ৰাইজ, ইয়াৰ এটা বিহিত ব্যৱস্থা কৰক।

কথাটো শুনি সকলোৱে হৰি হৰি স্মৰিলে। এনে অমানুহৰ কাম কৰা মালিকো আজি আমাৰ দেশত আছেনে বুলি সকলোৱে প্ৰশ্ন তুলিলে। কিছুমান সভ্যই উত্তেজিত হৈ মুখ্যমন্ত্ৰীক এখন স্মাৰকপত্ৰ দিবলৈ চিঞৰি চিঞৰি ক'লে। কিছুমানে আমাক ইয়াৰ সুবিচাৰ লাগে বুলি উত্তেজিত হ'ল। সভাপতিয়ে সকলোকে ক্ষান্ত হ'বলৈ অনুৰোধ কৰিলে। উত্তেজিত হৈ কোনো লাভ নাই। আমি বুদ্ধি এটা উলিয়াব লাগিব। চিন্তা কৰিব লাগিব। আলাপ-আলোচনাৰ মাজেৰে আমি কাম সমাধা কৰিব লাগিব বুলি সভাপতিয়ে ভাষণ দিলে। ছেক্ৰেটাৰীয়ে ক'লেঃ এনেবোৰ সমস্যাৰ কাৰণে আমি, মানে দুই-এটা সাধাৰণ কাৰণতে মুখ্যমন্ত্ৰীৰ ওচৰলৈ গ'লে আমাক ভাল ব্যৱহাৰ নকৰিব। আমাৰ সমস্যা আমিয়ে সমাধান কৰিব লাগিব।

সভা কাহ পৰি জীণ গ'ল। প্ৰত্যেকেই সভাপতিয়ে কি ৰায় দিয়ে তাৰ বাবে অপেক্ষা কৰিলে। ইপিনে পলমো হৈছে। ঘৰৰ মালিকৰ গালি খাব লাগিব। মোনাবোৰ হাতত জুলি আছে। মোনাৰ ভিতৰত থকা মাছবোৰৰ গোন্ধ বাহিৰ হৈছে। বেছি পলম কৰিলে মাছবোৰ গেলি যাব। তাৰ কাৰণেও আকৌ গালি খাব লাগিব। গতিকে সোনকালে ৰায় ঘোষণা কৰিব লাগে।

সভাপতিয়ে পলম নকৰিলে। তেওঁ ক'লে যে প্ৰথমে মালিকক কথাটো আৰু এবাৰ অনুৰোধ কৰি চাব লাগে। যদি তেওঁ তাতো কথা নামানে, তেন্তে তেওঁ ঘৰ এৰি পলাই যাব। সভ্যজনে ক'লেঃ মালিকক কৈ লাভ নাই। বহুতদিন ক'লো। কোনো ফল নধৰিলে। গতিকে পলাই অহাটোৱেই উচিত হ'ব।

শেষত সেইটোৱেই সিদ্ধান্ত হ'ল। লগে লগে আন এজন সভ্যই ইতিমধ্যে পলাই আহিবলৈ কৰা সিদ্ধান্তৰ কথাও ঘোষণা কৰিলে। তেওঁ পলাই যোৱাৰ কাৰণ কি

সভাপতিয়ে সোধাত ক'লে যে সংবিধানৰ ১৯ নং ছেদ অনুসৰি তেওঁক মালিকে কোনো দিনেই চিনেমা চাবলৈ দিয়া নাই। যোৱা ১৫ আগষ্টৰ দিনাখন বিনামূলীয়াকৈ দেখুওৱা চিনেমাখন চাবলৈ পঠিয়াইছিল; কিন্তু কাৰেণ্ট নথকাত চিনেমা নহ'ল। মালিকে ল'ৰা-ছোৱালী লগত লৈ ৰাতি ঘৰত ভিডিঅ' চায়, মোক চাবলৈ নিদিয়ে। গতিকে সেইখন ঘৰত মই আৰু নাথাকো।

সভা ভঙ্গ হ'ল। কাইলৈ সন্ধিয়া বজাৰলৈ অহাৰ ছলেৰে ইয়াত তেওঁলোকে সমবেত হ'ব আৰু ইয়াৰ পৰাই তেওঁলোকক সংঘই বিদায় দি গাড়ীত তুলি দি আহিব। কথাটো যাতে কোনোৱে নাজানে তাৰ বাবে সতৰ্ক হ'ব লাগিব।

ওচৰা-উচৰিকৈ থকা দুজন সভ্যই এইদৰে সভাত যোগদান কৰি ঘৰলৈ যাওঁতে কথা পাতি যায়। এজনে ক'লেঃ আজিকালি চাকৰ-বাকৰ থকা বৰ টানেই হৈ পৰিছে। ঘৰৰ মালিকবোৰে প্ৰতি কথাতে সন্দেহ কৰে। সিদিনা এজন মালিকৰ ছোৱালীৰ লগত লগুৱা এটাৰ লেটি-পেটি হৈ ছোৱালীজনীক হত্যা কৰা ঘটনাৰ কাৰণে মানুহে চাকৰ ৰাখিবই নোখোজে। আনজনে ক'লেঃ আমাৰ মালিকৰ ছোৱালীয়েই নাই, সিয়ো ক'বলৈ ভাল। মই অৱশ্যে ছোৱালী থকা ঘৰতো চাকৰি পাইছিলো, কিন্তু দৰমহা কমকৈ দিয়ে কাৰণে নাথাকিলো। কিন্তু ছোৱালী বেছি থকা ঘৰত চাকৰৰ কাম বহুত কম। কিয়নো ছোৱালীবোৰে কাম আগত থাকিলে বহি থাকিব নোৱাৰি নিজেই কামত ধৰে। তেতিয়া আমাৰ বৰ সকাহ হয়।

পলাব খোজা দুজনো কিছুদূৰ লগ হৈ গ'ল। দুয়ো সময় ঠিক কৰি ল'লে— যত কোনোৱে কাকো বজাৰত বিচাৰি ফুৰিবলগীয়া নহয়। কিন্তু দুয়োৰে দুটা সৰু ছুটকেছ আছে- সেই দুটা কেনেকৈ পাৰ কৰা যায়। তাকে চিন্তা। অসুবিধা হ'লে ছুটকেছ এৰিবই লাগিব। এনেবোৰ কথা পাতি দুয়ো যথাস্থানত এৰা-এৰি হ'ল।

পিছদিনাখন যথা সময়ত যথাস্থানত সংঘৰ প্ৰায়বোৰ সভ্যই উপস্থিত হ'ল। পলোৱা প্ৰাৰ্থীৰ এজন, যিজনৰ মালিকে চিনেমা চাবলৈ নিদিয়া বাবদ পলোৱাৰ সিদ্ধান্ত লৈছিল- তেওঁ আহি যথা সময়তে উপস্থিত হৈছিল। কিন্তু আনজন, যিজনক কুকুৰৰ লগত ৰন্ধা ভাত খাবলৈ দিয়াৰ বাবদ পলোৱাৰ সিদ্ধান্ত হৈছিল- সেইজন সভ্য আহি পোৱা নাছিল। কিন্তু খন্তেক পিছতে হাতত মোনাখন, মানে মালিকৰ বজাৰ কৰা মোনাখন লৈ উপস্থিত হ'ল।

সকলোৱে উদ্বিগ্ন হৈ তেওঁক অপেক্ষা কৰি আছিল। আহি পাওঁতে পলম হোৱা বাবে সকলোৱে একেমুখে প্ৰশ্ন কৰিলেঃ কি ঐ, পলম কৰিলি কিয়? গাড়ী গুচি যাব-তোৰ কাৰণে গাড়ীখন ৰৈ নাথাকে নহয়। আমাৰো কিবা কাম নাইনে? তই পলাবি, মালিকৰ গালি খাম আমিয়েই। তই একেবাৰে ওলাই অহা নাই নেকি? বজাৰ কৰা ভেশতেই আহিছ দেখোন? কি কথা?

সকলোৰে প্ৰশ্নবোৰ হৈ যোৱাৰ পিছত তেওঁ উত্তৰ দিলেঃ ৰাইজসকল, মই নাযাওৱেই নেকি! সভ্যসকলৰ উৎকণ্ঠা বাঢ়ি গ'ল। কিয়? কিয়? কিয়?— প্ৰশ্নৰ উপৰি প্ৰশ্ন। সভাপতিয়ে সকলোকে ক্ষান্ত হ'বলৈ ক'লে। তেওঁ এইবাৰ সুধিলেঃ তেনেহ'লে তুমি মালিকক অনুৰোধ কৰি চোৱাত মান্তি হ'ল। তোমাক কুকুৰলৈ ৰন্ধা ভাত আৰু নিদিয়ে। বেছ ভাল কথা। মই কৈছিলোৱেই নহয়- ভালদৰে অনুৰোধ কৰিলে মালিকসকলে কিয় মৰম নকৰিব। সকলোৰে দয়া-মৰম বুলি বস্তু এটা আছে নহয়। আমি মালিকসকলৰ সুবিধা-অসুবিধাৰ কথাও সময়ত ভাবি চাব লাগিব। পোনে পোনে মালিকক দোষ দিলে নচলিব।

এইবাৰ তেওঁ ক'লেঃ মোৰ নোযোৱাৰ কাৰণ সেইটো নহয় ৰাইজসকল, সভাপতি মহাশয়। তেনেহ'লে কি???— আকৌ উৎকণ্ঠা-উদ্বিগ্নতা বাঢ়ি গ'ল সকলোৰে। কি কৰ? নকৰ কেলেই?

ঃ মোৰ ক'বলৈ লাজেই লাগে।

সঁচাকৈয়ে তেওঁ ক'বলৈ লাজ কৰিছে। মুখত লাজৰ মিচিকিয়া হাঁহি। ঠিক যেন ন-কইনা দৰাৰ লেখীয়া।

ঃ যোৱাকালি ৰাতি মালিকে ডাঙৰজনী ছোৱালীক পঢ়ুৱাইছিল। তেওঁ পঢ়াত বৰ ভাল নহয়। যোৱা কেবাবেলিও পৰীক্ষাত ফেল কৰিছে। মালিকে কিবা এটা অঙ্ক নে চঙ্ক কৰিবলৈ দিছিল হবলা নোৱাৰিলে। বাৰে বাৰে শিকাই দিয়াতো নোৱাৰিলে। তেতিয়া মালিকে এপাত ইস্কেলেৰে খুব পিটিলে আৰু ক'লেঃ বেটী গাধী তোক কোনে বিয়া কৰাব, তোক মই চাকৰ ল'ৰাক বিয়া দিম। তই তাহাঁতৰহে উপযুক্ত। মই কাষতে কথাটো শুনি আছিলো। চিন্তা কৰি কৰি গোটেই নিশা টোপনিয়ে নহ'ল। ভাবি ভাবি ঠিক কৰিব নোৱাৰিলো। শেষত পলাই নোযোৱাটোকে ঠিক কৰিলো। মাৰৰ কোবত তেওঁ যেনেকৈ কান্দিছে- মোৰ বেয়াই লাগিছে। মোৰো চকুপানী ওলাইছে।

ইয়াৰ পিছত কেৱল হাঁহি। কেৱল হাঁহিৰ ৰোল! সভাপতিয়ে ক'লেঃ এওঁক গাধলৈ ৰন্ধা দানাহে খুৱাব লাগে। আকৌ হাঁহি। হাঁহিৰ ৰোল চাৰিওফালে বিয়পি পৰিল। বজাৰৰ দুই-চাৰি মানুহো আহি গোট খালে। তেনেতে কেইটামান প্ৰকাণ্ড প্ৰকাণ্ড যুদ্ধৰ ঘোঁৰাত উঠি কেইজনমান পুলিচ আহি তাতে ৰ'ল। ঘোঁৰাৰ পৰা জাঁপ মাৰি নামি হাতত থকা বেতেৰে দুটামানক কোব দিলেঃ কি হৈছে ইয়াত? কিহৰ মিটিং ৰাস্তাই-ঘাটে....। নিমিষতে সকলোবোৰ চলন্ত ট্ৰাকৰ টায়াৰৰ চেপাত শিলগুটি উফৰি যোৱাৰ দৰে দৌৰি পলাল। তৰা-নৰা ছিঙি দৌৰিলে। কোনোৱে কাৰো খবৰ ল'বলৈকো সময় নাপালে। ❑

# সেতু বন্ধন

কুলেন বৰা আৰু প্ৰতাপ শৰ্মা দুজন ডাঙৰ বিষয়া। দুয়ো একেখন অফিচতে চাকৰি কৰে। বিভাগ বেলেগ বেলেগ। বৰ ডাঙৰ চৰকাৰী অফিচ। দুয়োৰে প্ৰতিপত্তি সমানে। কিন্তু ৰাতিটোৰ ভিতৰতে হাতীটো কিনিব পৰা অৱস্থা দুয়োৰে নহয়। এম.এল.এ., মিনিষ্টাৰ, সচিবসকলৰ লগত ওতপ্ৰোত সম্পৰ্ক মিঃ বৰাৰ। তলতীয়াসকলে সন্মান বৰ বেছি নকৰে; কিন্তু ভয় কৰে। প্ৰতিপত্তি থকা লোকক সকলোৱে ভয় কৰে।

কুলেন বৰা সদায় উৎফুল্লিত হৈ থাকে। ঠাগুাত ছুট-টাই, গৰমত চফাৰি পিন্ধে। চিগাৰেট, জৰ্দাপাণ খায়। কফি আৰু চাহো খায় আধুনিক ধৰণে। গৌৰৱত প্ৰায় ওফন্দি থকাৰ দৰেই খোজকাঢ়ে, বহে, কথা কয়। দুই এজন শ্ৰোতা পালেই নিজৰ গৌৰৱৰ কথা কয়।

প্ৰতাপ শৰ্মাৰ আকৌ স্বভাব-চৰিত্ৰ বৰাৰ বিপৰীত। তেওঁৰো পিন্ধা-উৰা, খোৱা-লোৱা ভালেই। কিন্তু তেওঁ সদায় দুখমনে থাকে। কাৰো লগত কথা-বতৰা নাপাতে। অফিচৰ কামৰ দৰ্কাৰী কথাখিনিহে পাতে। নিজৰ কামখিনিও ঠিকমতেই কৰে। কিন্তু সদায় নিৰানন্দ। কাম নথকা সময়খিনিও গালে-মুখে হাত দি বহি থাকে। দীঘলকৈ হুমুনিয়াহ কাঢ়ে। মুঠতে শৰ্মা মানুহজন সদায় দুখমনেই থকা সকলোৱে লক্ষ্য কৰি আছে।

কুলেন বৰাৰ গৌৰৱ আৰু প্ৰতাপ শৰ্মাৰ দুখ বেছি দিনৰ নহয়। যোৱা কেইদিনমানৰ পৰা এই-দুটা উপসৰ্গ দুয়োৰে গাত বিৰাজ কৰিছে। এইবোৰ কথা লক্ষ্য কৰি আছে বেছিকৈ মনোহৰ কাকতীয়ে। কাকতী বৰ চতুৰ লোক। কেৰাণীৰ পৰা আন্দাৰ ছেক্ৰেটাৰী হৈছে। বয়সত বৰা আৰু শৰ্মাতকৈ ডাঙৰ কাৰণে চাকৰিত সৰু হ'লেও তেওঁলোক দুয়োৰে লগত সমানে কথা পাতে। কাকতীয়ে ভাবিছে। শৰ্মা আৰু বৰা ছাৰৰ মাজত নিশ্চয় কিবা এটা লাগিছে, নহলে শৰ্মাই এনেদৰে সদায় বিমৰ্ষ হৈ নাথাকে। বৰাই নিশ্চয় এই কাজিয়াত জয়লাভ কৰিছে আৰু সেইকাৰণে গৌৰৱত উৎফুল্লিত হৈ থাকে।

মনোহৰ কাকতীয়ে কথাটোৰ এটা আঁতিগুৰি ল'বলৈ ইচ্ছা কৰিলে। যদি সঁচাকৈয়ে কাজিয়া লগাটো হয় তেন্তে তেওঁ কাজিয়াখন ভাঙি দিব আৰু যদি অন্য কাৰণতো দুয়ো গৌৰৱান্বিত আৰু বিমৰ্ষ হৈছে, তাৰো নিৰাকৰণৰ উপায় এটা থিৰাং কৰিব। অৱশ্যে এনেবোৰ ক্ষেত্ৰত মনোহৰ কাকতীৰ চৰিত্ৰ সদায় মহাভাৰতৰ শকুনিৰ দৰে। যুধিষ্ঠিৰকো ভাল বোলে, দুৰ্যোধনকো উচটাই দিয়ে। যেন প্ৰতিশোধৰ অগ্নি ভিতৰি ভিতৰি জ্বলি আছে। এনে ধৰণৰ চৰিত্ৰ মনোহৰ বাবুৰ। তেওঁৰ উদ্দেশ্য হ'ল- বৰা ছাৰৰ আনন্দ আৰু গৌৰৱৰ উৎসটো ভালদৰে জানি লৈ আকৌ উচটাই দিয়া আৰু শৰ্মা ছাৰৰ বিমৰ্ষৰ কাৰণটো জানি লৈ তেওঁক আৰু অধিক বিমৰ্ষ কৰি তোলা। আনন্দ আৰু গৌৰৱত ওফন্দি থকা মানুহে নানা অপকৰ্ম কৰে। সমাজৰ ক্ষতিসাধন কৰে। সদায় বিমৰ্ষ আৰু দুখত থকা লোক হীনমন্যতাত ভোগে। শৰীৰত নানা ৰোগে দেখা দিয়ে। বেমাৰ হৈ হাস্পতালত পৰি থাকে। লোকেলত ভাল নহ'লে বাহিৰলৈ যায়। সৰ্বাস্বান্ত হয়। শেষত মৃত্যুমুখতো পৰে। এনেবোৰ কুচিন্তা শকুনি বাবুৱে মনত সুমুৱাই ল'লে আৰু কামত অগ্ৰসৰ হ'ল।

তেওঁ প্ৰথম দিনা কুলেন বৰাৰ ওচৰলৈ গ'ল। গুডমৰ্নিং ছাৰ বুলি কৈ সমুখৰ আসনত বহিল। কাকতীৰ এটা গুণ আছে- যিকোনো কথাৰে আৰম্ভণি কৰিবলৈ সময় নালাগে। ভবা-চিন্তা, দ্বিধা-সংকোচ একো নাই। বৰাই কাকতী যোৱা কাৰণে ভালো পালে। নিজৰ গৌৰৱৰ, আনন্দৰ কথা ক'বলৈ মানুহো লাগে। কাকতীয়ে আৰম্ভ কৰি দিলেঃ ছাৰ, এনেয়ে এবাৰ আহিলো। কোনো কেছ লৈ অহা নাই। আপোনাৰ ওচৰলৈ আহিবলৈ বৰ ভাল লাগে। আপুনি সদায় আনন্দমনে থাকে। তামাচা-স্ফূৰ্তি কৰি থাকে। আমাৰ ষ্টাফেও আপোনাক ভাল পায়। সঁচাকৈ আমাক এনেকুৱা বঁছ লাগে। তেতিয়াহে অফিচৰ কাম-কাজ ভালদৰে চলে।

কুলেন বৰা একেবাৰে পমি গ'ল। গৰম চাহত চেনি পমা দিলে নিমিষতে। কলিং বেল টিপিলে। খৰ্গেশ্বৰ দৌৰি আহিল।

ঃ শুন, তিনি কাপ কফি আন। লগত ফিফটি ফিফটি বিস্কুট দিবি। একাপ তয়ো খাবি। দুখন এশ বিশ জৰ্দা। যা, ইমেডিয়েট। বৰাই অৰ্ডাৰ দিলে। বুইছে বৰা, আপুনি ঠিক কথাই কৈছে। মানুহ সদায় স্ফূৰ্তিত থাকিব লাগে। তেতিয়া স্বাস্থ্য ভাল হয়, কাম-কাজৰ প্ৰতি স্পৃহা বাঢ়ে। মানুহৰ জীৱন দুদিনীয়া। গতিকে জীয়াই থকা দিন দুটা আনন্দত থাকিব লাগে। ঃ হয় ছাৰ, হয় ছাৰ, আপুনি ঠিক কথা কৈছে। সেই কাৰণেই আপোনাৰ উন্নতিও হৈছে। ঃএৰা আপুনি ঠিকেই ধৰিছে। ল'ৰাইতৰ চাকৰি হ'ল। ল'ৰাৰ কাৰণে উচ্চবংশৰ ব্ৰাহ্মণ কুলৰ ছোৱালী আনিলো। এইটো মোৰ কাৰণে গৌৰৱৰ কথা নহয়নে?

মনোহৰ কাকতী আনন্দত জঁপিয়াই উঠিলে। তেওঁক আৰু পায় কোনে? ৰান্ধনীক

উচটাই জোল খোৱাৰ এয়ে উপযুক্ত ক্ষণ। কঁকালখন দাঙি ছাৰক হেণ্ডচেক কৰি পেলালেঃ কংগ্ৰেচুলেচন ছাৰ। এইটো আপুনি ভাল খবৰ দিলে। ব্ৰাহ্মণ কুলৰ বোৱাৰী যে আনিলে এইটো আমাৰ কাৰণেও গৌৰৱৰ কথা। আপুনিতো হাণ্ড্ৰেড পাৰচেন্ট গৌৰব কৰাৰ স্কোপ। ঃএৰা, ময়ো চাৰিওফালে গৌৰৱ কৰি ফুৰো দিয়ক। উচ্চকুলৰ বোৱাৰী অনা কম ভাগ্যৰ কথা নহয়। ঃআপুনি ছাৰ ভালদৰে ফিষ্ট এটা দিব লাগে। ময়েই এৰেঞ্জ কৰিম। কাকতীয়ে ক'লে।

ইতিমধ্যে খৰ্গেশ্বৰে কফি আনি পৰিবেশন কৰিলে। ফিফ্‌টি ফিফ্‌টি বিস্কুটৰ সলনি দুটা মিঠাই আনিলে। চাহাবে একো নোসোধোতেই খৰ্গেশ্বৰেই ক'লেঃ ছাৰ, ভাল বিস্কুট নাপাই দুটা মিঠাইকে আনিলো। ফ্ৰেছ কালাকান। এইমাত্ৰ বনাইছে। বৰাই শলাগিলেঃ গুড। ভালেই কৰিলি। বিছকিটসোপা খাই ভালো নালাগে। খৰ্গেশ্বৰো বৰ চালু মানুহ। বাইশ বছৰ চাহ অনা কাম কৰিলে। টকা কেনেকৈ খৰচ কৰাব লাগে বেছ জানে। তোষামোদ কৰি চাহাবক ক'লেঃ মই জানো নহয়, ছাৰে বেয়া বস্তু নাখায় বুলি। জৰ্দাপাণ দুটা প্লেট এখনত থৈ খৰ্গেশ্বৰ চেম্বাৰৰ পৰা বাহিৰ হৈ আহিল। বৰা আৰু কাকতীয়ে কথা পাতি পাতি কফি খালে। কালাকানটো খাই ভালেই পালে; কিন্তু কফি কাপ বৰ ভাল নহয়। পনীয়া পনীয়া লাগিছে। কেনেকৈ ভাল লাগিব— খৰ্গেশ্বৰে একাপ কফিৰ গৰমপানী ঢালি দুকাপ কৰি দিছে। দুকাপ কফি আৰু এটা কালাকানৰ মূল্য মাৰি দিনটোৰ খৰচ উলিয়াই লৈছে। আনদিনা হ'লে চাহাবে তাক ধমকনি দিলেহেঁতেন। কিন্তু আজি চাহাবৰ মন প্ৰফুল্ল হৈ আছে। খৰ্গেশ্বৰেও এই কথা জানে।

বৰাই ক'লেঃ কাকতী, মই ফিষ্ট এটা দিম। আপুনি এৰেঞ্জ কৰক। ভাল হ'ব লাগিব। চিকেন, পোলাও। দৈ, মিঠাই। মানুহ হিচাপ কৰি অৰ্ডাৰ দিয়ক। ফুল প্লেট। লাঞ্চ হ'ব। সকলোৱে পেট ভৰাই খাব। ঃ হ'ব ছাৰ, হ'ব ছাৰ, আপুনি নিশ্চিন্ত থাকক। আই উইল ডু এভৰিথিং। দুয়ো জৰ্দাপাণ খালে। কাকতীৰ মনৰ খু-দুৱনি মৰা নাই। তেওঁৰ পেটৰ কথাখিনিও উলিয়াই দিব পৰা নাই আৰু মিঃ বৰাৰো পেটৰখিনি উলিয়াই আনিব পৰা নাই। সেয়ে পেটৰ ভিতৰত টুনী চৰাই সোমাই খুন্দিয়াই থকাৰ দৰে মনোহৰ বাবুৰ পেটটো কথাবোৰে খুন্দিয়াই আছে। পাণৰ পিকখিনি খিৰিকীৰে চিৰিককৈ মাৰি দি আঙুলিৰ আগৰ চূণখিনি মাজৰ দাঁতকেইটাত লিপি দি বৰা চাহাবক সুধিলেঃ ছাৰ ছোৱালীজনী নিজে আহিছিল নে অভিভাৱকৰ সন্মতি সাপেক্ষে বিয়া কৰাই অনা হৈছিল। বৰাই ক'লেঃ প্ৰথমতে নিজেই আহিছিল; কিন্তু পিছত আমি হোমপুৰি বিয়া পাতিলো। ঃ এতিয়া সিহঁতৰ মানুহে আহ-যাহ কৰেনে? ঃ কৰে। কেলেই নকৰিবহে, সিহঁতৰ দুটা ল'ৰাক চাকৰিত সুমুৱাই দিলো। বোৱাৰীৰ বাপেকক প্ৰমোচন দিয়াইছো। ঃ বেছ, বেছ আপুনি ছাৰ কামৰ মানুহ আৰু

গৌৰৱ কৰাৰ আপোনাৰ যুক্তি আছে। ইয়াৰ পিছত দুই-এটা অফিচৰ কামৰ কথা উলিয়াই মিঃ কাকতী চেম্বাৰ এৰিলে।

ইফালে অফিচৰ ষ্টাফৰ মাজত বিৰাট গুণগুণনি। নানা সৰৱ আলোচনা। সাধাৰণতে মোহন বাবু কথা লগোৱাত ওস্তাদ বুলি সকলোৱে জানে। তেওঁ কেৰাণীৰ পৰা অবৰ সচিব হোৱা মানুহ। গতিকে অফিচৰ তলা-নলা, কৰ্মচাৰীৰ আদব-কায়দা সকলোবোৰ জানে। গতিকে চাহাবৰ কোঠাত সোমাই অতপৰে কি কথা পাতিছে- সকলোৰে মনত কৌতূহল। কোনোৱে কয়- আমাৰ কথাবোৰেই লগাইছেগৈ। কোনোৱে কয় আমি অফিচত থকা সময়ত আমাৰ কথা নলগায়। ছুটীৰ পিছতহে অথবা অফিচ বহাৰ আগতহে এইবোৰ কথা কয়। কোনোৱে কয়- অসম বন্ধৰ কথাও আলোচনা হ'ব পাৰে। পৰহিলৈ 'সদৌ অসম কাঠমিস্ত্ৰী' সংঘই অসম বন্ধৰ আহ্বান দিছে নহয়। কোনোৱে কয় - নহয় এইবোৰ, টুৰত যোৱাৰ প্ৰগ্ৰেম বনাই আছে। মুঠতে "সাগৰ তীৰত কপিসকল"ৰ দৰে নানা গুণা-গঁথা।

এনে সময়তে অবৰ সচিব ডাঙৰীয়া চেম্বাৰৰ পৰা ওঁঠ ৰঙা কৰি ওলাই আহিল। হেডক্লাৰ্ক মজুমদাৰে লাহেকৈ সুধিলেঃ ছাৰ, বৰ চাহাবৰ চেম্বাৰত বহুত সময় কটালে, কিবা ভাল খবৰ আছে নেকি? অবৰ সচিব চাহাবে একপ্ৰকাৰ উৎফুল্লিতভাৱে ক'লেঃ লাঞ্চ হ'ব। তাৰ আগতে মই শৰ্মা চাহাবৰ ওচৰৰ পৰা আহোঁগৈ। আপোনালোক বহক। কামত ধৰক।

কাকতী শৰ্মা চাহাবৰ চেম্বাৰৰ ফালে ঢাপলি মেলিলে। তেওঁৰ চেম্বাৰটো অলপ দূৰৈত। ষ্টাফৰ মাজত আকৌ সৰৱ আলোচনা। লাঞ্চপাৰ্টি হ'ব মানে নিশ্চয় কিবা ডাঙৰ খবৰ। হয়তো চাহাব আমেৰিকা ভ্ৰমণত যাব পাৰে। হয়তো চাহাব সচিব পদলৈ প্ৰমোচন পাব পাৰে। হয়তো অমিতাভ বচ্চনৰ কৌন বনেগা ক্ৰোৰপতিৰ ফোনৰ নম্বৰো পাব পাৰে। হয়তো গুজৰাট লটাৰীত দহ লাখ পাব পাৰে। হয়তো ৰাজধানীৰ ওচৰতে মাটি-ফ্লেট কিনিছে। হয়তো নতুন গাড়ী কিনিছে। হয়তো ল'ৰাই দিল্লীত চাকৰি পাইছে। হয়তো ছাৰ ইলেকচনত উঠিব পাৰে। এনেদৰে যিমান "হয়তো" আছে তাৰে কল্পনা কৰিলে।

অবৰ সচিব গৈ শৰ্মা ছাৰৰ কোঠাত বহিল। সহানুভূতি, সমবেদনা জ্ঞাপন কৰাৰ সুৰত সুধিলেঃ ছাৰে বৰ মন মাৰি আছে। কিবা অসুখ-বিসুখ হৈছে নেকি ছাৰ। ঃগাটো বৰ ভাল নহয়হে কাকতী। ঃ ছাৰ, মন ভালেই গা ভাল। মনত কিবা অসুখ থাকিলে গাটো একেবাৰে বেয়া লাগি থাকে। মনটোনো আজিকালি ক'ত ভালে থাকে। চাৰিওফালে হত্যা, লুণ্ঠন, অপহৰণ। চোৰ, ডকাইত, সন্ত্ৰাসবাদীৰ অবাধ বিচৰণ। বয়বস্তুৰ চৰা দাম। বানপানীৰ তাণ্ডৱ নৃত্য, মদৰ অবাধ প্ৰচলন, দুৰ্গম ঠাইলৈ চাকৰিয়ালক ট্ৰেন্সফাৰ, ল'ৰা-ছোৱালী পৰীক্ষাত ফেইল, পাছ কৰিলেও মেডিকেল

পঢ়াত ছিট নাপায়, অসম বন্ধ, বজাৰ বন্ধ, খেতিত চৰহা পোক, বোমা বিস্ফোৰণ, উৰাজাহাজ, ৰেলগাড়ীৰ দুৰ্ঘটনা, নিবনুৱা সমস্যা- এনেবোৰ সমস্যাৰ মাজত মন ভালে নথকাটো খুবেই স্বাভাৱিক। তদুপৰি ঘৰুৱা সমস্যাতো আছেই। পত্নীৰ অসুখ, সীমাৰ কাজিয়া, বেতন নোপোৱা, ল'ৰা-ছোৱালী প্ৰেমত পৰি পলাই যোৱা, আত্মহত্যা কৰা ইত্যাদিবোৰতো আছেই। কি মন ভালে থাকি বা ছাৰ। ঃ হয় কাকতী, আপুনি ঠিকেই ধৰিছে, মোৰ মনত বৰ দুখহে। ঃ কি দুখ ছাৰ, আমাৰ আগত খুলি কওক। আমি একেখন অফিচৰে মানুহ। এখন অফিচ এটা পৰিয়ালৰ দৰে। দিনটোৰ দহঘণ্টা, জীৱনৰ অধিক সময় আমি অফিচতে কটাওঁ। গতিকে আমি পৰস্পৰে পৰস্পৰৰ দুখ পতিয়াব লাগে।

কাকতীৰ সমবেদনা, সহানুভূতিসূচক বাক্যত শৰ্মা চাহাবৰ মনটো অলপ ফৰকাল ফৰকাল লাগিল। আচলতে নিজৰ দুখবোৰ এজন সমব্যথীক ব্যক্ত কৰিব পাৰিলে মনটো পাতল পাতল লাগে। কাকতীক ক'লেঃ হয় কাকতী, মোৰ মনত বৰ দুখ। দুখৰ কাৰণ কি জানেনে? ঃ নাজানো ছাৰ, কিন্তু আজি কিছুদিনৰ পৰা লক্ষ্য কৰিছো আপুনি মনটো মাৰি থাকে। কওক ছাৰ, আমি কিবা কৰিব পাৰো নেকি। ঃএতিয়া আৰু কৰিব পৰা একো নাই। ইতিমধ্যে কাম সমাধা হৈ গৈছে। মোৰ ছোৱালীজনীক এটা শদ্ৰৰ ল'ৰাই লৈ গৈছেহে। আপুনিতো জানে, আমি উচ্চকুলৰ ব্ৰাহ্মণ। বংশত এটা দাগ পৰি গ'ল। সেয়ে মনত দুখ।

মোহন কাকতীয়ে হাঁহি হাঁহি কথাটো পাতল কৰি দিলে ঃ ছাৰ, এইটো কথাতে আপুনি ইমান দুখ কৰি আছেনে? এইটো একো দুখ কৰিবলগীয়া কথাই নহয়। মানুহে আজিৰ যুগত এইবোৰ কথাত মূৰ নঘমায়। গান্ধীজীয়ে ইতিমধ্যে জাতিৰ বিচাৰ ধ্বংস কৰি থৈ গৈছে। আমাৰ দেশৰ বীৰ-বীৰাঙ্গনাই ইতিমধ্যে জাতি-ধৰ্ম নিৰ্বিশেষে বিবাহপাশত আবদ্ধ হৈ আদৰ্শ দেখুৱাই গৈছে। বৰ্তমানেও এনেকুৱা অসংখ্য বিয়া দিনে-নিশাই সমাপ্ত হৈ আছে। আপুনি দুখ এৰক ছাৰ। আপোনাৰ ছোৱালী যদি সুখত আছে, ঘৰখন যদি ভাল আপুনি দুখ কৰাৰ কোনো হেতু নাই। ল'ৰাজন ক'ৰ ছাৰ? ঃ কোন হ'ব আৰু, আমাৰেই বছ বৰা ছাৰৰ ল'ৰা। মোহন কাকতী এইবাৰ আৰু জঁপিয়াই উঠিলঃ ভেৰি গুড ছাৰ। লটাৰীৰ টকা নিজৰ ঘৰতে আছে। মাছ ভাঙিছে চৰুতে আছে। আৰু এতিয়া, মই জনাত আপুনি লাভৰ ঘৰতে আছে। হয়নে ছাৰ? ঃআপুনি কেনেকৈ জানিলে? মই এইমাত্ৰ ছাৰৰ ওচৰৰ পৰা আহিছো। তেখেতে কিন্তু কাৰ ছোৱালী আনিলে মোক ৰহস্যটো ভাঙি কোৱা নাই। কিন্তু কাইলৈ এটা ডাঙৰ পাৰ্টি দিব। লাঞ্চ খুৱাব। আপুনিও ছাৰ এই পাৰ্টিত যোগ দিব লাগিব। ফিফ্‌টি ফিফ্‌টি। আপোনাৰ আজিৰ পৰাই বিষাদ মন আঁতৰি যাব। সহজ হ'ব। জীৱনৰ আনন্দ ঘূৰি আহিব।

প্ৰতাশ শৰ্মাৰ ইতিমধ্যে মনটো ফৰকাল লাগি আহিছিল। কাকতীক ক'লেঃ আপোনালোকে যি ভাল দেখে কৰক।

পিছদিনা মহা ধুমধামেৰে ফিষ্টৰ আয়োজন হ'ল। ফিছ, চিকেন, ছুইট, কাৰ্ড, পোলাও। যিয়ে যিমান খাব পাৰে। এটা যেন আনন্দৰ মেলা। মহামিলনৰ তীৰ্থ। মিঃ বৰা আৰু মিঃ শৰ্মাই পৰস্পৰে হেণ্ডচেক কৰিলে। এইবোৰতো উদ্যোগ ল'লে কাকতীয়ে। শৰ্মা আৰু বৰাই কাকতীক ধন্যবাদ জ্ঞাপন কৰিলে। শলাগ ল'লে। মিঃ বৰাই ক'লেঃ আচলতে আমি ঘৰুৱাভাৱে কেতিয়াবাই সহজ হৈছো। অফিচত, মানে আপোনালোকৰ মাজত সহজ হ'ব পৰা নাছিলো। আপোনালোকে সহজ কৰি দিলে। বিশেষকৈ কাকতী চাহাবে। বিয়াত আপোনালোকক খুৱাব নোৱাৰিলো। আজি খুৱালো।

মাজতে হেডক্লাৰ্ক মজুমদাৰে কৈ পেলালেঃ খোৱাৰ সময় আৰু আছে নহয় ছাৰ। ইয়াৰ পিছত অন্নপ্ৰাসন হ'ব নহয়। তেতিয়া ঘৰত খামগৈ। সকলোৱে গিৰ্জনি মাৰি হাঁহিলে।

ইয়াৰ কিছুদিন পিছতেই মিঃ মোহন কাকতীৰ এটা প্ৰমোচন হ'ল। লগে লগেই তেওঁৰ শকুনিৰ চৰিত্ৰটো বিদুৰলৈ ৰূপান্তৰিত হ'ল। ❑

# যশোদা আহিছিল দ্ৰৌপদীৰ ঘৰলৈ

যশোদা আৰু দ্ৰৌপদী দুয়ো বাই-ভনী। যশোদাৰ বিয়াৰ চাৰি বছৰ পিছত বিয়া হৈছিল দ্ৰৌপদীৰ। এতিয়া দুয়োৰে ল'ৰা-ছোৱালী ডাঙৰ হৈছে। দুয়ো মাকৰ ঘৰলৈও যায়; কিন্তু একে সময়তে নহয়। গতিকে দেখা-দেখি নহয়েই দুয়োৰে। মাকৰ ঘৰলৈ গ'লে যশোদাই মাকক সোধে— ভণ্টি আহিছিল নে কেতিয়াবা মা। দ্ৰৌপদী গ'লেও মাকক সোধে— বাইদেউ কেতিয়াবা আহিছিল নে মা। মাকে ইজনীৰ কথা সিজনীৰ আগত কয়।

দ্ৰৌপদী কিন্তু বায়েকৰ ঘৰলৈ আহোঁ বুলি আহিব নোৱাৰে। নানা অসুবিধাই দ্ৰৌপদীৰ বায়েকৰ ঘৰলৈ যাব খোজা ইচ্ছাটোক বাধা দি ৰাখে। যশোদাই কিন্তু ইচ্ছা কৰিলৈই ভনীয়েকৰ ঘৰলৈ যাব পাৰে। তেওঁৰ কোনো অসুবিধা নাই। গিৰিয়েকৰ গাড়ী আছে, টকা-পইচাৰো অভাৱ নাই। তথাপি যাওঁ বুলি যাব নোৱাৰে। গিৰিয়েকৰ সদায় ব্যস্ততা। ৰাজনীতি কৰা মানুহৰ ঘৰত থকাৰ সময় কম। বাহিৰত ঘূৰিলে ইলেকচনৰ সময়ত দুটা ভোট বেছিকৈ আহিব। দ্ৰৌপদীৰ গিৰিয়েকৰ তেনে ব্যস্ততা নাই; কিন্তু তথাপি তেৰোঁ খবৰ বিচাৰি ফুৰিব লাগে আৰু সেইবোৰ ঘৰতে লিখি বাতৰি কাকতলৈ পঠিয়াব লাগে। এনেকুৱাই বায়েক-ভনীয়েকৰ সংসাৰ।

কিন্তু এদিন হঠাতে মন গ'ল যশোদাৰ ভনীয়েক দ্ৰৌপদীৰ ঘৰলৈ যাবলৈ। কিমান বছৰ তাইক দেখা নাই! আচলতে বিয়াৰ আগত অৰ্থাৎ মাকৰ ঘৰত থাকোতে বায়েক-ভনীয়েকৰ মাজত মৰমৰ আদান-প্ৰদান হয়, বিয়াৰ পিছত কমি যায়। ইয়াৰ কাৰণ বহুতো। বিয়াৰ পিছত নতুন সংসাৰ হয়, ল'ৰা-ছোৱালী হয়, মৰমৰ ভাগ হৈ যায়। নিজ নিজ সংসাৰৰ মায়াজালত সোমাই পৰে। তথাপি বাই-ভনীৰ মৰম এটা সম্পূৰ্ণ বেলেগ বস্তু। যশোদাই গিৰিয়েকক কথাটো ক'লে। গিৰিয়েক যজ্ঞেশ্বৰ চৌধুৰীয়ে ক'লে : এই সময়ত মইতো কেতিয়াও যাব নোৱাৰো। তুমি জানাই, ইলেকচন আহিছে। এইবাৰ মই যেনে-তেনে টিকট পামেই। গতিকে এইকেইদিন পাৰ্টিৰ লগত লাগি নাথাকিলে নহ'ব। তুমিয়েই গাড়ীখন লৈ যোৱাগৈ। পিণ্টুকো লগত নিয়া। মালবিকা আৰু পল্লৱী থাকক। পিণ্টু, মালবিকা আৰু পল্লৱী যশোদাৰ ল'ৰা আৰু

ছোৱালী। যশোদাই আপত্তি নকৰিলে। পিণ্টু ওৰফে নীহাৰেন্দ্ৰয়ো ভাল পালে। পৰীক্ষা-চৰীক্ষা দি উঠিছে। অলপ বাহিৰলৈ ফুৰিবলৈ গ'লে ভালেই পায়।

যাবৰ সময়ত যজ্ঞেশ্বৰ চৌধুৰীয়ে পত্নী যশোদাক ক'লে ঃ দ্ৰৌপদীৰ ঘৰত বেছি দিন নাথাকিবা। তাইক আমনি দিব নালাগে। তাইৰ কাৰণে এসাজ কাপোৰ লৈ যাবা। ল'ৰা-ছোৱালীকেইটাৰ কাৰণে নিবা। যশোদাই ইতিমধ্যে সেইবোৰ লৈছেই। যশোদাহতৰ ঘৰৰ পৰা দ্ৰৌপদীহঁতৰ ঘৰলৈ বহুত দূৰ। নিজৰ গাড়ীত গ'লেও আঠ-ন ঘণ্টাৰ বাট। ড্ৰাইভাৰজনেও ভাল পালে এনেকৈ গাড়ী লৈ দূৰলৈ যাবলৈ ওলোৱাত। সদায় সদায় মালিক শ্ৰীচৌধুৰীৰ লগত ঘূৰি ঘূৰি আমনি লাগিছে তেওঁৰ। যশোদাই ক'লে ঃ হৰেন, গাড়ী লাহে লাহে চলাবা। আমাৰ একো দৌৰা-দৌৰি নাই। সন্ধিয়া গৈ ঘৰ পালেই হ'ল। বাটত আমি জিৰণি লৈ হোটেলত ভাত খাম।

সেইমতেই গৈ বেলি পাটত বহাৰ সময়তে যশোদা গৈ ভনীয়েক দ্ৰৌপদীৰ ঘৰ পালে। বায়েকক দেখা পাই দ্ৰৌপদীৰ কি যে আনন্দ। সেই সময়ত গিৰিয়েক ত্ৰিদিৱ চহৰীয়া ঘৰত নাই। বাতৰি কাকতৰ অফিচলৈ গৈছে। দ্ৰৌপদীয়ে অৱশ্যে বায়েকক দেখাৰ লগে লগে আনন্দ যিমান পালে, সিমানেই বিষাদো অনুভৱ কৰিলে। কাৰণ বায়েকহঁতক খুৱাবলৈ ঘৰখনত কোনো বিশেষ খাদ্য এপদো নাই। দুবিধমান শুকান বিস্কুট আৰু অলপ অলপ চিৰা, মুড়িয়েই একমাত্ৰ চাহৰ যোগাৰ।

প্ৰথমেই দুয়ো বহি বহি কথা পাতিলে। পৰস্পৰৰ খবৰ-বাতৰি ল'লে। দ্ৰৌপদীয়ে— ভিনিদেউ কেলেই নাহিল, মালবিকা আৰু পল্লৱীকো কেলেই নানিলি বুলি আপত্তি তুলিলে। যশোদাই ক'লে ঃ ভিনিদেৱৰৰ শৰীৰত তত্ নাই। এইবাৰ ইলেকচনত উঠিব বোলে। কাইলৈ টিকট পোৱাৰ মিটিং আছে। তাত নাথাকিলেই নহয়, কেনেকৈ আহে। পল্লৱীহঁতৰো পৰীক্ষা। তদুপৰি ঘৰখন একেবাৰে উদং হৈ যায় নহয়। ইত্যাদি ভালেখিনি সময় দুয়ো কথাই পাতিলে।

দ্ৰৌপদী কিন্তু এইবোৰ কথাৰ মাজতো অন্যমনস্ক হৈ পৰে— বায়েকক চাহ দিয়ে কিহেৰে। মাজে মাজে উঠি গৈ বাহিৰলৈ চায়— ত্ৰিদিৱ আহিল নেকি? চাইকেলৰ টিলিঙাৰ মাত শুনে বুলি কাণ পাতি থাকে। যশোদাৰো কিন্তু আহিবৰ সময়ৰে পৰা উচপিচাই আছে— দ্ৰৌপদীক কিবা এটা সুধিবলৈ দ্ৰৌপদী অন্যমনস্ক হৈ থকা কথাটোও লক্ষ্য কৰিছে। এইবাৰ দ্ৰৌপদীক সুধি পেলালে ঃ তোৰ কিবা অসুখ হৈছে নেকি? ইমানকৈ খীণাইছ যে? দ্ৰৌপদীয়ে ক'লে ঃ নাই, একো অসুখ হোৱা নাই। এনেয়ে খীণাইছো। যশোদাই নেৰিলে। আকৌ ক'লে ঃ নাই, নাই, তোৰ নিশ্চয় কিবা অসুখ হৈছে। তই লুকুৱাইছ কেলেই? ডাক্তৰক দেখুৱাইছ নে নাই। তোক মই এইবাৰ লৈ যাম, তাতেই ডাক্তৰক দেখুৱাম। দ্ৰৌপদীয়ে তেওঁৰ স্বাস্থ্যটোৰ কথা এৰুৱাবলৈ অন্য কথা এটা উলিয়ালে ঃ এওঁ এতিয়াও আহি নাপালে। আনদিনাখন

ইমান পলম নকৰে, আজি জানো কেলেই পলম কৰিলে। যশোদাই সুধিলে ঃ ত্ৰিদিব গৈছে ক'লৈ? ঃ প্ৰেছলৈ নিউজ দিবলৈ গৈছে। ঃ গাড়ী লৈ গৈছেনে? ঃ গাড়ী? দ্ৰৌপদীয়ে হাঁহিলে। ঃ গাড়ী ক'ত পাবি, চাইকেলখন লৈ গৈছে। তই বাইদেউ বহ, মই চাহকে তুলি দিওঁ। যশোদাই ক'লে ঃ শুন, চাহৰ লগত একো বনাব নালাগে। আমি এইবোৰ মিঠাই, কেক, চানা আদি কিবা-কিবি লৈ আহিছো। সেয়াই হৈ যাব। সোনকালে ভাতকে বহাই দে। বৰ ভাগৰ লাগি আহিছে।

দ্ৰৌপদীয়ে চাহৰ লগত বায়েকে অনা নানা তৰহৰ মিঠাইকে কাঁহী এখনত দিলে। তেওঁৰ ঘৰৰ বিস্কুট আৰু মুড়ি, চিৰাও উলিয়াব খুজিছিল; কিন্তু লাজতে নুলিয়ালে। আনফালে দ্ৰৌপদীৰ ল'ৰা-ছোৱালীকেইটিক পাই যশোদাৰ ল'ৰা পিণ্টুৱে বৰ ভাল পাইছে। কথা পাতিছে। খেলিছে। চাহ খাবলৈ মাতোতেও সিহঁত আহিবই নোখোজে। দ্ৰৌপদীৰ মন বিষাদ, আতংকই ভৰি পৰিছে। চাহখিনি বাৰু বায়েকে অনা মিঠাইৰে দিলে, ভাত দিয়ে কিহেৰে— এই চিন্তাই দ্ৰৌপদীৰ মন খুলি খুলি খাইছে। দাইল, আলু আৰু অলপ পাচলিৰ বাহিৰে ঘৰখনত একোৱেই নাই। ইফালে ত্ৰিদিবো আহি পোৱা নাই। তেওঁ আহি পালেও বজাৰলৈ গৈ মাছ-পুঠি বা অলপ মাংসকে আনিব পাৰিলেহেঁতেন। এনেবোৰ চিন্তাই দ্ৰৌপদীক উদ্বিগ্ন কৰি ৰাখিছে। বায়েক অহাৰ আনন্দক তেওঁৰ অভাৱগ্ৰস্ত ঘৰখনে যেন মষিমূৰ কৰি পেলাইছে।

যঁশোদাৰো মনটো ভাল লগা নাই। ভনীয়েকৰ দুৰৱস্থাৰ কথা ইতিমধ্যে তেওঁ আয়ত্ত কৰি পেলাইছে। কিন্তু অতি সতৰ্কতাৰে তেওঁ সেইটো ভনীয়েক দ্ৰৌপদীক জানিবলৈ দিয়া নাই। দ্ৰৌপদী ৰন্ধা-বঢ়া কৰিবলৈ যোৱাৰ আগতে বায়েকক ক'লে ঃ বাইদেউ, তই অলপ জিৰণি ল মোৰ বিছনাখনতে। বিছনাখন জাৰি-জোকাৰি এখন নতুন বিছনা চাদৰ পাৰি দিলে দ্ৰৌপদীয়ে। বায়েকে ক'লে ঃ নালাগে ব'ল। দুয়ো ৰন্ধা-বঢ়া কৰোগৈ। আচলতে দ্ৰৌপদীয়ে বায়েকক ৰান্ধনীঘৰলৈ নিনিবলৈকে এইটো বুধি উলিয়াইছিল; কিন্তু কামত নাহিল। দুয়ো গৈ ৰান্ধনী কোঠা পালে।

আলুকেইটামান, বন্ধাকবি এফাল আৰু ৰঙালাউ এটুকুৰা উলিয়ালে দ্ৰৌপদীয়ে। যশোদাই সেইখিনি কাটিবলৈ ল'লে। দ্ৰৌপদীয়ে চাউল আৰু দাইল ধুলে। ইতিমধ্যে নটা বাজিলেই। অলপ পিছত ত্ৰিদিবে পদূলিত চাইকেলৰ টিলিঙা বজালে। দ্ৰৌপদীয়ে উধাতু খাই পদুলিলৈ দৌৰি গ'ল আৰু ত্ৰিদিবক ক'লে ঃ বাইদেউহঁত আহিছে। তুমি বজাৰলৈ গৈ মাছ বা মাংস কিবা এটা আনাগৈ। একো নাপালে কণীকেইটামানকে আনিবা। বাইদেউৰ ল'ৰা পিণ্টুও আহিছে। যশোদাই কথাখিনি শুনিলে। তেৰোঁ পদূলিলৈ ওলাই ক'লে ঃ এতিয়া একো আনিব নালাগে। এই নটা বজাত বজাৰত একো নাপাব। ত্ৰিদিব আহা, যাব নালাগে। দ্ৰৌপদীয়ে নামানিলে। ত্ৰিদিব গ'ল।

দ্ৰৌপদীয়ে বায়েকক কোৱা ধৰণে ক'লে ঃ অইনদিনা ঘূৰি আহোঁতে হাতত কিবা

নহয় কিবা এবিধ, মাছ বা মাংস বা কণী আনে। আজি খালী হাতে আহিছে। বাইদেউক খুৱাবলৈ আমাৰেই কপালত নাই। যশোদাই একো নামাতিলে। নক'লেও যে আমি এইবোৰ সদায় খাই থাকো। ক'লে হয়তো দ্ৰৌপদীয়ে মনত দুখ পাব। ত্ৰিদিৱ ঘূৰি আহিল হাতত চাৰিটা কণী লৈ। ক'লে ঃ দোকান-পোহাৰ সব বন্ধ। এখন দোকানত এই চাৰিটাই কণী আছিল। তাকে লৈ আহিলো। বাইদেউহঁতক ভাজি দিবা। দ্ৰৌপদীয়ে মনে মনে হিচাপ কৰিলে— আলহী দুই, ঘৰৰ ছয়, মানুহ আঠজন। এফালকৈ হ'ব।

ত্ৰিদিৱক চাহ একাপ দিলে দ্ৰৌপদীয়ে। চাই খাই ত্ৰিদিৱে ক'লে ঃ বাইদেউ, হঠাৎ আহি ওলালে। খবৰ-চবৰ দিয়া হ'লে মই বজাৰ কৰি থৈ দিলোহেঁতেন। এতিয়া শুদা ভাত খাব লাগিল। যশোদাই ক'লে ঃ খবৰ দিলে অহা নহয়। শুদা ভাত কি আছে, কিবা এটা খালেই হ'ল। এইবোৰ আছে, শুদা ভাত হ'লনে? তাৰ পিছত ত্ৰিদিৱে ঘৰৰ খবৰ ল'লে ঃ ভিনিদেউৰ ভালনে, মালবিকাহঁতকো লৈ অহা হ'লে বৰ ভাল লাগিলহেঁতেন। যশোদাই ক'লে ঃ ভিনিদেৱেৰা আহিব নোৱাৰে। বৰ ব্যস্ত। এইবাৰ টিকট পাব। তাতে লাগি আছে। তোমালোকৰ পেপাৰৰ মতে এইবাৰ কোনটো দলে মেজৰিটি পাব বুলি ভাবা। ত্ৰিদিৱে ক'লে ঃ মেজৰিটি কোনোটো দলেই নাপায়। খিচিৰি হ'ব। আজিকালিৰ ইলেকচনবোৰ এনেকুৱাই। কোনো দলেই মেজৰিটি নাপায়। সব মৰ্চা গঠন। দ্ৰৌপদীয়ে ক'লে ঃ এতিয়া ইলেকচনৰ মেল পাতিব নালাগে। তুমি কাপোৰ-কানি সলোৱাগৈ আৰু বাইদেউহঁতৰ কাৰণে বিছনা ঠিক-ঠাক কৰাগৈ। আমাৰ ভাত হ'লেই। ত্ৰিদিৱ উঠি গ'ল।

যশোদাই ক'লে ঃ প্ৰথমতে সৰুকেইটাকে খুৱাই ল। আমি তিনিও একেলগে খাম। দ্ৰৌপদীয়েও সেইটো কথাই ভাবিছিল। ভাত বাঢ়ি সৰুকেইটাক খাবলৈ মাতিলে। যশোদা আৰু ত্ৰিদিবে শোৱনি কোঠাতে বহি কথা পাতিবলৈ ল'লে। যশোদাই ক'লে ঃ তুমি দ্ৰৌপদীক এবাৰ ডাক্তৰক দেখুৱাবা। তাই ইমানকৈ শুকাই-খীণাই গৈছে, তুমি মন কৰা নাইনে? তাইৰ নিশ্চয় কিবা বেয়া অসুখ হৈ আছে ভিতৰি ভিতৰি। ত্ৰিদিবে ডাক্তৰক দেখুওৱা বুলি ক'লে। ডাক্তৰৰ মতে একো অসুখ নাই।

সৰুকেইটাক ভাত দিওঁতে দ্ৰৌপদী বৰ বিমোৰত পৰি গ'ল। দ্ৰৌপদীৰ সৰু ল'ৰাটো বৰ অঘাইটং, কালান্তক ধৰণৰ। সিহঁত আজি গোটেইমখা একেলগে খাবলৈ পাই বৰ আনন্দ পাইছে। অঘাইটংটোৱে ক'লে ঃ জানা, পিন্টু দা, আমি বহুত দিন এটা এটা কণী খায়েই পোৱা নাই। মায়ে সদায় এফালকৈহে দিয়ে। কেতিয়াবা এটা কণীকে সিজাই আলুৰ লগত পিটিকা কৰে। পিন্টুৱে বহুত কথা বুজা হৈছে। পিন্টুৱে ক'লে ঃ তুমি মোৰ ফালটোও খোৱা। মোৰ আজি কণী খাবলৈ মন যোৱা নাই। পিন্টুৱে কণীফাল সেই অঘাইটংটোৰ পাতত দি দিলে। সি টপকৈ মুখত সুমুৱাই দিলে। দ্ৰৌপদীৰ অন্তৰাত্মা কঁপি উঠিছিল, এই কথা যদি বায়েকে শুনে। তেওঁ

অঘাইটঙৰ ফালে খংকৈ চালে। সি কিন্তু মাকৰ ফালে নাচালেই। বৰং পিণ্টুক সুধিলে ঃ পিণ্টুদা, তোমালোকে এটা এটা কণী খোৱানে? পিণ্টুৱে ক'লে ঃ নাখাওঁ, আমিও এফালকৈয়ে খাওঁ। ইতিমধ্যে দ্ৰৌপদীয়ে এফাল কণী আনি পিণ্টুৰ কাঁহীত দি ক'লে ঃ তোৰ ভাগৰ কণীফাল সেই ৰাক্ষসটোক কেলেই দিলি? সি সদায় খায়েই থাকে। অঘাইটঙে ক'লে ঃ সদায় ক'ত খাওঁ। এ মায়ে ইমান মিছা কয়, আজিহে কণী খালো। দ্ৰৌপদী লাজত ৰঙাছিঙা পৰাৰ দৰে হ'ল। লাজতকৈও দুখ লাগিছিল বেছি। এইবাৰ দ্ৰৌপদীৰ দ্বিতীয়জন ল'ৰা, দুই নম্বৰ অঘাইটংটোৱে ক'লে ঃ তাক কণী দিছা, মোকো দে। সি কান্দিবলৈ ধৰিলে। দ্ৰৌপদীৰ ডাঙৰজনী ছোৱালী নৱমমান শ্ৰেণীত পঢ়ে। তাই মাকতকৈও যেন বেছি কথা জানে, বুজে। দুই নম্বৰেও যে কণীৰ কাৰণে ধৰিব তাই আগতেই প্ৰস্তুত হৈ আছিল। সি কন্দাৰ লগে লগে তাইৰ ভাগৰ কণীফাল তাৰ পাতত দি ক'লে ঃ খা, তই এইটুকুৰা খা। আৰু কণী নাই নহয়। মা, জেঠাই, আৰু দেউতাই খাবলৈহে আছে। মাৰ ভাগৰডোখৰো পিণ্টু দাক দিলে। কাইলৈ আমি দুটা দুটা কণী খাম। সিয়ো একে কামোৰতে কণীটুকুৰা গিলি দিলে। তাৰ পিছতে মাকৰ পৰা দুয়োটাই খুজি খুজি খালে আলু, কবি ভজাখিনিয়ে। দ্ৰৌপদীয়ে বায়েক আৰু ত্ৰিদিবলৈ অলপমান লুকুৱাই ৰাখি কেৰাহীটোকে দেখুৱাই দিলে ঃ আৰু নাই, নুখুজিবি। পিণ্টু আৰু মাধুৰীৰ মুখৰ মাত নোহোৱা হৈছিল। বাঁকী তিনিটাই অৰ্থাৎ দ্ৰৌপদীৰ অঘাইটং দুটা আৰু সৰুজনী ছোৱালীয়ে হুলস্থূল কৰি খালে। সৰুজনী ছোৱালীয়ে আনকি তাইৰ ভাগৰ কণীখিনিৰ বগা অংশখিনি বায়েক মাধুৰীক দি ক'লে ঃ তয়ো বাইদেউ অলপ মোৰ ভাগৰে খা।

এটা সময়ত সিহঁতকেইটাই খাই উঠিল। সিহঁত গৈ আকৌ পঢ়া কোঠাত বহি নানা গল্প-গুজব কৰাত লাগিল। দ্ৰৌপদীয়ে কোনেও নেদেখাকৈ চকু পানী মচিছিল। দ্ৰৌপদীয়ে ভাবিছিল অন্ততঃ বায়েকে এইবোৰ কথা নাজানিলে। কিন্তু যাশোদাই সকলোবোৰ কথা শুনি আছিল। কাৰণ ৰান্ধনী কোঠাৰ পৰা তেওঁলোক বহা কোঠাৰ দূৰত্ব আছিল সামান্যতম। তাতো আকৌ দুৱাৰ নাছিল। ত্ৰিদিবেও এইবোৰ ঘটনা প্ৰত্যক্ষ কৰি আছিল। বায়েক যশোদাই যাতে নাজানে সেই কাৰণেই নানা অপ্ৰাসংগিক কথাৰে যশোদাক ব্যস্ত ৰাখিব খুজিছিল। কিন্তু যশোদা সমানে সুচতুৰা।

দ্ৰৌপদীয়ে ভাত বাঢ়ি বায়েক আৰু ত্ৰিদিবক মাতিলেগৈ। তেওঁলোক আহিল। যশোদাই ক'লে ঃ তয়ো আন, একেলগে খাওঁ। দ্ৰৌপদীয়ে ক'লে ঃ নালাগে দেই, তহঁতে আগতে খাচোন। মই দি থাকিম। মই পিছত খাম। যশোদাই নামানিলে ঃ নালাগে তই পিছত খাবলৈ, আন, আন, একেলগে খাম। তিনিজনেই মানুহ, তই আৰু পিছত কেলেই খাব লাগে। উপাই নাপাই দ্ৰৌপদীয়ে চৰু চুচি-মাজি তেওঁৰ কাঁহীখনো আনিলে। ভাত-দাইল, কণীৰ জোল আৰু অকণমান ভাজি একেলগ কৰি

আনিলে। ইতিমধ্যে এইবোৰ আকাল-অভাৱৰ কথা দেখি, জানি যশোদাৰো হিয়া ফাটি গৈছিল। ক'ব নুখুজিও যশোদাই কৈ পেলালে ঃ তোৰ ভাগত কণী নপৰিলেই, আমি দুয়ো ভগাই খাওঁদেই। এইবুলি কণীফালৰ ৰঙা কুহুমখিনি ভনীয়েকৰ কাঁহীত পেলাই দিলে।

এই দৃশ্য ত্রিদিৱৰ কাৰণে আছিল অসহ্যকৰ। কিন্তু খুব সতৰ্কতাৰে তেওঁ মনৰ দুখ চেপি ৰাখিছে। ত্রিদিৱ পুৰুষ মানুহ। নিজৰ দৰিদ্রতা আৰু অসমৰ্থতাৰ কথা সহজে ব্যক্ত নকৰে। কিন্তু দ্রৌপদী আৰু যশোদা নাৰী। মাতৃ। পত্নী। অন্তৰ দয়া, কৰুণা আৰু সহানুভূতিৰে ভৰা। নাৰী সদায় কল্যাণময়ী, সহজ, সৰলা। দুখ, বেদনা পাৰ্যমানে ঢাকি ৰাখিবলৈ চেষ্টা কৰে। কিন্তু যেতিয়া বানপানীৰ দৰে পাৰ ভাঙি ওলাই আহে, তেতিয়া আৰু তাক বান্ধি ৰাখিবলৈ চেষ্টা নকৰে।

ভাতৰ পাততে দ্রৌপদীৰ দুৰ্বাৰ গতিত চকুপানী ওলাই আহিল। যশোদাই ক'লে ঃ তই নাকান্দিবি। খোৱাৰ সময়ত চকুপানী টুকিবলৈ নাপায়। তোৰ বৰ কষ্ট হৈছে বুজি পাইছো। এইবাৰ দ্রৌপদীৰ চকুপানী বানপানীৰ ধল অহা দিলে। থোকা-থুকি মাতেৰে ক'লে ঃ সেই কাৰণেই বাইদেউ মই ইমানকৈ খীণাইছো। যিখিনি ৰান্ধো, ইহঁতকে খুৱাও। সিহঁতে এই বয়সত কষ্ট পালে উঠিব নোৱাৰিব। সেই কাৰণে মই সদায় চৰু চুচিয়েই খাওঁ। এওঁৰো বৰ কষ্ট হৈছে। দিনভৰ খবৰ বিচাৰি ঘূৰি ফুৰে। পইচা পায় সামান্য। মাহটো আমাৰ নোজোৰেই। ইহঁতকেইটাকে স্কুলত কত পইচা দিব লাগে মাহেকত।

যশোদা বৰ মহীয়সী নাৰী। এনে পৰিস্থিতি সহজে চম্ভালিব পাৰে। তেওঁ ক'লে ঃ একো কষ্ট হোৱা নাই দেই, এইখিনি সামান্য কষ্ট। পিছত সব ঠিক হৈ যাব। তহঁততকৈও আৰু কিমান কষ্টত আছে মানুহ। হতাশ নহ'বি। সদায় ৰং-ধেমালি কৰি থাকিলেহে স্বাস্থ্য ভালে থাকে। ত্রিদিৱে ক'লে ঃ বাইদেউ, অহাবাৰৰ পৰা আমি জাৰ্ণেলিষ্টৰ ফুল স্কেল পাম। তেতিয়া আমাৰ কোনো অসুবিধা নহয়। যশোদাই ক'লে ঃ নিশ্চয়। আমাৰ চিন্তা আৰু কৰ্মৰ দ্বাৰাইহে জীৱনৰ সাৰ্থকতা আনিব পাৰো।

...নিশা বায়েক-ভনীয়েকে একেখন বিছনাতেই শুলে। ইজনীয়ে সিজনীৰ টোপনি খতি হ'ব বুলি ভাবি কথা নক'লে। কিন্তু টোপনি এজনীৰো নাহিল। দুয়োজনীৰে মনৰ চিন্তা একেটাই। দ্রৌপদীয়ে ভাবিলে ঃ বাইদেউক বৰ কষ্ট দিলো। যশোদাই ভাবিলে ঃ আমি আহি দ্রৌপদীক বৰ কষ্ট দিলো। হেজাৰ হ'লেও বাই-ভনীৰ মৰম।□

# কামিনী পাশ

ৰাতিপুৱাই উঠিয়েই বিমলাই ঘৰৰ যাৱতীয় কামখিনি কৰি চৌকাটোত চাহৰ কেট্‌লিটো তুলি দিয়ে আৰু লগে লগেই খৰাহিটোত চাউলকেইটা ধোৱে। কেট্‌লিৰ পানী উতলিলে তাতে চাহপাত, চেনি দি নমাই থয় আৰু ভাতৰ কেৰাহীটো তুলি দি চাউলকেইটা তাতে পেলাই দিয়ে। তাৰ পিছত ককায়েক, বৌৱেক আৰু তেওঁৰ ল'ৰা-ছোৱালীকেইটাক টোপনিৰ পৰা জগাই দিয়ে। বিমলাই পানী এবাল্টি আৰু মগ এটা ইতিমধ্যেই বাৰান্দাখনত সাজু কৰি থৈ দিয়ে। সিহঁতে তাতে দাঁত ঘঁহি, মুখ-হাত ধুই চাহ খাবলৈ আহে। ইহঁতক চাহ-জলপান খুৱাই ভাতখিনি ততাতৈয়াকৈ ৰান্ধি আকৌ এবাৰ গাটো তিয়াই আহে।

তাৰপিছত ছয় ইঞ্চিমান বহলৰ আইনা এখন আঁঠুৰ মূৰত লৈ পীৰা এখনত বহি মূৰটো ফণিয়াই, মুখত অকণমান পাউডাৰ সানি কপালত এটা দোকানৰ পৰা কিনি অনা কাগজৰ ফোঁট লগালে, ওঁঠত এবিধ ৰঙা ৰং, কাণত, হাতত, আঙুলিত নকল সোণৰ গহনা, চুলিত কাগজৰ ফুল ইত্যাদি পৰিধান কৰি, কান্ধত ভেনিটি বেগ এটা ওলোমাই লৈ লৰ দিলে চিটীবাছলৈ। চিটীবাছৰ পৰা নামিয়েই প্ৰায় দৌৰি যোৱাৰ দৰে খোজ কাঢ়ি গৈ লাইনত থিয় হৈ ভাগৰ পলুৱালে বিমলাই। কষ্ট নকৰা, আৰামত থকা মহিলাৰ কাৰণে লাইনত থিয় হৈ থকাটোৱেই এটা সাংঘাতিক কষ্টকৰ কাম। কিন্তু বিমলাৰ কাৰণে সেইখিনি সময়েই যেন জিৰণিৰ সময়।

লাইনটো বৰ দীঘলীয়া। প্ৰায় আধা কিলোমিটাৰমান হ'ব। সৰু-ডাঙৰ ল'ৰা, গাভৰু ছোৱালী, বুঢ়ী আৰু কম বয়সৰ মহিলা — এইসকল আহি লাইনত থিয় হয়। যিয়ে আগতে আহিব পাৰে — সিহঁত আগত আৰু পিছত অহাসকল পিছত। ঠিক চিনেমা হল, কেৰাচিন, গেছ আদিৰ লাইনৰ দৰে নিয়ম। বিমলাহঁতৰ লাইনটো কন্ট্ৰ'ল কৰাৰ কাৰণে তাত কেবাজনো পুৰুষ আৰু মহিলা পুলিচ থাকে। লাইন ভংগ কৰিলেই পিঠিত, হাতত বেতৰ লাঠিৰে প্ৰহাৰ কৰে।

বিমলায়ো লাইনৰ প্ৰথম দহটামানৰ ভিতৰত থাকিবলৈ চেষ্টা কৰে। কিন্তু কোনোপধ্যেই নোৱাৰে। ঘৰত ককায়েক, বৌৱেকহঁতক ৰান্ধি-বাঢ়ি খুৱাই, প্ৰসাধনখিনি

কৰি, খোজকাঢ়ি, চিটীবাছ ধৰি আহি পাইমানে তাইৰ পলম হৈ যায়। তাইতকৈ বহুত আগেয়ে আনবিলাক আহি লাইনত থিয় হৈ থাকে। বিমলা বহুত পিছত পৰি যায়। লগৰ দুই এজনক সোধে— তহঁত ৰাতি আহ নেকি অ'?

ঠিক দহ বজাৰ লগে লগে গেটখন খুলি দিয়ে। ঠিক সেই শাৰী পাতি গৈ আকৌ কাউন্টাৰৰ মুখত থিয় হৈ অপেক্ষা কৰি- কাউন্টাৰ কেতিয়া খোলে। এইখিনি সময়তো কোনোৱে লাইন ভাঙি আগ-পিছ কৰিব নোৱাৰে। পুলিচৰ চোকা দৃষ্টি প্ৰত্যেকৰে ওপৰত। তাৰে মাজতো দুই-একে ঠেলা-হেঁচা লগাই লাইন ভাঙি আগলৈ যাব খোজে। কিন্তু পহৰাৰত পুলিচৰ লাঠিৰ প্ৰহাৰত আকৌ সৰি লাগে।

এনে পৰিস্থিতিত বিমলাৰ বৰ অসুবিধা হয়। ঠেলা-হেঁচাৰ সময়খিনিত ভালেকেইজন উদ্ধত ল'ৰাই ইচ্ছাকৃতভাৱে বিমলাৰ গাত হাউলি পৰে, দুই কান্ধত ধৰি আগুৱাই যাবলৈ কয়। অৱশ্যে শাৰী পাতি থকাসকলৰ লগত অকল যে বিমলাহে গাভৰু ছোৱালী আছে এনে নহয়। সন্ধ্যা, ৰত্না, মানসী, প্ৰতিভা, কামেশ্বৰীহঁতো আছে। নৰ্মদা, বিপাশা, সুভদ্ৰা আদি কম বয়সীয়া তিৰোতাও আছে। কিন্তু সিহঁতৰ গাত কাৰো হাত নালাগে।

কিন্তু আটাইবোৰ গাভৰুৰ মাজত বিমলাপ্ৰভা শইকীয়া বৰ ধুনীয়া। তাই পিন্ধি থকা কাপোৰ হাতৰ, কাণৰ গহনা, মুখত ঘঁহা প্ৰসাধন আদি নিম্নস্তৰৰ। কিন্তু তাইৰ দুকুল ওপচি পৰা যৌৱনৰ তুলনাত এইবোৰ ন ধৰ্তব্যং। মোক খা, মোক খা চেহেৰা। ভ[illegible]ৰত তাই ক্লান্ত হৈ নপৰে। দুয়োটা ওঁঠৰ তলে-ওপৰে আৰু গাল দুখনত ঘামৰ টোপালবোৰ বিৰিঙি উঠে। ৰঙা পৰা গাল। যেন পকা আপেলৰ ওপৰত বৰষুণৰ টোপালহে পৰিছে। টানি ধৰা ব্লাউজৰ কাষলতিৰ তল দুটা ঘামত তিতি থাকে। ভাব হয় যেন- নিয়ৰত তিনি আছে- গোলাপৰ পাহি।

সেই কাৰণেই বিমলাক সকলোৱে মৰম কৰে। পহৰাৰত পুলিচ নৰেন্দ্ৰ তালুকদাৰ, কাউন্টাৰৰ কেৰাণীদ্বয় বলেন দাস আৰু পূৰ্ণহৰি দত্ত - বিমলাৰ কাৰণে যেন পৰি মৰে। নৰেন্দ্ৰই কয় - তুমি লাইনত থিয় হ'ব নালাগে। ইয়াতে বহিবা। বলেন আৰু পূৰ্ণহৰিয়ে কয় - তুমি লাইনত থাকিব নালাগে- ছাইডত থাকিবা। বিমলাই মুখ খুলি শলাগ ল'ব নোৱাৰে; কিন্তু চকু দুটা আৰু ওঁঠ দুটাৰে মৌন, ইঙ্গিতময় ভাষাৰে বুজায় - আপোনালোকৰ সহানুভূতিৰ বাবে ধন্যবাদ। মুখখুলি ক'ব নোৱাৰে- কাৰণ লাইনত থকা আনবোৰ মানুহে প্ৰতিবাদ কৰিব- তাইৰ প্ৰতি এই দৰদ কিয়।

সকলো পুৰুষৰে চকু বিমলাৰ ওপৰত। অফিচটোত বাৰ কুৰি মানুহে কাম কৰে। কমেও বাৰ কুৰি বাহিৰা মানুহ অফিচখনলৈ আহে নানা কামত। সকলোৰে চকু পৰে বিমলাৰ ওপৰত। খন্তেক বৈ এবাৰ তাইৰ ৰূপ-লাৱণ্য চায়। চাবই। চকু পৰিবই। গছত অসংখ্য আম লাগে। তাৰে নিটোল, পকা আমটোহে মানুহৰ চকুত পৰে।

সন্ধ্যা, ৰত্না, মানসীহঁতো সাজি-কাচি আহি লাইনত থিয় হয়। তাহাঁতৰ ফালে চাবলৈ কাৰে সময় নাই। তাহাঁতক কোনেও মৰম নকৰে। বাবুৰ পৰা পুলিচলৈ সকলোৱে কেটেৰা-জেঙেৰা মাৰে। লাইন নাভাঙিলেও ঢকা-গন্টি খায়। সিহঁতে তামোল কাটি আনি পুলিচ, কাউন্টাৰৰ বাবুক খুৱায়। কিন্তু বিমলাক খুৱায় পুলিচ আৰু কাউন্টাৰৰ বাবুবিলাকেহে। ওলোটা। এয়া ৰূপৰ ফল। নাৰীৰ ৰূপত যুগে যুগে পুৰুষ বলিয়া। এয়া জগতৰ চিৰন্তন সত্য।

বিমলাই দিনটোৰ ভিতৰত এনেদৰে চল্লিশ, পঞ্চাশ টকা আনি বৌৱেকৰ হাতত দিয়ে। বৌৱেকে ককায়েকক দিয়ে। তাৰে বজাৰ কৰে, খায়। এনেদৰেই ঘৰখন বিমলাই পুহি আছে। ককায়েক শ্ৰীবিলম্বনাথ শইকীয়া এজন নাম থকা এলেহুৱা। একো কামেই নকৰে। একো চাকৰি-বাকৰি, ব্যৱসায়-বাণিজ্য নাই। কিছুবছৰ খালে বাপেকে এৰি থৈ যোৱা কিছু টকাৰে, কিছুবছৰ ঘৈণীয়েকৰ বাপেক অৰ্থাৎ শহুৰেকৰ টকাৰে। এতিয়া শেষ। বিমলাই উপায় নাপাই এনেদৰে লাইনত গৈ পঞ্চাশ-ষাঠি টকা আনি চলি আছে।

বিমলাই কিছুদিন লুজেন্স ফেক্টৰীত, কিছুদিন চাবোন ফেক্টৰীত, কিছুদিন মানুহৰ ঘৰত কাম কৰিছিল। কিন্তু তিষ্ঠিব নোৱাৰিলে। পঠা ছাগলীৰ গাৰ মঙহেই শত্ৰু হোৱাৰ দৰে বিমলাৰো শৰীৰৰ ৰূপটোৱেই শত্ৰু। লিখা-পঢ়া নজনা কাৰণে, ঘৰৰ অৱস্থা শোচনীয় কাৰণে কোনো ভাল ল'ৰা বিয়া কৰাবলৈ অহা নাই। কিন্তু ফেক্টৰীৰ মালিক, মেনেজাৰহঁতে, বাচন-বৰ্তন, কাপোৰ-কানি ধুবলৈ যোৱা ঘৰৰ মানুহবোৰে তাইক অকলশৰীয়া অৱস্থাত মৰম কৰিবলৈ বিচাৰে। নিশালৈকে ৰাখিবলৈ খোজে। "ভয় কৰিব নালাগে, তোমাক গাড়ীৰে ঘৰত থৈ আহিম" ইত্যাদি প্ৰলোভনীয় বাক্য প্ৰয়োগ কৰি বিমলাক হস্তগত কৰিব খোজে। সেইকাৰণেই তাই সেইবোৰ কাম এৰি দি কিছুদিন ঘৰতে বহিল। কিন্তু বৌৱেক আৰু ককায়েকৰ গালি-শপনিত তাই প্ৰায়ে লঘোণে থাকিবলগীয়া হ'ল।

অৱশেষত লগ পালে সন্ধ্যা সৰকাৰক। তাইৰ আগত সকলো দুখৰ কথা ক'লে বিমলাই। সন্ধ্যাই ক'লেঃ তেনেহ'লে কাইলৈ মোৰ লগত ওলাবি। দিনটোত পঞ্চাশ-ষাঠি টকা পাবি লাইনত থিয় হ'লে। কত ছোৱালী, কত তিৰোতা, ল'ৰা যায়। বিমলাই তাকেই কৰিলে। সিদিনাৰ পৰাই আজিলৈকে তাকেই কৰি আছে। এতিয়া ককায়েক, বৌৱেকে বিমলাক কেটেৰা-জেঙেৰা নামাতে।

বিমলাৰো আগতকৈ বুদ্ধি-বৃত্তি বাঢ়িছে। তাই অনুভৱ কৰিছে যে কিবা এটা কৰা দৰকাৰ। এনেদৰেতো আৰু জীৱনটো কটাব নোৱাৰো। বয়সতো বাঢ়িয়েই আছে। তাইৰ মাকে কৈছিল- বোলে কুৰি হ'লেই ছোৱালী বুঢ়ী। আজিকালি দেৰকুৰি হ'লেও ছোৱালীয়ে ফ্ৰক পিন্ধি থাকে, মাকৰ কোলাত শোৱে। কিন্তু সকলোৱে ভাগ্যত

সেইবোৰ নাখাটে, নফলে। যিবিলাক ছোৱালীৰ মাক-বাপেকৰ অপৰ্যাপ্ত টকা আছে, মাক-বাপেক ডাঙৰ ডাঙৰ বিষয়বাবৰ চৰকাৰী চাকৰি কৰে অথবা মন্ত্ৰী-বিধায়ক — তেওঁলোকৰ ছোৱালীৰ বয়স দেৰ-দুই কুৰি হ'লেও সৰু ছোৱালী হৈ থাকে। কিন্তু বিমলাহঁতৰ দৰে ডাল-দৰিদ্ৰ ঘৰৰ ছোৱালীৰ বয়স কুৰি হৈ দেব মাহ গ'লেও মানুহে ঘৰতে বুঢ়ী হৈ আছে বুলি লোকে নিন্দা কৰে। বিমলাও এনে নিন্দাৰ পাত্ৰী হৈছে। গতিকেই কিবা এটা কৰিব লাগিল বুলি তাইৰ গাত ধৰিছে।

লাহে লাহে বিমলাৰ ধুন-পেচ অলপ বাঢ়িল। নিজ আৰ্জনৰ পৰা সদায় অলপ অলপ চান কাঢ়ি তাই দুখনমান ৰঙীণ শাৰী, ব্লাউজ দুটামান কিনিছে। আগতকৈ প্ৰসাধন আৰু পিন্ধা-উৰাত অধিক সময় খৰচ কৰে। আইনাত বাৰে বাৰে মুখখন চায়। শাৰীখনৰ ভাঁজে ভাঁজে অসংখ্য চেফ্‌টি পিন। ভেনিটি বেগতো ৰাখে এখন অকণমান আয়না, ফনি, ওঠত ৰং লগোৱা এডাল লাঠি, অকণমান কাগজত বান্ধি ৰাখে পাউডাৰ, দহটকামান দামৰ এটা চেন্টৰ বটল। এনেদৰে প্ৰসাধন আৰু বস্ত্ৰ-পৰিধানৰ উন্নতি হোৱাটো পুলিচ নৰেন্দ্ৰ নাথ তালুকদাৰে লক্ষ্য কৰিছে। আৰু এটা কথা লক্ষ্য কৰিছে- বিমলাই আজিকালি আগতকৈ অলপ বেছিকৈ হাঁহি-মাতি কথা কয়। তালুকদাৰকো কেতিয়াবা তামোল খোজে, কেতিয়াবা লাইনত তাইৰ ছিটটো ৰাখিবলৈ অনুৰোধ কৰি ভৰি ধুবলৈ যায়। এনেবোৰ কথা লক্ষ্য কৰি তালুকদাৰে এটা সিদ্ধান্তত আহিছে যে বিমলাক সি বলাব পাৰিব। পুলিচে সিদ্ধান্তবোৰ কাৰ্যকৰী কৰিবলৈ বৰ বেছি সময় ভবা-গুণা কৰি নাথাকে। চোৰ দেখিলেই তাক থাপ মাৰি ধৰিব লাগে, উধাই-মুধাই পিঠি-পেটে দুচাব দিব লাগে। এনেহেন কথা।

তালুকদাৰে এদিন লাইন সমাপ্তিৰ অন্তত বিমলাক ক'লেঃ আহা চাহ খাওঁগৈ দোকানত। বিমলাই অলপ ইতস্ততঃ কৰি কলেঃ পলম হয় নেকি? পলম হ'লেই ঘৰত বকিব। ঃ আৰে, একো পলম নহয়। সৌ ফুটপাথৰ মোবাইল দোকানতে খাম। সি ভাল আলুচপ আৰু পকৰি বনায়। তোমাক স্কুটাৰেৰে ঘৰৰ ওচৰত থৈ আহিম। খালে। খোলা দোকানৰ বেঞ্চ এখনত বহি দুয়ো আলুচপ, পকৰিৰে চাহ খালে। আচলতে চাহ খোৱাটো এটা নিমিত্তহে মাত্ৰ। দুয়ো কথা পাতিলে। পুলিচে বিমলাৰ ঘৰৰ সকলো কথা উলিয়াই ল'লে। অৰ্থাৎ ঘৰত কোন কোন আছে, কি কৰে ইত্যাদি। বিমলায়ো কোনো লুক-ঢাক নকৰাকৈ তাইৰ ঘৰখনৰ বৰ্তমান পৰিস্থিতি, তাইৰ পৰিস্থিতি সকলোবোৰ আৱেগিকতাৰে ব্যক্ত কৰি দিলে। তালুকদাৰ পুলিচ চতুৰ মানুহ, গতিকে বিমলাৰ চেন্টিমেন্ট খিনি আয়ত্ত কৰি পেলালে। তাৰ পিছত চাহৰ পইচা দি দুয়ো উঠি আহিল। বিমলাক স্কুটাৰৰ নেজত তুলি লৈ ঘৰৰ ওচৰত নমাই থৈ আহিল।

এয়া আৰম্ভণি। ইয়াৰ পিছত এদিন খোলাখুলি ভাবেই নৰেন তালুকদাৰে সুধি

দিলে— তোমাৰ কি বিয়াত বহিবলৈ ইচ্ছা নাই নেকি? বিমলাই ক'লেঃ ইচ্ছা থাকিলেই হ'বনে? আমাৰ দৰে দুখীয়া-কঙাল ছোৱালীক বিয়া কৰাবলৈ কোননো আগবাঢ়ি আহিব!! এটা দুখৰ হুমুনিয়াহ এৰিলে বিমলাই। তালুকদাৰৰ এইবাৰ সাহস বাঢ়ি গ'ল। এয়েই সুযোগ। এইবিলাক কথা বেছি লেনিয়াই থকা ঠিক নহয়। প্ৰস্তাৱ দিলেঃ মই যদি বিয়া কৰাও। তুমি ৰাজীনে? বিমলাই লগে লগেই উত্তৰ এটা দিব নোৱাৰিলে। ছোৱালীবিলাকে এনে প্ৰশ্নৰ উত্তৰ সতকাই নিদিয়ে। কিন্তু আকাৰে ইঙ্গিতে বুজায় যে ৰাজী। বিমলায়ো তেনে ইঙ্গিত কিছুমান দিলে। পুলিচে বুজি পালে।

এনেদৰে কিছুদিন বুজাপৰা হোৱাৰ পিছত বিমলাই শেষ সিদ্ধান্তত উপনীত হ'ল যে- তালুকদাৰ পুলিচৰ লগতে বিয়াত বহা তাইৰ উচিত হ'ব। কথাটো বৌৱেক-ককায়েকৰ আগতো ক'লে। পুলিচেও কেবাদিনো বিমলাইঁতৰ ঘৰলৈ অহা-যোৱা কৰিলে। ককায়েক, বৌৱেকৰো তেওঁৰ ওপৰত বিশ্বাস এটা জন্মিল।

পুলিচৰ বুদ্ধিমতেই দুয়ো ঘৰ একমতত উপনীত হ'ল যে বিয়া হ'ব কামাখ্যা মন্দিৰত। খৰচ কম, প্ৰচাৰ কম। কষ্ট কম। এটা দিন-বাৰ ঠিক কৰা হ'ল আৰু যথা সময়ত পুলিচ নৰেন তালুকদাৰৰ লগত বিমলাৰ বিয়া হৈ গ'ল।

বিয়াৰ পিছতেই নৰেন তালুকদাৰে কইনা লৈ গাঁৱলৈ গ'ল। এখন ভিতৰুৱা গাঁৱত তেওঁৰ ঘৰ। দৰা-কইনা আদৰিবলৈ পদূলিতে ৰৈ আছে তেওঁৰ আগৰজনী ঘৈণীয়েক পুষ্পলতা তালুকদাৰ। লগত ল'ৰা-ছোৱালী চাৰিটা। হাতত এখন ঘাঁহ কটা দা। পদূলিমুখ পোৱাৰ লগে লগে পোৱালি হেৰুওৱা বাঘিনীৰ দৰে তাই গৰ্জি উঠিলঃ আহ, দুয়োকে বলি দিম আজি। মোৰ আগৰ বঢ়া ভাত কাঢ়ি খাবলৈ আহিছ........।

কিন্তু যথেষ্ট সতৰ্কতা আৰু কৌশলেৰে তালুকদাৰে পুষ্পলতাক কাবু কৰি পেলালে— চা, তোক মই ভৰণ-পোষণ দিছো। ল'ৰা-ছোৱালীক পঢ়ুৱাইছো, খুৱাইছো, পিন্ধাইছো। এইক মই টাউনত ৰাখিম। তই থাকিবি গাঁৱত। দুয়োকে মই সমানে মৰম কৰিম। তোৰ আপত্তি কৰিবলগীয়া কি আছে? আজিকালি এইবিলাক সাধাৰণ কথা। দুজনী ঘৈণীয়েক থকা মানুহ আমাৰ দেশত অসংখ্য আছে। যা ৰন্ধা-বঢ়া কৰ। মই বৌ এটা আনিছো আৰু বেগত ৰসগোল্লা আছে। খা।

এই গোটেইবোৰ দৃশ্য বিমলাই সহি থাকিব নোৱাৰিলে। তাই আউলি-বাউলি হৈ কান্দি কান্দি পুষ্পলতাক ক'লেঃ বাইদেউ, এওঁ মোক ঘুণাক্ষৰেও কোৱা নাই যে আগতে এওঁ বিয়া কৰাইছে.......।

কিছুদিন পিছত বিমলাও ঠিক হৈ গ'ল। কাৰণ তাই এটা আশ্ৰয় পাইছে, নিৰাপত্তা পাইছে। তিৰোতাসকল পানীৰ দৰে। যি পাত্ৰতে থয় সেই পাত্ৰৰে গঢ় লয়। ❑

# দংশন

মানুহজন আগে-পিছেও মোৰ ওচৰলৈ আহিছিল। কেতিয়াবা ঘৰতো ওলায়গৈ আৰু প্ৰায়ে অফিচলৈ আহে। কম বয়সৰ। অলপতে বিয়া কৰাইছে। ল'ৰা-ছোৱালী দুটি জন্ম হৈছে বুলি মোৰ আগত ব্যক্ত কৰিছে। প্ৰথম আহোতে চিনাকিটো দিছিল এনেধৰণেঃ খুৰাইতো মোক চিনি পোৱা নাই। মই আপোনাৰ বন্ধু চন্দ্ৰ দাসৰ জোঁৱাইৰ সখি। ঘৰ পানীতোলাত। মোৰ নাম জগত দাস। চাকৰি নাই। ব্যৱসায়, কণী ছাপ্লাই। এনেকৈ পৰিচয় দি ঘৰলৈ আহোঁতে ভালদৰে আদৰ-অভ্যৰ্থনা কৰা হৈছিল। কিয়নো মোৰ বন্ধু চন্দ্ৰৰ প্ৰসঙ্গ উলিয়াই চিনাকি দিলে যেতিয়া চন্দ্ৰই কথাটো শুনিলে যেয়া পাব, বোলে মোৰ জোঁৱাইৰ সখিয়েক এজন তোৰ ঘৰলৈ গৈছিল তই চাহ একাপকে যাছিলি। এনেকৈ চিনাকি হোৱাৰ পিছত জগত মোৰ ওচৰলৈ প্ৰায়েই অহা হ'ল। কেতিয়াবা মোৰ কলেজত, কেতিয়াবা ঘৰত। পিছত মই বিৰক্তি অনুভৱ কৰিছিলো। কিন্তু মুখ খুলি ক'বও নোৱাৰো।

তেওঁ নানা কাৰণত মোৰ ওচৰলৈ আহে। কেতিয়াবা কিবা-কিবি খবৰ ক'বলৈ আহে। বানপানীয়ে কেনেকৈ অঞ্চলটো গ্ৰাস কৰিছে, নিবনুৱা সমস্যাই কেনেকৈ ভয়াবহ ৰূপ ধাৰণ কৰিছে আৰু চৰকাৰী সুবিধা গ্ৰহণ কৰিবলৈ মানুহে কেনেকৈ হেতা-ওপৰা লগাইছে— এইবোৰ খবৰ মোৰ আগত বিতংভাৱে ব্যাখ্যা কৰে। তেওঁ যেন নজনা কথা একোৱেই নাই। বানপানী কেনেভাৱে ৰোধ কৰিব পাৰি, নিবনুৱা সমস্যা কেনেভাৱে দূৰ কৰিব পাৰি, চৰকাৰী সুবিধা কেনেভাৱে গ্ৰহণ কৰিব পাৰি— জগতে তাৰ ব্যাখ্যা সুন্দৰভাৱে দাঙি ধৰে আৰু মোৰ কাণ ঘোলা কৰি দিয়ে।

বানপানীৰ সমস্যাটোত তেওঁ যিমান লাগি নাথাকে। তেওঁৰ মতে বানপানী হ'লে ভালেই। আগতে ককাকহঁতৰ মুখতো শুনিছিল যে বানপানী হ'লে ভালেই। মাটিত পলস পৰে, মাছ-পুঠি চাৰিওফালে সিঁচৰিত হয়। ফলত মানুহৰ খেতি-বাতি ভাল হয়, সকলো শ্ৰেণীৰ মানুহে মাছ-পুঠি মাৰি ভাতকেইটা সুখেৰে খাব পাৰে। কিন্তু আজিকালি বানপানী হ'বলগা সময়ত নহয় আৰু মথাউৰি ভাঙি মানুহৰ ঘৰ-বাৰী উটুৱাই নিয়ে।

কিন্তু জগতৰ মতে নিবনুৱা সমস্যা দূৰ কৰাৰ দুটা পথ। এটা হ'ল— সৰু-সুৰা বেপাৰ-বাণিজ্য কৰা। আনটো কোনো এম-এল-এ বা ইলেকচনত হাৰি চেয়াৰমেন, ডিৰেক্টৰ হোৱা মানুহৰ লগ লাগি সব এল-পি স্কুলৰ চাকৰিৰ কাৰণে, নাৰ্ছ, গ্ৰামসেৱিকা, অঙ্গনবাদী শিক্ষয়িত্ৰীৰ কাৰণে ঠিকা লোৱা। বিশ, ত্ৰিশ, চল্লিশ হাজাৰ। গণেশ, দুৰ্গা, লক্ষ্মী, কালী, শিৱ আদিক দি থৈ দহ হাজাৰ বাচিলে মাহটো মোচত তেল দি খাই থাকক আৰু। চিন্তা নাই।

এনেদৰেই জগতে মোক বিৰক্ত কৰে। আকৌ মাজে মাজে মোক তোষামোদ কৰি এনেভাবে ওপৰত তুলি দিয়ে যে তেওঁ বিৰক্ত কৰিলেও, আহি থাকিলে ভাল পাওঁ। যেনেঃ কিন্তু খুৰা এটা কথা, আপোনাৰ আমাৰ অঞ্চলত যি নাম আছে, কৃপানাথহঁতৰ নাম নাই। কৃপানাথে বছিৰৰ লগত লগ লাগি কত মানুহৰ টকা খালে চাকৰি দিব বুলি। কাকো দিব পৰা নাই। মানুহে লেইলেই, ছেইছেই কৰে। এতিয়া সিহঁতৰ পাৰ্টি ৰজা হৈ আছে কাৰণে বাচি আছে। অহাবাৰ সিহঁত থাকিব নোৱাৰে। তেতিয়া মানুহে সিহঁতক চিনিয়েই নাপাব। যাৰ পৰা টকা খাই চাকৰি দিয়া নাই-সিহঁতেও কুকুৰ খেদা দিব। কিন্তু আপোনালোকক মানুহে পূজা কৰিব। লেখক মানুহক সকলোৱে ভাল পায় খুৰা। আপুনি যে কিবা-কিবি লিখি থাকে— সকলোৱে পঢ়ে। অহা বছৰ আপোনাক স্কুলৰ মিটিঙলৈ বক্তা হিচাপে মাতিব। এনে তোষামোদত মই ভাল নেপালেও জগতক বেয়াকৈ ক'ব নোৱাৰো। ই সকলো মানুহৰে এটা দুৰ্বলতা। ঋষি-মুনিৰ পৰা বৰ বৰ শিল্পী-সাহিত্যিকলৈকে এই দুৰ্বলতা থাকে।

এদিন ৰাতিপুৱাই জগতে মোৰ ওচৰলৈ ল'ৰা এজন লৈ আহিল। মোক ক'লেঃ খুৰা, এওঁ মোৰ বন্ধু। অলপতে বিয়া কৰাইছে। কিন্তু চাকৰি-বাকৰি একো নাই। আপুনি এওঁক ক'ৰবাত, সাধাৰণ চাকৰি এটাওঁ হ'লেও সুমুৱাই দিব লাগে। মোৰ খঙে চুলিৰ আগ পাইছিল; কিন্তু খং সম্বৰণ কৰি ক'লো, "মই এওঁক ক'ত চাকৰি দিম? মোৰ কি ক্ষমতা আছেহে যে মই কাৰোবাক ক'লেই এওঁৰ চাকৰি এটা হ'ব।" নহয় খুৰা, কথা সেইটো নহয়। সাংস্কৃতিক সঞ্চালকৰ অফিচত এটা পোষ্ট আছে বুলি মই খবৰ পাইছো। আপোনাৰ লগত সঞ্চালক প্ৰতুল কুমাৰ শইকীয়াৰ জনা-শুনা আছে। তেওঁক আপুনি এবাৰ কৈ দিলে এওঁ কামটো পাই যাব। "অ' অৱশ্যে প্ৰতুলৰ লগত মোৰ চিনা জনা আছে। আমি একেলগে পঢ়িছিলো। তাক এষাৰ ক'ব পাৰিম।" হে, মই তেনেহ'লে কি কৈছো। মই জানো নহয় আপোনাৰ কোনবোৰ মানুহৰ লগত ভাল আছে। আপোনাৰ এটা বাক্য এক লাখ টকাৰ সমান", মোৰ ফালে চাই জগতে ক'লে। আকৌ লগত অহাজনৰ ফালে চাই ক'লে, "দেখিলা, মই তোমাক যা-তা মানুহৰ ওচৰলৈ অনা নাই। এইবোৰ দেৱতাৰ দৰে মানুহ। মন্ত্ৰী, এম-এল-এৰ বাপেক। বাৰু খুৰা আমি এতিয়া আহোঁহে। পিছত এদিন আহিম।"

এমাহমান ভতিজা অহা নাছিল। এদিন হঠাতে ওলাল মোৰ ঘৰত। লগত এজনী ছোৱালী। বয়স হৈছে বুলি অনুমান কৰিব পাৰি। কিন্তু বিয়া যে হোৱা নাই কপালৰ সেন্দূৰতে তাৰ প্ৰমাণ। অৰ্থাৎ কপালত সেন্দূৰৰ ফোঁট লগোৱা নাই। ভতিজাৰ কথাত সদায় এটা হুলস্থূল, ব্যস্ততা, খৰধৰ। তেওঁ ক'লে, "খুৰা, এওঁ আমাৰ খৰচেদ আলীৰ ভনীয়েক মেহেৰুনিছা বেগম। আপুনি এবাৰ মহিবুদ্দিন সচিবক কৈ দিব লাগে, এওঁ ব্লকত চাকৰি এটা পাব। মহিবুদ্দিন আৰু আপুনি একেলগে পঢ়িছিল হেনো, মোক সখিৰ শহুৰেকে কৈছে। আৰু খৰচেদ কাকাও আপোনাৰ লগত পঢ়িছিল বোলে। তেওঁ এতিয়া দৰ্জি। মানে টেইলৰিং খুলিছে।

সিদিনা ভতিজাক অলপ বেয়াকৈ ঠাট্টা কৰিলো, বোলো তুমি দেখিছো মোৰ লগত কোন পঢ়িছিল, কোনে ক'ত চাকৰি কৰিছে সব জানাহে। "হয় খুৰা, আপোনাক সকলোৱে জানেতো। মুহিবুদ্দিন চাহেবে তেওঁৰ জীয়েক এজনীক চমছেৰ আলীলৈ দিছে নহয়, সেই যে বি-ডি-অ' চমছেৰ, তালৈ যাওঁতে তেওঁ নিজেই আপোনাৰ কথা উলিয়াইছিল বোলে সৌখন গাঁৱৰ প্ৰণৱ শইকীয়াৰ লগত মই একেলগে পঢ়া।" ভতিজাৰ মুখ লাউপাত-কচুপাত।

ঃ হৈছে হৈছে, এইবোৰ এৰা। শুনা, মুহিবুদ্দিন চাহাবৰ জোঁৱাই চমছেৰ আলী বি-ডি-অ'। তেওঁক ধৰাগৈ মেহেৰুনিছাৰ কাৰণে। মোক কৈ লাভ নাই।

ঃ তেওঁ নিদিয়ে খুৰা। নিজৰ জাতিৰ ছোৱালী। টকা খাব নোৱাৰে। কেলেই দিব। বি-ডি-অ'ই টকা খাই ধুনি দিছে।

ঃ বাৰু এতিয়া যোৱা। মই বাৰু মুহিবুদ্দিনক এবাৰ কৈ দিম। ভতিজাক কোনো ৰকম খেদিব পাৰিলেই ভাল পাওঁ। সেয়ে তেনেকৈ ক'লো।

তেওঁ আৰু এগুণ চৰিলহেঃ হে মই নকৈছিলো তোমাক বেগম যে আমাৰ খুৰা বৰ হাতদীঘল মানুহ। সকলোৱে চিনি পায়। কাম কৰিহে এৰিব।

ছোৱালীজনীয়ে এটা কৰুণ চাৱনিৰে মোৰফালে চালে আৰু নমস্কাৰ এটা দি বিদায় ল'লে। তেওঁ আৰু কিবা ক'ব খুজিছিল; কিন্তু ভতিজাই চান্স নিদিলেঃ আহা, আহা, খুৰাৰ সময় নষ্ট নকৰিবা। আমি বাছখন পাব লাগিব....। যেন টানিয়েই লৈ যাব।

নাই, আৰু বেছ কিছুদিন ভতিজা অহা নাই। এদিন এজন বুঢ়া মানুহ লৈ উপস্থিত। তাক দেখিলেই জুই উঠা হ'ল। কিন্তু মুখ খুলি একো ক'বও নোৱাৰো। বুঢ়া মানুহ। অচিনাকি। তেওঁকো বেয়াকৈ একো ক'ব নোৱাৰো। বহিবলৈ নোকোৱাকৈয়ে বহিলে দুয়ো। ভতিজাই কিন্তু পাতনি নেমেলে। বহিয়েই আৰম্ভ কৰি দিয়ে। ঃ খুৰা, এওঁৰ ল'ৰাটোৱে ইটালিয়ান বেংকত ইন্টাৰভিউ দিছে। যোল্লটা পোষ্ট। আপুনি এবাৰ মেনেজাৰক কৈ দিব লাগে।

বুঢ়াজনেও বৰ কাও-মাও কৰি ক'লে ঃ হয় দেউতা ঈশ্বৰ, মই বৰ গৰিব মানুহ।

খেতি-বাতিও আজিকালি বৰ বেয়া। ল'ৰাটিয়ে কামটি পালে ঘৰখন বাচে।

ঃ মোক ক'লে কি হ'ব, মইটো চাকৰিটো দিব নোৱাৰো। অৱশ্যে মেনেজাৰক এবাৰ সুধিব পাৰিম আপোনাৰ ল'ৰাৰ নামটো লিষ্টত আছেনে নাই।

ঃ হেই মই নকৈছিলো আতা (ককা) বোলে খুৰাই তেনেকে এবাৰ খবৰ কৰা মানে মেনেজাৰে বুজি পাব যে খুৰাৰ খাতিৰৰ মানুহ। গতিকে চিন্তা নাই, ব'ল আতা, আমি যাওঁগে। বুঢ়াক প্ৰায় চোঁচোৰাই নিয়াৰ দৰে টানি লৈ গ'ল ভতিজাই। বুঢ়াজনে শ্ৰদ্ধা আৰু ভক্তিপূৰ্ণ কৰুণ চাৱনিৰে মোৰ ফালে চাই বিদায় ল'লে। আৰু কিবা ক'ব খোজে, কিন্তু জগত ভতিজাই ক'বলৈ সুবিধা নিদিয়ে।

কিয়ে গলগ্ৰহ এটা চপাই ল'লো। বাটৰ কচু গাত ঘঁহি ল'লো। নলগা ওমোলা জেং বান্ধিলো। চন্দ্ৰৰ লগত একেলগে পঢ়িছিলো। জীৱনত কত চন্দ্ৰ, সূৰ্য, পৱন, বৰুণ, ইন্দ্ৰ, ভীম, অৰ্জুন, নকুল, সহদেৱ, ভীষ্ম, যুধিষ্ঠিৰ আদিৰ লগত পঢ়িলো। এতিয়া কোন, ক'ত আছেগৈ কোনে খবৰ ৰাখে! একে চহৰতে থকা নকুল, অৰ্জুনকে এদিন লগ ধৰিবলৈ সময় নাপাওঁ। চন্দ্ৰ বা এতিয়া ক'ত চিত-ভোলোঙা খাই পৰি আছে। অথচ ঘাঁহ-তলী, মাহ-তলীত প্ৰসৱ কৰা, এলেক-পেলেক ক'ৰ চন্দ্ৰৰ জোঁৱায়েকৰ সখিয়েক আহি এনেদৰে জুলুম কৰি খাবলৈ ধৰিছে। মনটো বিৰক্তিৰে ভৰি পৰিল।

অথচ কাকো একো ক'ব নোৱাৰো। মোৰ ধাৰণা এটা মানে অভিজ্ঞতা এটা স্পষ্ট হৈছে যে আচলতে অযোগ্য লোকেহে এনেদৰে বাটৰ কচু গাত ঘঁহি লয়। চূড়ান্ত অযোগ্য মই। না পাৰো— কাৰোবাক চাকৰি দিব, ঠিকা দিব, স্কুল, কলেজত লাখ লাখ টকাৰ সাহায্য দিব। না পাৰো— কাৰোবাক লাইচেঞ্চ দিব, মাটি-বাৰী-গাড়ী দিব। দিন ভিক্ষা প্ৰাণ ৰক্ষাৰ পেটটো পোহা, ছলি পঢ়োৱা চাকৰি, পইচাৰ টানত দুটকীয়া চাউল, পচা চালানী মাছ, পোকে খোৱা দাইলৰ পানী খাই মৰো— অথচ মোৰ ওচৰলৈ মানুহ আহে চাকৰিৰ যোগাযোগ কৰি দিব লাগে। মই অযোগ্য কাৰণেহে এইবোৰ তৎক্ষণাৎ গাত লওঁ। পিছত জ্বলা-কলা হৈ মৰো।

আনফালে যিসকল যোগ্য লোক, যিয়ে চাকৰি দিব পাৰে, ঠিকা-ঠুকলি, লাইচেঞ্চ, লাখ লাখ টকাৰ অনুদান, দান-দক্ষিণা দিব পাৰে- তেওঁলোকে একো গাত নলয়। বৰং সাক্ষাৎ নিদিয়ে, টেকেলা, কুকুৰ লগাই হুদু খেদা দিয়ে। সকলোকে নহয়। মোৰ দৰে, চন্দ্ৰৰ জোঁৱায়েকৰ সখিয়েক জগতহঁতৰ দৰে মানুহক।

জগত আজি ভালেমান দিন মোৰ ওচৰলৈ অহা নাই। নাহিলেই ভাল পাওঁ। অথচ কিয় অহা নাই কাৰণটো জানিবলৈও মন যায়। এয়া মানৱ চৰিত্ৰৰ একোটা দিশ। তেওঁ বোধহয় কণী ছাপ্লাইত জোৰদাৰ লাগিছে। ট্ৰাক ড্ৰাইভাৰবিলাকে হৰতাল কৰিছে। বজাৰত মাছ আৰু শাক-পাচলিৰ বৰ অভাৱ। গতিকে কণীৰ বৰ চাহিদা বাঢ়িছে।

দিন যোৱাৰ লগে লগে জগত-ফগতৰ কথা পাহৰি গ'লা। নিজৰে ব্যস্ততাৰ অন্ত নাই। আনৰ কথা ক'ত মনত পৰি থাকিব। কিন্তু মনত পেলাই দিলে। হঠাতে এদিন জগত ভতিজাই মোৰ ওচৰলৈ সেই প্ৰথমতে লৈ অহা ল'ৰাজন আহি উপস্থিত। তাৰে অলপ পিছত সেই মুছলমান ছোৱালীজনী আৰু খন্তেক পিছতে সেই বুঢ়া মানুহজন। যেন তিনিওফালৰ পৰা তিনিটা নিজৰা আহি এঠাইত মিলন হৈছে। যেনিবা সন্ধ্যা-ললিতা-কান্তা।

নিজৰা নহয়। পিছত জানিলো যেন বিৰোধী দলৰ সাংসদে পাৰ্লিয়ামেণ্টত অধ্যক্ষক প্ৰশ্ন কৰি থকা-সৰকা কৰিবলৈ আহিছে, অভিযোগ কৰিছে, অপমান কৰিছে।

ঃ ছাৰ মোৰ কামটো হ'লনে? — ল'ৰাজনৰ প্ৰশ্ন।

ঃ ছাৰ মোৰ কামটো হ'লেনে? কেতিয়া জইন কৰিম? ছোৱালীজনীৰ প্ৰশ্ন।

ঃ দেউতা ঈশ্বৰ, মোৰ ল'ৰাটোৰ কামটো হ'লনে? — বৃদ্ধ লোকজনৰ প্ৰশ্ন।

ঃ আপোনালোকৰ কি কাম? মইতো আপোনালোকৰ কাম কৰি দিম বুলি কোৱা নাই। মই তেওঁলোকক এষাৰ কৈ দিম বুলিহে কৈছিলো। আপোনালোকে এইবোৰ কি কৈছে মই বুজি পোৱা নাই- চকু কপালত উঠাই মোৰ উত্তৰ।

এইবাৰ তেওঁলোকে সমস্বৰে ক'লেঃ তেনেহ'লে ছাৰ/দেউতা ঈশ্বৰ আমাৰ টকাখিনি ঘূৰাই দিয়ক।

ল'ৰাজনে ক'লে ঃ ছাৰ, মই ওৱাইফৰ গহনাখিনি বেচি টকাখিনি দিছো।

ছোৱালীজনীয়ে ক'লেঃ ছাৰ, ককাইৰ চিলাই মেচিন এটা বিক্ৰী কৰি আৰু একবিঘা খেতিৰ মাটি বন্ধকত থৈ টকাখিনি দিছো। মই ছাৰ ঘৰখনৰ গলগ্ৰহ হৈছো। ক'ৰো পৰা ল'ৰাও আগবাঢ়ি নাহে আমাৰ দৰে ছোৱালীক বিয়া কৰাবলৈ।

বৃদ্ধই ক'লেঃ অ' দেউতা ঈশ্বৰ, সোণা-গহনা, মাটি-বাৰী বেচি তোক টকাখিনি দিছো। মোৰ বধ-শপত দিছো। চাকৰি নহয় যদি টকাখিনি ফিৰাই দে অ' মোৰ বোপাই, দেউতা ঈশ্বৰ, পিতাই!

এইবাৰ মোৰ খঙে চুলিৰ আগ পাৰ হৈ গৈছিল। কিন্তু ধৈৰ্যৰ বান্ধ সুলকি যাবলৈ নিদিলো। ক'লোঃ ৰ'ব, ৰ'ব আপোনালোকে ধৈৰ্য ধৰক। কথাটো আৰু বেছি পৰিষ্কাৰকৈ কওক। আপোনালোকে মোক কেতিয়া টকা দিছিল?

ঃ আমি জগতৰ হাতত দিছো। জগতে আপোনাক দিয়া বুলি কৈছে- তিনিওটাই একেলগে উত্তৰ দিলে।

ঃ বাৰু, জগত এতিয়া ক'ত আছে? - মই সুধিলো।

ঃ সি এতিয়া মাদ্ৰাজলৈ কণী কিনিবলৈ গৈছে। যোৱাৰ আগে আগে আপোনাক লগ ধৰিবলৈ কৈ গৈছে।

মোৰ মৰিবলৈকে যেন ঠাই নোহোৱা হ'ল। এনে দগাবাজ দালালৰ হাতত পৰি,

এনে লটি-ঘটি হ'বলৈহে মোৰ কপালত লিখা আছিলনে প্ৰভু। মূৰত শিল এটা পৰি মূৰ্চ্ছা গ'লেও বোধহয় এনে কষ্ট নাপালোহেঁতেন। পৰম ধৈৰ্যৰে তেওঁলোকক ক'লো ঃ মই ধৰ্মৰ শপত খাই কৈছো, জগতে মোক একো পইচা-পাতি দিয়া নাই। সি আপোনালোকৰ পইচাখিনি খাই মোক ফঁচালো বুলি ভাবিছে। আপোনালোকে তাক মোৰ ওচৰলৈ লৈ আহক, তাৰ কাণ দুখন ব্লেডেৰে কাটি আপোনালোকৰ টকা আদায় কৰি দিম! আপোনালোক এতিয়া যাওক, মোৰ প্ৰতি এনে বেয়া ভাব নল'ব।

ঃ নাই ছাৰ, সি ইমান বদমাছ বুলি আমি ভবা নাছিলো। আমি এতিয়াহে বুজি পালো সি ইমান ধুৰন্ধৰ বুলি। পিছে তাক শুদাই নেৰিম। কোবাই তাৰ মাথা গুড়া কৰি দিম। বুকুৰ তেজ পানী কৰি অনা টকা।

তিনিওজনে একেলগে কৈ অতি দুখমনে মোৰ ওচৰৰ পৰা আঁতৰি গ'ল।

মই বৰ আহত হ'লো। ক'ৰ কথা আহি ক'ত লাগিল। এতিয়াহে বুজিলো অযোগ, আৰু অসমৰ্থ লোকে সকলো কথাতে হয় হয় কৰিলে কেনে বিপদত পৰে। জগতৰ মুখৰ ছবিখন বাৰে বাৰে চকুৰ আগত ভাঁহি উঠে। এতিয়াই তাক বিচাৰি উলিয়াই যেন দুটা চৰ মাৰি দাঁত দুপাৰি সৰাই দিম। ❑

# কিমান আশা কিমান কল্পনা

বেলিহঁতক নিমন্ত্ৰণ কৰিছিলো খোৱাকৈ এদিন দেওবাৰৰ দুপৰীয়া। আকাশ বৰ ফৰকাল। কিন্তু অতিপাত গৰম। সূৰ্যৰ তাপ সহিব নোৱাৰি শালিকাই মুখ মেলি দিছে। মানুহ বাহিৰ ওলাব নোৱাৰে, তাপে যেন পুৰি মাৰে। এনে সময়তে বেলিহঁত আহি ওলাইছিল। তেওঁলোকৰ গাড়ী আছে। গাড়ীৰ ভিতৰতো ফেন। গতিকে আহোঁতে কোনো কষ্ট পোৱা নাই।

বেলি মোৰ খুলশালী ছোৱালী। বিয়া হৈছে মাখন বৰাৰ লগত। মাখন বৰাৰ দেউতাকৰ ঘৰ নামনিৰ সৰভোগত আছিল, এতিয়া নলবাৰী চহৰতে মাটি কিনি তিনি মহলীয়া ঘৰ সাজিছে। যোৱাবাৰ নিৰ্বাচনত বহু হাজাৰ ভোটত জয়লাভ কৰি মন্ত্ৰীৰ শাৰীত উঠিছে। মন্ত্ৰী হৈ উঠি দেশৰ নানা অপায়-অমংগলৰ সন্মুখীন হৈ যোৱা ■কবামাহো ধৰি কক্‌বকাই আছিল। এতিয়া অলপ সকাহ পাই গা টঙাইছে আৰু দুই-এঘৰ মিতিৰ-কুটুম্বক ছ'চিলেয় ভিজিট দিছে। আমি দিন-বাৰ দি তেওঁলোকক নিমন্ত্ৰণ কৰি আহিছিলো। তেওঁলোকে পানীকেন্দ্ৰ এটাৰ আধাৰশিলা স্থাপনৰ গইনা লৈ মিতিৰৰ নিমন্ত্ৰণ ৰক্ষা কৰিছে।

গতিকে এনে এটা পৰিবেশত আমাৰ ঘৰত কেনে হুলস্থূল হ'ব পাৰে আৰু খোৱা-বোৱাৰ কেনে আয়োজন হ'ব পাৰে তাক কোৱাৰ প্ৰয়োজন নাই। মন্ত্ৰী শালপতি যাৰ ঘৰত পদাৰ্পণ! বেলিৰ বায়েক জেলি ওৰফে মোৰ সহধৰ্মিণীৰ শৰীৰত জীঁউ নাই— কি ৰান্ধিব, কি খুৱাব, কেনেধৰণে ঘৰ সজাব, এইবোৰ চিন্তাত। যেন "কি দিয়া পূজিম প্ৰভু চৰণ মুৰাৰি। তোমাৰ পূজাৰ ফুল নাপালো বিচাৰি।। আদা দিয়া পূজিম প্ৰভু আদাৰ বৰ জ্বলা। লৱণ দিয়া পূজিম প্ৰভু তাতো পৰে বালা।" এনে ধৰণৰ চিন্তা।

জেলিয়ে কেতিয়াবা কয়— বেলি যে ইমান ভাগ্যৱতী হ'ব মই ভাবিবই পৰা নাছিলো। তাইতো পঢ়াটো গাধী আছিল। মই আছিলো সদায় ফাৰ্ষ্ট। তাই বাৰে পতি ফেল। অথচ মই এনেকৈ পচি আছো। তাই দোপত-দোপে উঠি গৈছে। আমি কিবা পোৰা কপাল লৈ জন্মলাভ কৰিছিলো। এটা জাতি বাঁহৰ সমান দীঘল হুমুনিয়াহ

উলিয়াই দিয়ে। মই অৱশ্যে বাদ-প্ৰতিবাদ একো নকৰো। তাতে শালপতি এইবাৰ মন্ত্ৰী হ'ল। কোনে পাই আৰু। গা গোন্ধাইছেই। কত মহিলা সংগঠন, যুৱতী সংঘ, নাৰী জাগৰণ সমিতি আদি জেলিক লগ ধৰি ভনীজোঁৱায়েকলৈ অভিনন্দন পঠিয়াইছে। যোৱা পাঁচ মাহৰ ভিতৰত তেওঁৰ ওজন, অহংকাৰ, গপচ বহুখিনি বাঢ়িছে। মানুহক, নিৰ্বাচনৰ ৰিজাল্ট ওলোৱাৰ দিনৰ পৰা শপত গ্ৰহণৰ তাৰিখলৈকে ঘৰখনত বৰ খৰচ। মানুহ বানপানী অহাদি আহিয়েই আছে। ঘৰখন যেনিবা গ্ৰন্থমেলা উপলক্ষে দিয়া 'সদৌ অসম গাভৰু সমবায় ৰেষ্টুৰেণ্ট'খনহে। আহিছে, খাইছে, পইচা নিদিয়াকৈ গুচি গৈছে।

গৌৰৱ, অহংকাৰ ময়ো নকৰাকৈ থকা নাই। কিন্তু মোৰ সিমান স্কোপ নাই। মোৰ ভাইটো মন্ত্ৰী হোৱা হ'লে মোৰ কথা এটা বেলেগ আছিল। এতিয়া ৱাইফৰ ভনীয়েকৰ হাছবেণ্ড। গতিকে তেওঁৰ অলপ খাতিৰ বঢ়াটো খুবেই স্বাভাৱিক। তথাপি নিজৰ বংশত একো গৌৰৱ কৰিবলগীয়া নথকা, নোম-নেগুৰ বৰ্জিত লোকে শহুৰেকৰ ঘৰৰ কথা কৈ গৌৰৱ কৰাৰ দৰে ময়ো মাজে মাজে মোৰ লগৰবিলাকক কৈ গৌৰৱ কৰো বোলে এইবাৰ শালপতি মন্ত্ৰী হ'লহে। দুই-একে মোৰো কপাল ফুলা বুলি কয়, আৰু দুই-একে ঠাট্টা-মস্কৰাও কৰে বোলে ৰাজনীতিত কোনো দিনে নাম নুশুনা মানুহ এটা ফট্‌ক কৰে ইলেকচনত উঠি ঘপহকৈ মন্ত্ৰী হৈ গ'লহে। আচৰিত। তাজ্জৱ। নাভূত-নাশ্ৰুত। মুঠেই এপ্ৰেনটিচ খাটিবলগীয়া নহ'ল।

কথাটো হওঁতে হয়। শালপতি যে তলে তলে নাৰিকলৰ শিপাৰ দৰে এনেকৈ ৰাজনীতিবিদ হৈ শিপাই আছে ময়ো জনা নাছিলো। বেলিক বিয়া কৰোৱাৰ সময়ত সৰু-সুৰা ঠিকা কৰিছিল। লাহেকৈ সৰু গাড়ী এখনো ল'লে। তাৰ পিছত ঠিকা ডাঙৰ হ'ল। মাটি কিনিলে। ঘৰ বান্ধিলে অৰণ্যৰ সমান ডাঙৰকৈ টি.ভি, ভি চি আৰ, ফ্ৰিজ, কাপবৰ্ড, ছোফাচেটৰ দোকান দিলে। ঠিকাদাৰ, মহাজন নামেই শেষত গৈ "কনট্ৰাক্টৰ", "বিজিনেছ মেন" হ'ল। ইমানলৈকে আমি জানি আছিলো। কিন্তু নিৰ্বাচনৰ সময়ত দেখিলো তেওঁৰ নামো আছে প্ৰাৰ্থীৰ তালিকাত। আমি প্ৰথমতে হাঁহিছিলো বোলে টকা-পইচাকেইটা মিছা-মিছি কিয় নষ্ট কৰে! কাৰণ নিৰ্বাচনত উঠিলে বহুত টকাৰ প্ৰয়োজন। তদুপৰি কেনো নিশ্চয়তা নাই। টকা-পইচাসোপা ধুনি খাই ভোটাৰসকলে ভাল ঠগন দিলে। কিন্তু শালপতিয়ে ঠগ নাখালে। বৰং নিৰ্বাচনৰ বাতৰিয়ে সকলোকে চমক খুৱাই দিলে। এটা অতি গুৰুত্বপূৰ্ণ সমষ্টিত কেবাজনো জোৰৱান প্ৰাৰ্থীক হৰুৱাই তেওঁ জয়ী হৈ আহিল। সেই কাৰণেই তেওঁৰ ব্যক্তিত্ব, অৰ্হতা আদিলৈ নেচাই মন্ত্ৰীপদ দিয়া হ'ল। এতিয়া বেলিহঁত ৰাজকীয় সন্মানেৰে মন্ত্ৰীৰ বাসভৱনত বসতি কৰে। চৰকাৰী গাড়ী, চৰকাৰী খৰচত, চৰকাৰী কামতহে

ঘূৰে। মিতিৰ-কুটুমৰ ঘৰলৈ গ'লেও চৰকাৰী কামতেই যোৱা দেখুৱাই ভ্ৰমণ বানচো আদায় কৰে।

এনেকৈয়ে আজি আমাৰ ঘৰতো পদাৰ্পণ। বিত্তৱান, বিদ্বান দৰা আহিলে শহুৰেকৰ ঘৰত জোঁৱাই আদৰি অনাৰ যি খদমদম— তেনে খদমদম, উদ্যমেৰে শালপতি মন্ত্ৰীক আদৰি অনা হ'ল। বেলি, ল'ৰা-ছোৱালী দুটা অলপ আগবাঢ়ি আহিল। আমাৰ শ্ৰীমতীয়ে বেলিৰ ল'ৰা-ছোৱালী দুটাক চুমা খালে। বেলিলৈ চাই ক'লে ঃ বৰ পলম কৰিলিঅ'। ৰন্ধা-বঢ়াবোৰ চেঁচা হৈ গ'ল। বেলিয়ে ক'লে, নকবি আৰু, এওঁক বাটতে যে কিমানে যে সম্বৰ্দ্ধনা দিলে। কাকো এৰাব নোবাৰে নহয়। বৰ পপুলাৰতো মানুহজন।

এইবোৰ কথা গেটতে। ঘৰত বা আৰু কি! মোৰ উশাহ টানিবলগীয়া হৈছিল। শালপতিয়ে যেতিয়া মোক ইংৰাজীতে ধৰিলে— হেলো ছালপতি, হাও দু ইউ দু? ভেৰি হট্। মোৰ ওভাৰ অন দি ওৱে চো মেনি চম্বৰধনা। হাও ক্যান আই লিফ্ ইট। প্ৰজাবিলাকে লাভ মি ভেৰি মট্চ্..। হয়, হয়, নিশ্চয় নিশ্চয়, জৰুৰ জৰুৰ। ইয়েছ, ইয়েছ, চিঅ'ৰ, এইবোৰ মোৰ শব্দ। শব্দ মানে তেখেতৰ কথাত ৰেচপণ্ডহে। মোৰ কোৱাৰ চান্স নাই। তথাপি মাজে মাজে এনেবোৰ শব্দ প্ৰয়োগ নকৰিলে একেবাৰে তেওঁৰ কথাবোৰৰ মূল্য নাই বুলি ভাবিব।

ইয়াৰ পিছত চৰবত, গোল্ডস্পট্, নাৰিকলৰ ডাব আদি চলিল। যোৰে যোৰে মিটিং। বাঁয়েক, ভনীয়েক, মোৰ আৰু শালপতিৰ, ল'ৰা-ছোৱালী চাৰিটাৰ —এনেদৰে যোৰপাতি কথোপকথন। বেলিয়ে জেলিৰ আগত, টুটু, পুতুহঁতে হোৱাংহো আৰু কাবেৰীহঁতৰ আগত কি কৈছিল— ভালদৰে মনোযোগ দিব পৰা নাছিলো। কাৰণ শালপতি আৰু মোৰ মাজৰ কথোপকথনৰ বিষয়বস্তু আছিল গভীৰ।

আচলতে মন্ত্ৰী হোৱাৰ পিছত তেখেতৰ কেনে লাগিছিল আৰু দেশৰ তথা সমাজৰ কল্যাণৰ বাবে কি কি কাম হাতত লৈছে সেইবোৰ তেখেতে মোৰ আগত অতি নিয়াৰিকৈ কৈ গৈছিল।

ঃ মন্ত্ৰী হ'ব পৰাটো এটা ভাগ্যৰ কথা। পূৰ্বজন্মৰ সাধনাৰ ফলতহে মানুহে ৰাজপাট খাব পাৰে। ৰাজপাটত উঠাৰ লগে লগে কত বৰ বৰ লোক আমাৰ হাতৰ মুঠিত আহি পৰে। মই দোকানখন ডাঙৰ কৰিবলৈ, ভাল ঠিকাটো পাবলৈ, সৰু ভাই এটাক সাধাৰণ মাষ্টৰ এটা কৰিবলৈ যিসকল লোকক ছাৰ বুলি পিছে পিছে ঘূৰাৰ উপৰি উপঢৌকন দিবলগীয়া হৈছিল— সেইসকলে এতিয়া মোক ছাৰ বুলি পিছে পিছে ঘূৰে— শালপতিয়ে মুখত এটা দামী চিগাৰেট সুমুৱাই এনেদৰে কথা পাতি আছিল।

মই এবাৰ আঁচনিৰ কথা উলিয়ালো। ৰজাসকলে কি কি আঁচনি গ্ৰহণ কৰিছে শুনিবলৈ ইচ্ছা কৰাত শালপতিয়ে এফালৰ পৰা তেওঁলোকে লোৱা আঁচনিবোৰৰ

বৰ্ণনা এটা দি গ'ল। প্ৰথমতে বানপানীৰ সমস্যাটোকে ধৰা হওক। বানপানী ৰোধ কৰিবলৈ কেনে ধৰণৰ আঁচনি হাতত লোৱা হৈছে বাৰু?

ঃ অ' বানপানী? আচলতে বানপানী হ'বই। ইয়াক প্ৰতিৰোধ কৰা বৰ সহজ কাম নহয়। কিয়নো এইবোৰ প্ৰকৃতিৰ অৱদান। প্ৰকৃতিক বাধা দান কোনে কৰিব পাৰে? কিন্তু বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ বলত মানুহে প্ৰকৃতিৰ লগত যুঁজ দি আহিছে। আমিও বানপানী প্ৰতিৰোধৰ তেনে কিছু আঁচনি প্ৰস্তুত কৰিছো। যিবোৰ গাঁৱত প্ৰবল বানপানী হয় সেইবোৰ গাঁৱত একোটা প্ৰকাণ্ড পুখুৰী খন্দাৰ আঁচনি লোৱা হৈছে। পুখুৰীটো খান্দোতে যিবোৰ মাটি ওলাব সেইবোৰ মাটিৰে এটা ওখ ঢাপ বন্ধ হ'ব। পানীবোৰ পুখুৰীত থাকিব আৰু মানুহবোৰ ঢাপৰ ওপৰত আশ্ৰয় ল'ব। তেওঁ মোৰ ফালে চাই সুধিলে ঃ কেনে হ'ব আঁচনিখন?

ঃ বৰ ভাল, উত্তম। এনে আঁচনি উদ্ভাৱন কৰা লোকজনৰ সঁচাকৈ ঠিক মাথা আছে দেই। কোনো আই. এ এছ. বিষয়াৰ দ্বাৰাই নিশ্চয় কৰা হৈছে।

ঃ কেতিয়াও নহয়। এইটো মোৰ নিজা উদ্ভাৱন। বহুত দিন চিন্তা কৰি কৰি মই আঁচনিখন প্ৰস্তুত কৰিছো। ইয়াৰ লগে লগে সংলগ্ন আঁচনিও আহি পৰিছে। যেনে ধৰক—পুখুৰীটো খান্দিবলৈ আৰু ঢাপটো বান্ধিবলৈ মানুহৰ প্ৰয়োজন হ'ব। ইয়াত কমেও দুই লক্ষ নিবনুৱাই কাম পাব। এওঁলোকৰ চাকৰি স্থায়ী হ'ব। কিয়নো প্ৰতিবছৰে এনেধৰণৰ কাম হৈয়েই থাকিব। গতিকে বানীপানীৰ সমস্যা আৰু নিবনুৱা সমস্যাও সমাধান হ'ব। বোধ প্ৰব্‌লেম্ উইল্ বি ছোলভ...।

আমাৰ নিচিনাকৈ পৰিবাৰ আৰু খুলশালীয়েও কথা পাতিছিল। তেওঁলোকৰ কথাৰ বিষয়বস্তু সম্পৰ্কে খোৱাৰ টেবুলত আমাক অৱগত কৰালে। বেলিয়ে মহিলাসকলৰ উন্নতিৰ কল্পে কিছুমান আঁচনি হাতত লৈছে। যেনে- তাহানিৰ মান্ধাতা যুগৰ সকলো নিয়ম-কানুন, আচাৰ-ব্যৱহাৰৰ এটা আমূল পৰিৱৰ্তন আনিব। অৰ্থাৎ কোনো মহিলাই আৰু আগৰ দৰে ৰন্ধা-বঢ়া, সৰা-পুচা, ধোৱা-পখলা কাম হাতেৰে নকৰিব। আগৰ দিনৰ ঢেঁকাৰ জোল, খাৰৰ আঞ্জা, পচলা, ফলমূল, ঢেঁকীয়া শাক আদিৰো প্ৰচলন বন্ধ কৰি আধুনিক আঞ্জাৰ প্ৰচলন কৰিব। ইয়াৰ কাৰণে যাৱতীয় মেশ্বিন আদি বিদেশৰ পৰা সৰবৰাহ কৰিব। আৰু আমাৰ মহিলাসকলক প্ৰশিক্ষণ দিব। প্ৰশিক্ষণ সম্পূৰ্ণ হ'লে কাপোৰ ধোৱা মেশ্বিন ভি.ডিঅ'কণ, মচলা গুড়ি কৰা মেশ্বিন, বাজাজৰ দৰে ৰন্ধা-বঢ়া, বাচন-বৰ্তন ধোৱা, গা-ধোৱা, ঘৰ-চোতাল সৰা-মচা, আদি সমস্ত কাম মেশ্বিনৰ দ্বাৰাই কৰা হ'ব। তেতিয়া হ'লে আমাৰ মহিলাসকলে যথেষ্ট সময় হাতত পাব। এই ৰাহি হোৱা সময়খিনি তেওঁলোকে দেশৰ কামত খৰচ কৰিব।

তেওঁলোকৰ আঁচনিখনকো আমি বৰকৈ শলাগিলো। হয়, আমাৰ মহিলাসকলে জীৱনৰ সৰহভাগ সময় লেদেনা উকতি মৰোতেই যায়। দেশৰ কামত, জনহিতকৰ

কামত আত্মনিয়োগ কৰিবলৈ সময়কে উলিয়াব নোৱাৰে। শালপতিয়ে আৰু অলপ জোৰ দি আঁচনিখন প্ৰস্তুত কৰাব কাৰণে বেলিক নিৰ্দেশ দিলে আৰু ক'লে ঃ অহা বিধানসভাৰ বৈঠকত এইখন পাছ কৰাই ৰাজ্যসভালৈ অনুমোদনৰ কাৰণে প্ৰেৰণ কৰা হ'ব আৰু লগতে আঁচনিখনত দুই এটা সংযোগ কৰাৰ কাৰণেও ক'লে ঃ মেশ্বিনৰ দ্বাৰাই সকলো কাম কৰাৰ লগতে যাতে খোৱা, টোপনি মৰা আৰু টিভি, ভিডিঅ', চিনেমা আদিও মেশ্বিনৰ দ্বাৰাই চাব পৰা কাৰ্য সম্পাদন কৰিব পৰা যায়— তেনে কথাও আঁচনিখনত অন্তৰ্ভুক্ত কৰিব লাগে। জাপানত হোনো এনেকুৱা মেশ্বিন ওলাইছে।

খোৱা-বোৱা শেষ কৰি তেওঁলোক যাবলৈ ওলাল। বিদায়ৰ মুহূৰ্তত গেটত আমি দুয়োটা পৰিয়ালৰ মানুহ পৰস্পৰে বিদায় দিবলৈ, ল'বলৈ গোট খালো। মন্ত্ৰীয়ে ক'লে ঃ কিহে আপোনাৰ ইয়াত ওচৰ-চুবুৰীয়াৰ মানুহবোৰ মৰিছে নেকি? ইমান ডাঙৰ মন্ত্ৰী এজন আহিছো, কোনো মানুহ আহি আমাক আগুৰি ধৰা নাই। মানুহবোৰৰ কি ওজৰ-আপত্তি, অভাৱ-অভিযোগ একো নাই নেকি? "মেমোৰান্দা", "এপ্ৰিলকান" আদি আনিলে মই তাতে চহী কৰি দিম নহয়। মোৰফালে প্ৰশ্নবোধক চিনেৰে চালে। মই ক'লো ঃ মানুহবোৰৰ বিশ্বাস কমি গৈছে হ'বলা। আগৰবাৰ মোৰ বন্ধু এজন মন্ত্ৰী হৈ থাকোতে এনেদৰে আমাৰ ঘৰলৈ আহিছিল। মানুহবোৰে আগুৰি ধৰি দৰ্খাস্ত, স্মাৰকপত্ৰ আদি দিছিল। তেওঁ খুব বঢ়িয়াকৈ সেইবোৰ চহী কৰি বিভাগীয় বিষয়াবোৰলৈ ফৰৱাৰ্ড কৰি দিছিল। কিন্তু কাৰো এটা কামো নহ'ল। মন্ত্ৰী ভঙাই গ'ল। সেই কাৰণে হ'বলা মানুহবোৰৰ আজিকালি বিশ্বাস কমি গৈছে। মন্ত্ৰীক সাধাৰণ মানুহ বুলিয়েই গণ্য কৰে।

শালপতিৰ ভীষণ খং উঠিছিল। তেওঁ ক'লে সকলো মন্ত্ৰী তেনে নহয়। আমাৰ পাৱাৰ আছে। তেওঁলোকৰ পাৱাৰ নাছিল।

মই জানো, আপোনাৰ পাৱাৰ আছে। মানুহবোৰক আপোনালোকৰ আঁচনিবোৰৰ কথা ক'ম। তেতিয়া তেওঁলোকৰ মনত বিশ্বাস জন্মিব।

ঃ হ'ব, হ'ব, আপুনি ইয়াতে এখন মিটিং পাতি মোক ৰাজহুৱাভাৱে অনাৰ দিহা কৰক। মিটিঙত মই সকলোবোৰ কথা বুজাই ক'ম।

এনেদৰে ভালেখিনি সময় কথা পতা সত্ত্বেও কোনো মানুহ নাহিল। তেওঁলোক গাড়ীত উঠিল। গাড়ীৰ গ্লাছবোৰ নমাই দি বেলি, ল'-ছালি দুটাই খিৰিকীৰে মূৰ উলিয়াই, হাত জোকাৰি আমাৰ ফালে চাই ক'লে, "টা-টা", "ও-কে', "বাই-বাই"।

তেওঁলোক গুচি যোৱাৰ পিছত আমাৰ ঘৰখন উৰুঙা উৰুঙা লাগিছিল। ভালেখিনি সময় চকুৰ দৃষ্টি থৰ কৰি শ্ৰীমতীয়ে ক'লে ঃ হেজাৰ হ'লেও আমাৰেই গৌৰব দিয়কচোন। মোৰ ভনীজোঁৱাই এজনতো মন্ত্ৰী হৈছে। কেতিয়াবা নিশ্চয় উপকাৰ

কৰিব। মই ঃ নিশ্চয়, নিশ্চয়, শালপতি যাৰ মন্ত্ৰী, তোমাতকৈ মোৰ গৌৰৱ বেছি। কলেজত প্ৰিন্সিপালেও মোক ভয় কৰে এতিয়া। ক্লাছ মই নকৰোৱেই। মোৰ কথা বাদেই দিয়া, যিবোৰ আঁচনি লৈছে, সেইবোৰ কাৰ্যকৰী হ'লে তুমি কোনো কামেই হাতেৰে কৰিব নালাগিব। সকলোবোৰ কাম মেশ্বিনৰ দ্বাৰাই সমাধা হ'ব।

ঃ বেলিৰ কিমান যে ভাগ্য, তেওঁৰ আকৌ এটা হুমুনিয়াহ। পুনৰাই ঃ হেৰি প্ৰহ্লাদ, মন্ত্ৰীৰ ভায়েকৰ দৰে আপুনিচোন মানুহবিলাকৰ কিছুমান কামৰ ঠিকা ল'ব পাৰে? সুযোগ মানুহৰ সদায় নাহে। আগৰবাৰো বন্ধু মন্ত্ৰীৰ দ্বাৰা একো কৰিব নোৱাৰিলে। কত প্ৰফেছাৰ গৈ সচিব, চেয়াৰমেন আদি হ'ল! এইবাৰ নিজৰে মানুহ, কিবা এটা কৰক।

ঃ বাৰু, আঁচনিবোৰ বিধানসভাত গৃহীত হৈ যাওক, মেশ্বিনবোৰ আহি পাওক, কিবা এটা কৰিব লাগিব। বানপানী সচিবৰ পদটো পালে বেয়া নাছিল। তেনেকৈয়ে সিদিনাৰ দেওবাৰটো কটাইছিলো। ❒

# ইপাৰে ঠিকাদাৰ সিপাৰে মাষ্টৰ

মাজতে এটা প্ৰকাণ্ড আলিবাট। চৰকাৰী আলি। অজগৰ সাপৰ দৰে পৰি থাকে। আলিটোৰ দুয়োপাৰে অসংখ্য মানুহৰ ঘৰ। আলিটো বৈ গৈছে উত্তৰ-দক্ষিণাকৈ। পূবে-পশ্চিমে মানুহৰ ঘৰ। পূব মূৰে এটা ধুনীয়া ঘৰত থাকে স্বনামধন্য ঠিকাদাৰ মহীধৰ হাজৰিকা। পশ্চিমফালে থাকে নিম্ন প্ৰাইমেৰী স্কুলৰ শিক্ষক অনিল দাস। হাজৰিকাৰ ছোৱালী মণি আৰু দাসৰ ছোৱালী কাকলিৰ বৰ বন্ধুত্ব। কাকলি পঢ়া-শুনাত বৰ ভাল। মণি মজলীয়া। দুয়ো আজৰি পৰত ৰাজআলিতে খেলি থাকে। খেলাৰ অন্তত দুয়ো নানা কথা পাতে।

এই লৈ মণিৰ মাকে প্ৰায়ে মণিক বৰকৈ গালি পাৰে। গালিৰ বিষয়বস্তু হ'ল— অনিল দাসহঁতৰ দৰে সৰু, নিম্নবিত্ত মানুহৰ ল'ৰা-ছোৱালীৰ লগত বৰকৈ লগ হৈ থাকিলে স্বভাৱ-চৰিত্ৰ নষ্ট হৈ যাব, ইত্যাদি ইত্যাদি। মহীধৰ হাজৰিকাৰ প্ৰতিপত্তি আগতকৈ বহুত বাঢ়িছে। প্ৰথমতে সৰু-সুৰা ঠিকা কৰিছিল। পিছত গৈ এক নম্বৰ ঠিকাদাৰৰ শাৰীত নাম পঞ্জীভুক্ত হ'ল। ঠিকাদাৰৰ বহুত টকা। চাৰিওফালৰ পৰা কেৱল টকাই আহি থাকে। আহল-বহল এটা কম্পাউণ্ডসহিতে চালে চকু ৰোৱা ঘৰ। ঘৰটোৰ সমুখত সেইবোৰ ফুল আৰু গছ। জন্ম আমাৰ অসমত নহয়। অন্য দেশ-বিদেশৰ সেইবোৰ ফুল। দেখিবলৈ চমৎকাৰ—কিন্তু গন্ধহীন।

আনফালে অনিল মাষ্টৰৰ এটা সাধাৰণ জুপুৰি। এটা সৰু কম্পাউণ্ড। অশেষ কষ্ট কৰি এক কঠা পাঁচ লেচা মাটি কিনিছিল। তাৰো জোখত তিনি লেচা কম ওলাল। তাকেই ধুনীয়াকৈ বাহৰ জেওৰা দি কম্পাউণ্ডটো আটোম-টোকাৰিকৈ ৰাখিছে। দুজোপা নাৰিকল, কুৰি জোপামান তামোলৰ গছ ৰুইছিল। এতিয়া লাগিছে। সন্মুখৰ ঠাইখিনিত তেৰোঁ ফুল ৰুইছে। সকলোবোৰ অসমীয়া ফুল। তগৰ, কাঠাণ্ডা, বকুল, মাধবী লতা, শেৱালি আদি। কেইজোপামান খৰিকাজাঁই, নাৰ্জি আৰু এজোপা কামিনী-কাঞ্চন ফুলো আছে। ফুলবোৰ ফুলিলে ঠাইখিনি গোন্ধে আমোল-মোলাই থাকে।

মণি আৰু কাকলি খেলৰ অন্তত কথা পাতিলে এইবোৰ কথাও আলোচনা কৰে।

কাকলিয়ে কয়— তোমালোকৰ ফুলবোৰ ইমান ধুনীয়া লাগে পাই! আৰু ডাল নথকা কেৱল সেউজীয়া পাত থকা গছবোৰ দেখিলেও বৰ মৰম লাগে। তেতিয়া মণিয়ে কয় - আমাৰ বাগিচাত থকা ফুলবোৰ মোৰ মুঠেও ভাল নালাগে। তোমালোকৰ ফুলবোৰ ফুলিলে এনে ধুনীয়া গোন্ধ ওলায় যে নাকেৰে শুঙি থাকিবলৈকে ভাল লাগে।

এদিন খৰিকাজাঁইৰ পুলি এটা মণিয়ে কাকলিহঁতৰ পৰা আনি তেওঁলোকৰ বাগিচাত ৰুইছিল। মণিৰ মাক দেৱযানী ওৰফে ঠিকাদাৰণীয়ে পুলিটো উভালি দলিয়াই পেলালে আৰু জীয়েকক গালি পাৰিলে বোলে এইজনীয়ে এইবোৰ কি গছ আনি ৰোৱে। জংগল বাঢ়ি যোৱাত বাহিৰে ইয়াৰ কি সৌন্দৰ্য আছে। কথাটো কাকলিয়ে শুনিছিলি আৰু সন্ধিয়া খেলিবলৈ লগ হোৱাত কৈছিলঃ তুমি মিছা-মিছি মাৰৰ গালি খালা মণি....। মণিয়ে কৈছিলঃ আমাৰ মাজনী তেনেকুৱাই। ৰিংকুৰ মাকে যি কয় তাকেহে শুনে।

ৰিংকুৰ মাক আন এগৰাকী চুবুৰিৰ মহিলা। তেওঁৰ গিৰিয়েক তেল নিগমৰ বিষয়া। গাড়ী আৰু খৰি কিনিবই নালাগে। তেওঁৰ সমানৰ মহিলাৰ লগত ফুৰে, খায়, বজাৰ কৰে। গতিকে মণিৰ মাকৰ লগত নানা ধৰণৰ কথোপকথন কৰি সময় অতিবাহিত কৰে। ৰিংকুৰ মাকৰ মতেই মণিৰ মাকে বাগিচাত ফুল ৰুইছে, ঘৰত পৰ্দা লগাইছে, টেবুলৰ, বহা ছোফা-ছেটৰ কাপোৰ, ড্ৰইং ৰুমৰ ছবি আদি কিনিছে। সজাইছে। খোৱা-বোৱাও আধুনিক। দূৰদৰ্শন আৰু "আনন্দলোক"ৰ বিজ্ঞাপন মতেহে সকলোবোৰ খোৱাৰ সামগ্ৰী কিনা হয়, ৰন্ধা হয় আৰু পৰিবেশন কৰা হয়।

মণি আৰু কাকলিয়ে দুয়ো দুয়োৰে মনৰ ভাব প্ৰকাশ কৰে। সিঘৰে ইঘৰৰ ঘৰত যাবলৈ ইচ্ছা কৰে। কিন্তু উপায় নাই। কোনোজনীৰে বাপেক-মাকে নিমন্ত্ৰণ নকৰে। কিবা এটা যেন বাধাই তেওঁলোকক আঁতৰাই ৰাখিছে। মণি আৰু কাকলি সৰু ছোৱালী। এইবাৰহে হাইস্কুলৰ পঞ্চমমান শ্ৰেণীত ভৰ্তি হৈছে। বয়স একেবাৰে হোৱা নাই। কিন্তু মানুহৰ মনৰ কথা বুজিব পৰা হৈছে। ছোৱালী মানুহে সোনকালে বহুত কথা বুজে।

কাকলিয়ে কেতিয়াবা মণিহঁতৰ ঘৰৰ খোৱা-বোৱাৰ কথা সোধে। মণিয়ে এফালৰ পৰা বৰ্ণনা কৰি যায় — ৰৌ মাছ, চিকেন, ঘি, বাটাৰ, জেলি, মেগি, চচ, কফি, কোকো, হৰলিক্স ইত্যাদি। আঙুৰ, আপেল, মৌচুম্বি, মালভোগকল, চানাৰ মিঠাই, কালাকান ইত্যাদি ইত্যাদিৰে ঘৰ মণিহঁতৰ ফ্ৰিজ দুটা ভৰি থাকে। মণিয়েও কাকলিক সোধে দেওঁলোকৰ ঘৰৰ খাদ্যবস্তুৰ তালিকা। কাকলিয়ে ক'বলৈ লাজেই কৰে : আমাৰ সেইবোৰ নাই ভাই। আমাৰ মাটিমাহৰ দাইল, কলফুল, পচলা, ৰঙালাউৰ আগ, সৰু সৰু মাছ, খেকোৰাৰ সুঠি, অমিতা, ঢেঁকীয়া শাক, কচুৰ ঠাৰি, চাল কোমোৰা,

কলমৌ আদিহে দেউতাই আনে। কেতিয়াবা অৱশ্যে পাৰ আনে দেউতাই ছয়গাঁৱৰ দেওবৰীয়া বজাৰৰ পৰা। মায়ে মাটি মাহৰ দাইলেৰে ৰান্ধে, পোণা মাছবোৰ তিয়ঁহৰ বাকলিৰে ভাজে আৰু তাতে কলাখাৰ দিয়ে, কেতিয়াবা থেকোৰাৰ সুঠিৰে জোল কৰে, তাকে খাওঁ। মণিয়ে জিভাৰ পানী পেলাই কয় — এইবোৰ আঞ্জা খাবলৈ মোৰ বৰ মন যায় ভাই। আমাৰ মায়ে নকৰে। তুমি এদিন আমাক খাবলৈ মাতিবাচোন।

কাকলিয়ে এদিন মাকক ক'লেঃ মা এদিন মণিহঁতক আমাৰ ঘৰলৈ ভাত খাবলৈ মাতিমনে? মাকে ক'লেঃ তেওঁলোক ইমান ডাঙৰ মানুহ। আমাৰ ঘৰলৈ খোৱাকৈ মাতিলে আহিবনে বাছা। সঁচাকৈ নাহিল। কাকলিয়ে মাতিবলৈ গৈছিল। মণিৰ মাকে কিবা-কিবি অজুহাত দেখুৱাই আহিব নোৱৰা কথাটো ক'লে। বৰং কাকলিহঁতকে মাতিলেঃ তোমালোক এদিন আহিবাচোন। মাৰক লৈ আহিবা। এইটো অৱশ্যে গা এৰা দিয়া নিমন্ত্ৰণ। কেতিয়াবা, এদিন, পাৰিলে আদি শব্দ প্ৰয়োগ কৰা নিমন্ত্ৰণবিলাকৰ অৰ্থ আজিকালি সকলোৱে বুজে। তথাপি নুবুজাৰ ভাও ধৰি কাকলিৰ মাকে কাকলিক লগত লৈ এদিন মহীধৰ হাজৰিকাৰ ঘৰলৈ গৈছিল। সিদিনা সকলোতকৈ আনন্দ লাগিছিল বেছি মণিৰ। মণিয়ে কাকলিক নি তেওঁৰ সমস্ত বস্তুবোৰ, তেওঁলোকৰ কোঠালিবোৰ, বিছনাবোৰ, কাপোৰবোৰ আৰু যে কত কি — সকলোবোৰ দেখুৱাইছিল। সকলোতকৈ ব্যস্ততা আছিল মণিৰ মাকৰ। মানে কাকলিৰ মাক মাষ্টৰণীৰ লগত কথা পাতিবলৈ সময় নাই। কাপোৰ পিন্ধিয়েই আছে— এইমাত্ৰ গাড়ী আহিব। হাজৰিকা আহি পাব। তেওঁলোক ৰাজ্যিক মন্ত্ৰী মনোৰঞ্জন কাকতীৰ ঘৰলৈ নিমন্ত্ৰণ খাবলৈ যাব। মন্ত্ৰীৰ ছোৱালীৰ বাৰ্থ-ডে'। কাকলিৰ মাকক বনকৰা ছোৱালীৰ হতুৱাই বিস্কুট আৰু নানা তৰহৰ দোকানৰ মিঠাইৰে চাহ দিয়ালে। মাজতে এবাৰ ওচৰতে বহি ক'লেঃ এইখিনি সময় আমাৰ কাৰণে বৰ বেয়া। প্ৰায়ে নিমন্ত্ৰণ থাকে। যাবই লাগে। কাকলিৰ মাকে আৰু বেছি সময় নল'লে। শিক্ষক স্বামী অনিল দাসে শিকোৱা সকলো শিকনি তেওঁ প্ৰয়োগ কৰি ক'লে ঃ মই উঠো দিয়ক। আপুনি যাবলৈ ওলাইছে এঠাইত। মই আপোনাৰ বহুমূলীয়া সময় নষ্ট নকৰো। কেতিয়াবা আমাৰ ঘৰলৈকো যাবচোন। পাৰিলে পৰহিয়ে যাব। আমাৰ শহুৰৰ বছৰেকীয়া শ্ৰাদ্ধ। আমাৰ ঘৰতে ভাত এসাঁজ খাবগৈ শাকে-পাতে।

কিন্তু মণিৰ মাকহঁত সিদিনা নগ'ল। অনিল মাষ্টৰে কুৰিজনমান মানুহক ভাত খুৱাইছিল সাধাৰণভাৱে। কাকলিয়ে মণিহঁত আহিব আহিব বুলি আশাপালি ৰৈ আছিল। পিছদিনা অৱশ্যে মহীধৰ গৈ খবৰ এটা কৰিছিল। বোলে মাষ্টৰ বাবু আমি যোৱা কালি আহিব নোৱাৰিলো। মোৰ ঘৰতে দেখাৰ গেষ্ট। এডুকেচন মিনিষ্টাৰো আহিছিল বুইছে। এইবাৰ প্ৰেছৰ ঠিকাটো ময়েই পালো নহয়। বুইছে বৰ কাম।

অনিল মাষ্টৰে বৰ কৃতাৰ্থ অনুভৱ কৰিছিল। একাপ চাহ দিছিল। নাখালে। ড্ৰিংক কৰিলে চাহ নাখায। মাষ্টৰক আকাৰে-ইংগিতে বুজাই দিছিল। আহিবৰ সময়ত অৱশ্যে মাষ্টৰ বাবুক দিহা এটা দিছিলঃ মাষ্টৰ বাবু, ঘৰ এটা বান্ধকনা। আজিৰ দিনত কি কেঁচা ঘৰত, জুপুৰিত থাকেহে। মাষ্টৰে ভুলতে মহীধৰক ডি আই বুলি ভাবি ছাৰ বুলিছিল ঃ ছাৰ, গৰিব মানুহ। ঘৰ বান্ধিবলৈ টকা ক'ত পাম। বিলাতী মাটিৰ বস্তা বোলে এশ পঁযত্ৰিশ উঠিছেই ।

এনেদৰে আভিজাত্যৰ সীমাৰেখা এটা ৰাখি দুয়োঘৰ পৰিযাল চলি আছিল। মহীধৰ হাজৰিকাৰ ঘৰত যেতিয়া নিমন্ত্ৰিত আলহীৰ গাড়ীৰ মহাপযোভৰ, অনিল মাষ্টৰৰ ঘৰত তেতিয়া ৰিক্সা, চাইকেল আদিৰে নিমন্ত্ৰণ খাবলৈ অহা দুই চাৰিজন আত্মীয়-কুটুম। কিন্তু তাৰে মাজতো মণি আৰু কাকলিৰ বন্ধুত্ব আঁতৰি যোৱা নাই। দুযো আগৰ দৰেই খেলে, কথা পাতে আৰু স্কুললৈ যায। কিন্তু পৰিযাল দুটাৰ কোনো দিনেই আহ যাহ নাই। মাত-কথা নাই।

এনেতে এদিন হঠাৎ বানপানী আহিল। প্ৰলযংকৰী বানপানী। গাঁও ভুঁই পানীৰে প্লাবিত কৰাৰ পিছত বানপানী সোমাল নগৰত। চৰকাৰ যুৱশক্তি, ছাত্ৰশক্তি সকলোবোৰ তৎপৰ হৈয়ো বানপানীৰ প্ৰচণ্ড সোঁত বন্ধ কৰিব নোৱাৰিলে। ৰাতিৰ ভিতৰতে মানুহৰ চোতালত পানী উঠিল। ৰাতিপুৱা ক্ৰমে ক্ৰমে সেই পানী বাঢ়ি আহি ৰাজআলিৰ পূবৰ অঞ্চলটো বুৰাই পেলালে। কিন্তু পশ্চিমৰ অঞ্চলটোক ৰক্ষা কৰিলে সেই সু উচ্চ ৰাজআলিটোৱে। মানুহে স্কুলঘৰ, কলেজ আৰু ৰাজআলিতে আশ্ৰয ল'লে।

আলিটোৰ পূব মূৰে মহীধৰৰ ঘৰ। পশ্চিমফালে অনিল মাষ্টৰৰ ঘৰ। চাওঁতে চাওঁতে মহীধৰৰ ঘৰতো পানী উঠিল। পদূলিৰ লোৰ গেটত একাঁঠু পানীত থিয় হৈ মণিয়ে কাকলিক সুধিলে ঃ আমাৰ ঘৰ পানীত ডুব গ'ল। তোমালোকৰ ঘৰত পানী উঠা নাই? ঃ নাই, আমাৰ ফালে পানী আহিব পৰা নাই। আমাৰ ঘৰ শুকান। তাৰ পিছত কাকলিয়ে দেউতাকক কাকুতি কৰিলেঃ দেউতা, তুমি যোৱানা, ৰাতি মণিহঁতক আমাৰ ঘৰলৈ লৈ আহাগৈ। নহলে পানীত তেওঁলোক ডুব যাব ।

অনিল মাষ্টৰ গ'ল। চাঙৰ ওপৰত বহি থকা মহীধৰ তেওঁৰ পৰিবাৰক অনুৰোধ কৰিলেঃ আপোনালোক আমাৰ ঘৰলৈকে আহক। নিশাটো, মানে পানী নকমালৈকে মোৰ ঘৰত থাকিব । সমস্ত দৰকাৰী বস্তুখিনি দুটা বিয়াগোম ট্ৰাঙ্কত সুমুৱাই লৈ মহীধৰ হাজৰিকা তেওঁৰ পৰিয়াল বৰ্গৰে সৈতে ৰাজআলিৰ পশ্চিম মূৰত থকা অনিল দাস মাষ্টৰৰ ঘৰলৈ আহিল। কোৱা বাহুল্য যে শৰীৰৰ সমস্ত শক্তি প্ৰয়োগ কৰি ককমককৈ ট্ৰাঙ্ককেইটা দাঙি আনিছিল অনিল মাষ্টৰ আৰু তেওঁৰ পুত্ৰ জীৱকান্তই।

আৰু কোৱা বাহুল্য যে মহীধৰৰ পৰিযালক সমস্ত ঘৰটো এৰি দি মাষ্টৰহঁত ৰান্ধনি

ঘৰটোত আশ্ৰয় লৈছিল। কেঁচা মাটিৰ ঘৰ। মাটিতে বিছনা পাৰিছিল আৰু মহীধৰহঁত খাটত শুইছিল।

মাষ্টৰণীয়ে অশেষ যত্ন কৰি তেওঁলোকক ভাতসাঁজ খুৱাইছিল। মণি আৰু কাকলিৰ আনন্দ চায় কোনে? মণিৰ মনত বানপানীৰ দুখ নাই। কাকলিহঁতৰ ঘৰত যে গোটেই ঘৰখনে আহি আজি নিশাটো অতিথি হ'ব পাৰিছে— তাৰে আনন্দতে মণিৰ মনটো ভৰপূৰ হৈ আছে। আৰু কাকলিৰ এৰা, তাই যেন মণিৰ মাক-খুৰীয়েকক ক'ত থ'ব, ক'ত নথ'ব— এনে আনন্দত ইফাল-সিফাল কৰি মণিৰ লগত দৌৰি ফুৰিছে। শোওঁতে তেওঁলোকৰ নিশা ভালেখিনি হৈছিল। অনিল আৰু মহীধৰ উঠি গৈ মাজে মাজে টৰ্চ মাৰি মাৰি পানী চাইছিল। পানী আহি ৰাজআলিৰ কাষ পাইছিল। সাগৰৰ দৰে ডাঙৰ ঢৌ থকা হ'লে হয়তো ৰাজআলিৰ ওপৰেৰে পানী বাগৰি অনিল মাষ্টৰৰ ঘৰো পানীত ডুবালেহেঁতেন। কিন্তু পানীৰ ঢৌ নাই।

নিশা শুইছিল যদিও মহীধৰ আৰু তেওঁৰ পত্নীৰ টোপনি অহা নাছিল। বানপানীয়ে চোতাল-ঘৰ ডুবাই পেলোৱাৰ বেদনাই তেওঁলোকৰ টোপনি ভঙা নাছিল। আলিটোৰ ইপাৰে থকা যিখন ঘৰলৈ মহীধৰহঁত কোনো দিনে আহিবলৈ সময় উলিয়াব পৰা নাছিল আজি বানপানীয়ে তেওঁলোকৰ আভিজাত্যৰ সীমাৰেখাটো ভাঙি দিয়াত— সেইখন ঘৰতে আশ্ৰয় ল'বলগীয়াত পৰিল— এইবোৰ কথা ভাবিহে টোপনি অহা নাছিল। এৰা, প্ৰকৃতিৰ কি অপূৰ্ব শক্তি। বানপানী, ধুমুহা, ভূমিকম্পই মানুহৰ গৰ্ব, অহংকাৰ ভাঙি চূৰমাৰ কৰি দিব পাৰে।

লাহে লাহে পানী শুকাই আহিছিল। আন আন মানুহবোৰো আত্মীয়-স্বজন, আশ্ৰয়গৃহৰ পৰা আহি ঘৰ সোমোৱাৰ দৰে মহীধৰহঁতেও ঘৰ-দুৱাৰ পৰিষ্কাৰ কৰি ট্ৰাঙ্ককেইটা কঢ়িয়াই আনি পুনৰ নিজ ঘৰত থিতাপি ল'লেহি। আহিবৰ সময়ত মাষ্টৰৰ প্ৰতি কৃতজ্ঞতাৰ শলাগ যাচি আহিছিল। তেওঁলোকৰ ঘৰলৈ আহ-যাহ কৰিবলৈ বাৰে বাৰে অনুৰোধ কৰিছিল। ওচৰ-চুবুৰীয়াহে পৰম মিত্ৰ। বিপদ-আপদত ওচৰ চুবুৰীয়াকহে পোৱা যায় বুলি পৰস্পৰে নীতিবাক্য আওৰাই বিদায় লৈছিল।

ইয়াৰ পিছত বানপানীৰ কথা বাতৰি কাকত অথবা দূৰদৰ্শনত শুনিলেই মহীধৰৰ পত্নীৰ বুকুখন ভয়ত কঁপি উঠে। কিন্তু মণি আৰু কাকলি আনন্দত নাচি উঠে। দুয়ো খেলৰ অন্তত বহি আকৌ কোৱা-মেলা কৰে— জানা, বানপানী আহিলে ইমান ভাল লাগিব। আমি দুয়ো ঘৰ একেলগে লগ হৈ থাকিব পাৰিম....।

বানপানী আহক-নাহক — মহীধৰৰ পত্নী শ্ৰীমতী দেৱযানী হাজৰিকা আৰু অনিল দাসৰ পত্নী মাষ্টৰণী বাইদেউ কিন্তু সদায় লগ হৈ থাকিল। এদিন দেবযানীয়ে মহীধৰক প্ৰস্তাৱ এটা দিলে — মাষ্টৰহঁতক ভাত খোৱাৰ নিমন্ত্ৰণ কৰাৰ। হাজৰিকাই ভালেই পালে। লগতে আৰু এটা প্ৰস্তাৱ দিলেঃ ৰিংকুৰ মাককো একেলগে মতা ভাল।

মহীধৰ আচৰিত হ'ল। ক'লেঃ আমাৰ বিপদৰ সময়ত মাতষাৰকে নিদিলে। অথচ তেওঁৰ লগত আকৌ লেটি-পেটি কৰানে? দেৱযানীয়ে এইবাৰ নম্ৰ কণ্ঠে ক'লেঃ নহয়, নহয়, মোৰ ভয় লাগিছে। এইবাৰ বানপানীৰ সময়ত যেনেকৈ মাষ্টৰে আশ্ৰয় দিলে, হয়তো আৰু এবাৰ ভূমিকম্পৰ সময়ত ৰিংকুৰ মাকেই আশ্ৰয় দিব লাগিব। আমি সকলোবোৰ ওচৰ-চুবুৰীয়াই মানুহ হিচাপেই বসবাস কৰা ভাল। বিপদৰ সময়ত উপায়ুক্তকো পিয়নটোৱে তৰাব লগাত পৰে।

মহীধৰে আজিহে অনুভৱ কৰিলে যে ইমান দিনে ঠিকাত মিছা বিল দি অনা টকাবোৰ যেন সাৰ্থক হৈছে। দেৱযানীৰ নতুন ৰূপটো যেন বানপানীয়েহে দেখুৱাই দিলে। বানপানীয়ে ময়লা ধুই ঠাইবোৰ পৰিষ্কাৰ কৰে, মাটিত পলস পেলায়। পলসুৱা মাটিত ভাল শস্য হয়। এইবাৰৰ বানপানীয়ে মহীধৰহঁতৰ মনৰ ভূমিখণ্ড ধুই নিকা কৰি দিলে। অকল মণিয়েই নহয়— মহীধৰেও ভাবিলে - এনে বানপানী আকৌ আহক। ❑

# মৰমৰ পাৰাপাৰ নাই

কোনো খবৰ-বাতৰি নিদিয়াকৈয়ে ৰামেশ্বৰ বাৰটা বজাত বিৰাট ঢেৰঢেৰ শব্দ কৰি ঘৰ আহি ওলাল। গাঁৱৰ ঘৰ। ৰামেশ্বৰ চহৰত থাকে। গাঁৱৰ ঘৰত থাকে মহীধৰ। দুই ভাই। মহীধৰ ডাঙৰ। ৰামেশ্বৰ সৰু। মহীধৰৰ বিয়া-বাৰু হৈছে। তেওঁৰ সহধৰ্মিণী শ্ৰীমতী বীণাপাণি দেৱী ওচৰৰে গাঁও এখনৰ নিম্ন প্ৰাইমেৰী স্কুলৰ শিক্ষক শ্ৰীযুত লোহিত শৰ্মাৰ ছোৱালী। এম্ ভি পাছ। মহীধৰ মেট্ৰিক নৰ্মাল। স্কুল এখনত সোমাইছিল, কিন্তু দূৰৰ স্কুল, অহা-যোৱা কৰাত বৰ অসুবিধা কাৰণে এৰি দিলে। গাঁৱৰ লোক, আত্মীয় স্বজনে বুজাইছিল বোলে হাতৰ লক্ষ্মী এৰি দিব নালাগিছিল, এনে বস্তু পোৱা টান। মহীধৰে বোলে নালাগে, মোৰ ভাইটো ওলাইছে যেতিয়া আৰু চিন্তা নাই। মই খেতিকে কৰিম। তেতিয়াৰ পৰাই মহীধৰে খেতিত লাগিছে। ৰামেশ্বৰে ৰণাকুছি কলেজৰ পৰা স্নাতক হৈ আন্দোলনত কোব খোৱাৰ খাতিৰত চৰকাৰী চাকৰি এটিত সোমাইছে। চহৰৰ পৰা গাঁৱলৈ বাছত আহিলে এদিনৰ বাট। কিন্তু নিজৰ বাহনত আহিলে আধাদিনো নালাগে। ৰামেশ্বৰে নিজৰ বাহনত আহিছে।

ৰামেশ্বৰে এন্ এছ্ ডি এখন কিনিছে। গাড়ী-মটৰৰ শব্দ নুশুনা গাঁৱখনলৈ ঢেৰঢেৰ তেৰতেৰ আদি শব্দ কৰি কিবা যান-বাহন আহিলেই মানুহ ভৰি পৰে। গাঁওখনত প্ৰথম ৰেল দেখিছিল মনেশ্বৰে। প্ৰথম ট্ৰাক দেখিছিল জানকীৰ মাকে। জানকীৰ মাক গৈছিল চৰকাৰী আলি পাৰ হৈ বিয়া দিয়া জীয়েক কুঞ্জলতাৰ খবৰ ল'বলৈ। তেতিয়া চীন-ভাৰতৰ যুদ্ধৰ দিন। চৰকাৰী আলিৰে মিলিটাৰী ট্ৰাকবোৰ পাৰ হৈ যাওঁতে জানকীৰ মাকে ৰ' লাগি চাই আছিল আৰু ঘৰলৈ ঘূৰি আহি গাঁৱৰ তিৰোতাবিলাকৰ আগত বৰ্ণনা দিছিল এইদৰে বোলে আই ঐ দেহী, ইমান দিনে মটৰ দেখা নাছিলো, যিযো এখন দেখা পালো তেৰ-তেৰ, ঢেৰঢেৰ, ও খিৰিকীৰে হোলপেন মখা চাওঁতেই গ'ল, তলৰ পিনে চাবৰেই নহ'ল, ফৌত কৰি গুচি গ'ল। তাৰ মানে ট্ৰাকখনত উঠি অহা মিলিটাৰীবোৰৰ লংপেণ্টবোৰ চাই থাকোতেই গাড়ীখনৰ তলৰ যন্ত্ৰ-পাতি চাবৰেই নহ'ল। তথাপি জানকীৰ মাকৰ যে পৰম ভাগ্য গাড়ী দেখা পালে, তাকে কৈ আইসকলে তামোল খাই খাই আনন্দ লভিছিল।

দাৰ্জিলিঙত ছানৰাইজ দেখাটো ভাগ্যৰ কথাৰ দৰে এসময়ত গাঁৱৰ অঞ্চলৰ মানুহে গাড়ী দেখাটো ভাগ্যৰ কথা আছিল।

কিন্তু আজি বিজ্ঞানৰ অগ্ৰগতিয়ে গাঁৱৰ মানুহক গাড়ী-মটৰ, ৰেল-জাহাজ সকলোবোৰকেই দেখুৱাইছে। অৱশ্যে ভানুকুছিৰ দৰে ভিতৰুৱা গাঁৱৰ মানুহে গাড়ী-মটৰ কিনাৰ ভাগ্য নাই। সেয়ে ৰামেশ্বৰে অনা এন্. এছ্. ডিখন চাবলৈ গাঁৱৰ মানুহ ভৰি পৰিছে। মহীধৰ আৰু বীণাপাণিৰ আনন্দত বুকু ভৰি পৰিছে। মানুহবোৰক বহিবলৈ ঢাৰি, পীৰা, মূঢ়া, বেঞ্চ আদি উলিয়াই দিছে। তামোলৰ বটাটো আগবঢ়াই দিছে।

ৰামেশ্বৰে চোতালৰ সোঁমাজত গাড়ীখন ৰাখিলে। গাড়ীত ওলমি থকা বেতৰ বাকছৰ পৰা বুন্দিয়াৰ টোপোলাটো নবৌয়েকৰ হাতত দিলে আৰু উক্ত বাকছৰ তলিৰ পৰাই এখন চিক্‌মিকীয়া কাপোৰ উলিয়াই প্ৰথমতে গাড়ীখন মচিলে। তাৰ পিছত কিবা-কিবি যন্ত্ৰ-পাতি উলিয়াই খুঁচৰিবলৈ ধৰিলে। গাড়ীখনৰ পেট ঢকা পাখি দুখন খুলি দিলে। সেইবোৰো খুঁচৰি খুঁচৰি পৰিষ্কাৰ কৰিলে।

ইতিমধ্যে গাঁৱৰ মানুহখিনি আঁতৰি গ'ল। বীণাপাণিয়ে বৰা চাউলৰ জলপান, নাৰিকল ৰোকা আদি বানবাটিত সাজি বৈ বৈ আমনি লাগিল। কেইবাবাৰো ক'লেঃ 'বাপুটি জলপানখিনি খাই লোৱাহি। মুখখন ধুই লোৱা। পানী-গামোচা দিছো। জলপান, চাহ শীত পৰি যাব নহয়।' ৰামেশ্বৰে কেৰেপকে কৰা নাই। গাড়ীখনৰ পাৰ্টচবোৰ চকু এটা কেঁৰা কৰি পেথোলোজিষ্টে শৌচ পৰীক্ষা কৰাৰ দৰে বাৰে বাৰে চাইছে, মচিছে, খুলিছে, লগাইছে, আকৌ খুলিছে, মচিছে, লগাই এছ, আকৌ খুলিছে....। যেনিবা মাৰুতি কোম্পানীৰ হেড্ মেকানিকচ্‌হে। তাৰে মাজতে এবাৰ ক'লে, 'ককাইদেউ ক'ত গ'ল?' বীণাপাণিয়ে ক'লে, 'তুমি অহা বাবে জালখন লৈ বিললৈ গ'ল। তুমি জলপান খোৱা মানে আহিয়েই পাব। মণিকা আৰু কুশলো স্কুলৰ পৰা আহি পাবৰেই হ'ব। আজি শনিবাৰ, সোনকালে ছুটী হ'ব।'

ৰামেশ্বৰে মণিকা আৰু কুশলৰ কথা এবাৰো সোধা নাছিল। আগে-পাছে আহিলে কুশল আৰু মণিকাৰ কথা আগেয়েই সোধে। হাতত অনা টোপোলাটি সিহঁতৰ হাততেই তুলি দিয়ে। মণিকা আৰু কুশল মহীধৰৰ ল'ৰা-ছোৱালী। মণিকাজনী ডাঙৰ। এইবাৰ দশমমান পাইছে। কুশল সৰু। এইবাৰ অষ্টম শ্ৰেণীত উঠিছে। ৰামেশ্বৰৰ এইবাৰ কোনো কথা সোধাৰেই অৱকাশ নাই। নাই তেওঁৰ ইচ্ছা। তেওঁ যে এখন স্কুটাৰ জাতীয় বাহন কিনি এই প্ৰথমবাৰৰ কাৰণে গাঁৱলৈ আহিছে— এইটোৱেই পৰম ডাঙৰ কথা। ডাঙৰ কথাই নহয়, গৌৰৱৰো কথা। ভানুকুছি গাঁৱৰ বাণেশ্বৰৰ পুতেক গাঁৱৰ ভিতৰত প্ৰথম গ্ৰেজুৱেট। সেইটোৱেই গৌৰৱৰ কথা। কিন্তু তাতোকৈ গৌৰৱৰ কথা বুলি অনুভৱ কৰিছে ৰামেশ্বৰে যে এখন ভঙা চাইকেল কিনিবলৈ সামৰ্থ্য নথকা

ঘৰখনৰ দ্বিতীয় পুত্ৰ ৰামেশ্বৰ শৰ্মাই প্ৰকাণ্ড স্কুটাৰ এখন কিনিছে। নাম যাৰ এন্. এছ্. ডি। শব্দত যাৰ কাণ ফাটি যাব খোজে, স্পীডত যি ঘণ্টাত আশী মাইল যাব পাৰে, ওজন যাৰ এটা মৃত দমৰাৰ সমান, যাৰ উজ্জ্বলতাই সকলোৰে চকুত ছাট মাৰি ধৰে। তেনে এখন বাহনত উঠি ৰামেশ্বৰ ঘৰলৈ আহিছে— অথচ নবৌৱেক, ককায়েক কোনোৱে সোধাই নাই- এইখন কাৰ বুলি। ৰামেশ্বৰৰ অলপ অভিমান হ'ল। অভিমানত মিহলি হ'ল খং।

কিন্তু মহীধৰ আৰু বীণাপাণিৰ তেনে কোনো উদ্দেশ্য নাই। তেওঁলোকে ৰামেশ্বৰক কেনেভাৱে খুৱাই-ধুৱাই আপ্যায়িত কৰিব পাৰে তাৰে চিন্তাত ব্যস্ত হৈ পৰিছে। মহীধৰৰ অৱস্থা আগতকৈ বহুত বেয়া হৈছে। বাহিৰটো বজাই ৰাখি ভিতৰি ভিতৰি তেওঁ বৰ অসহায় অৱস্থাত পৰিছে। ভায়েকৰ বিয়াত, নিজৰ বিয়াত হোৱা ধাৰখিনি কোনোৰকম মাৰি উঠিছে। ৰামেশ্বৰক পঢ়াওঁতে পৈতৃিক সম্পত্তিখিনি বন্ধকত থৈছিল— তাকো মোকলাইছে। দুবাৰ বলদ দুহাল মৰিছে— আকৌ কিনিছে। খেতিৰ অৱস্থাও আজিকালি বৰ ভাল নহয়। একেডৰা মাটিতে বছৰ বছৰ খেতি কৰাৰ বাবদ মাটিৰ উৰ্বৰা শক্তি কমিছে আৰু ফলত আগৰ দৰে ফচল নাপায়। ল'ৰা-ছোৱালী দুটি ডাঙৰ হৈছে— সিহঁতকো মাহেকত যথেষ্ট খৰচ লাগে।

ৰামেশ্বৰে চাকৰিটোত সোমোৱাত মহীধৰ আৰু বীণাপাণিয়ে বৰ আনন্দ পাইছিল। ভাৱিছিল অন্ততঃ ঘৰখনৰ ঘাটি পূৰণ হ'ব। ঘৰ এটা শিল, বালি, ইটাৰে বান্ধিব। ৰামেশ্বৰৰ ভাল ঘৰৰ ছোৱালী এজনী চাই বিয়া পাতিব।

কিন্তু কাৰ্যতঃ তেনে হোৱা নাই। চাকৰি কৰা বুলি কোনো দিনে ৰামেশ্বৰে মহীধৰৰ হাতত টকা পাঁচশ দি পোৱা নাই। বীণাপাণিলৈ এযোৰ পাটৰ কাপোৰ দি পোৱা নাই। মণিকা আৰু কুশলক দিয়া নাই ফ্ৰক-কামিজ এটা। সেই লৈ মহীধৰৰ কোনো আপত্তি নাই। নিজৰ ভায়েক এটা শিক্ষিত হৈছে, চৰকাৰী চাকৰিত সোমাইছে— ইয়াতকৈ ডাঙৰ কথা, গৌৰৱৰ কথা কি হ'ব পাৰে? মানুহে ভিতৰত কি খাইছে, কি ভাবিছে, কেনে মানসিক অসুখত ভুগিছে— এই কথা বাহিৰত কোনোৱে নাজানে। কিন্তু বাহিৰৰ জগতখনে যেতিয়া জানে যে অমুকাৰ ভায়েক মন্ত্ৰী, অমুকাৰ ভায়েক বিধায়ক, তমুকাৰ ভায়েক ডিৰেক্টৰ, সচিব, তেতিয়া ভায়েকসকল গৌৰৱত ওফন্দি থাকে। ভাৰতবৰ্ষত দেখা যায় যে ক্ষমতাত থকা লোকসকলৰ ভায়েকহঁতৰ প্ৰতাপ তথা উদ্ভণ্ডালি লেখত ল'বলগীয়া। অসম প্ৰদেশতো তাৰ প্ৰমাণ নথকা নহয়। কিন্তু মহীধৰে তেনে প্ৰতাপ কোনোদিনেই দেখুৱাব খোজা নাই। তেওঁৰ কেৱল আনন্দ যে নিজৰ ভায়েক এটা গ্ৰেজুৱেট আৰু চৰকাৰী চাকৰিত আছে।

মহীধৰে কাবাদী খেলা মানুহৰ দৰে দৌৰি আহি ঘৰ পালে। তিতি-বুৰি, শৰীৰত বোকা-পানী লৈ ঘৰ সোমাইছে। ডাঙৰ শ'লমাছ এটা জালত উঠিছে, তেওঁৰ বৰ

আনন্দ। আহিয়েই বীণাপাণিক কৈছে যে মাছটো কোমোৰাৰ গুটি ঢেঁকীত খুন্দি ভালদৰে জোল কৰিবি। সৰু বাপুক এটুকুৰা ভাজি দিবি। পল বেঙেনা কেইটামান ভাজিবি। পাৰযোৰ মাৰি মাটিমাহৰ ডাইলেৰে ৰান্ধিবি। জহা চাউল বহাবি। ইত্যাদি ইত্যাদি বীণাপাণিক দিহা-পৰামৰ্শ দি গামোচাখন সলাই ৰামেশ্বৰৰ ওচৰত মানে এন. এছ. ডিখনৰ ওচৰত বহিলহি। য'ত ৰামেশ্বৰে খুঁচৰিয়েই আছিল।

মহীধৰে প্ৰথমতে ৰামেশ্বৰক কি কথানো সুধিব একো ঠিক কৰিবই পৰা নাছিল। অতি আপোনজনে কিবা বস্তু এটা ভাল ভাল বুলি প্ৰশংসা নকৰিলেও মনৰ গহন কোণত আনন্দ আৰু গৌৰৱৰ ভাবটো থূপ খাই থাকেই। কিছুমানে তাকে পূৰঠ ভাষাত প্ৰকাশ কৰিব পাৰে; কিছুমানে নোৱাৰে। মহীধৰৰো অন্তৰখন তেনে ভাবতে পূৰ হৈ আছে। ভায়েকে স্কুটাৰখন কিনা আনন্দত, লগে লগে গৌৰৱতো ভৰপূৰ হৈ আছে। তেনে পৰিপ্ৰেক্ষিততে মহীধৰে সুধিলে, 'এইখনৰ কিমান দাম পৰিল অ' সৰুবাপু?' ৰামেশ্বৰে গদ্‌গদ্ স্বৰে ক'লে, 'ওঠৰ হাজাৰ টকা।'

মহীধৰ স্তম্ভিত হৈ গ'ল। ওঠৰ হাজাৰ টকা সি জীৱনত একেলগে কোনোবা দিনা পাব পাৰে বুলি কল্পনাও কৰিব নোৱাৰে। মহীধৰৰ মনটো বহুত অতীতলৈ উৰা মাৰি গ'ল আৰু অতীত-বৰ্তমানৰ সিহঁতৰ আৰ্থিক অনাটনৰ কথা চিন্তা কৰি কৰি মহীধৰ নীৰৱ হৈ পৰিল। অন্তৰত ভবা কথা তেওঁ ভায়েকৰ আগত ব্যক্ত নকৰিলে। মহীধৰে ভাবিলে, এই ওঠৰ হেজাৰ টকাৰে ঘৰখনৰ কত কাম কৰিব পাৰিলেহেঁতেন।

মহীধৰে ভায়েকক আন এটাহে ক'লে, 'গৰুহাল আছে যেতিয়া ময়ো গাড়ী এখন কৰিম বুলি বৰ আশা কৰি আছিলো। তই পাৰিলে চকা দুটা কিনি দিবিচোন।' ৰামেশ্বৰে ভেকাহি মাৰি উঠিল, 'গাড়ীখনৰ তোৰ কি দৰ্কাৰ? পথাৰৰ পৰা ধানখিনি কঢ়িয়াই আনোতে তোক গাড়ীখন লগা হ'লনে? তোৰ কান্ধ দুখন কি হ'ল? কান্ধেৰে কঢ়িয়াই আনিবি। দুটা চকাৰ দাম কিমান জান? প্ৰায় ওঠৰশ টকা পৰিব। পইচা মোৰ গছত লগা নাই নহয়। তইঁতে মোৰ বিয়া-বাৰুৰ কথা কিবা ভাবিছনে?' ৰামেশ্বৰে কথাখিনি কওঁতে মুখখন ক'লা কৰি কৈছিল, যেন সতীয়া ভায়েককহে আক্ৰমণ কৰিছে।

মহীধৰৰ মুখখনো বেদনাত, দুখত শৰবিদ্ধ হৰিণৰ দৰে ক'লা পৰি গৈছিল। কি ক'বলৈ যাওঁতে নিজৰ ভায়েকটো হৈ কি কথাবোৰ কৈ পেলালে। সেইকাৰণেই মানুহে মনতে ভাবি থকা ভাল কথাবোৰ মুখৰ ভাষাত প্ৰকাশ কৰিব নোৱাৰিলে বা নাজানিলে এনে সৰ্বনাশ হয়। এজন ভায়েকে এটা হয়তো ভাল কাম কৰা বুলিয়েই আনন্দ কৰে মনে মনে অন্তৰেৰে; কিন্তু আনজনে হয়তো তাকেই ভুল বুজে। এনে উদাহৰণ আমাৰ সমাজত অনেক আছে।

মহীধৰ কিন্তু সাৱধান হ'ল। খং কৰি ভায়েক গুচি যাব বুলি মহীধৰ সন্ত্ৰস্ত হ'ল। সেয়ে কথাৰ বাগৰ সলাই ক'লে, 'গাড়ীৰ চকা মোক নালাগে দেচোন, এনেয়েই ৰঙতে কৈছো অ' বাপু। তোৰ বিয়া-বাৰুৰ কথা মই ভাবিয়েই আছো। অহাবেলি মাঘে-ফাগুনে তোৰ বিয়াখন খেদাম।' ৰামেশ্বৰে ক'লে, 'বিয়াখন খেদাম বুলিলেই হ'লনে? বিয়া এখনত কিমান টকাৰ প্ৰয়োজন হ'ব তহঁতৰ হিচাপ আছেনে? গাঁৱৰ বিয়া আৰু টাউনৰ বিয়াৰ বহুত ডিফাৰেঞ্চ। মই এই খোঁকট গাঁৱত বিয়া নাপাতো, এতিয়াই কৈ দিছো।'

মহীধৰৰ এইটো কথাও পৰিষ্কাৰ হ'ল যে ভায়েকৰ বিয়া গাঁৱত পাতি এই অঞ্চলৰ ৰাইজক উদৰ পূৰাই দৈ-চিৰা, জহা চাউলৰ ভাত খুওৱাৰ যি কল্পনা কৰিছিল সি ধূলিসাৎ হৈ গ'ল। মহীধৰে তাকো প্ৰতিবাদ নকৰিলে। বৰং ক'লে, 'হ'ব দে, তোৰ সুবিধামতেই ঠাই বাছনি কৰিবি। কিন্তু তোৰ কইনাজনী বাছনি কৰাৰ অধিকাৰ মোক দিবিনে সৰু বাপু। মই চনমাগুৰিৰ পুষ্প শৰ্মাৰ প্ৰথমা কন্যা নিৰ্মালীক তোলৈ আনিম বুলি কথা দিছিলো সৰুবাপু। তই বাৰু ক'ৰবাত কথা দিছ নেকি?' ৰামেশ্বৰ জক্‌জকাই উঠিলঃ 'মই কাকো কথা দিয়া নাই। কিন্তু মোক কথা দিছে বহুতে। মই পছন্দ কৰিছো খগেন বিধায়কৰ ছোৱালী মনালিছাক। চাকৰিটো কাৰ কাৰণে পাইছো তহঁতে জাননে? কাৰ কাৰণে এই গাড়ী কিনিব পাৰিছো তহঁতে জাননে? খগেন এম. এল এক নকৰা হ'লে এনে এটা চাকৰিত সোমোৱা সহজ নহ'লহেঁতেন। মহীধৰে ক'লে, 'মোৰ কোনো আপত্তি নাই। তোৰ পছন্দক মই বাতিল কৰাৰ কোনো প্ৰশ্নই নাই। পুষ্প শৰ্মাক মই ক'লেই তেওঁ বুজিব। তেওঁৰ ছোৱালীও দলিয়াই পেলোৱা বিধৰ নহয়। কোনোবাই নিশ্চয় নিব।'

মহীধৰে ঘৰকেইটা ভাল কৰাৰ কথা উলিয়াইছিল। ৰামেশ্বৰে স্পষ্টকৈ কৈ দিলে যে গাঁৱত যিহেতু বিয়া পতা নহ'ব গতিকে ঘৰ ভাল কৰাৰ কোনো প্ৰয়োজন নাই। বীণাপাণিয়ে ৰন্ধা মধুৰ ব্যঞ্জনেৰে ভাত-পানী খাই ৰামেশ্বৰ যাবলৈ ওলাল। মহীধৰে ৰাতিটো থাকি যাবলৈ বৰকৈ ধৰিছিল; কিন্তু ৰামেশ্বৰ নাথাকিল। ক'লে যে কাইলৈ অফিচ নকৰিলেই নহয়, ইয়াৰ পৰা গৈ অফিচ ধৰা বৰ টান।

বীণাপাণিয়ে জহা চাউল, আলু আৰু কণীকেইটামান বান্ধি ডাঙৰ টোপোলা এটা দি ক'লে, 'বিহুত যেনে তেনে আহিবা সৰুবাপু, একেলগে খাম। নগৰত বোলে বহুত বৰ ডাক্তৰ আছে। এবাৰ গৈ মোক দেখুৱাব খুজিছিলো। গাটো বৰ বিষ। ৰাতিপুৱা হ'লে বিষত উঠিবই নোৱাৰো। তদুপৰি নগৰখন দেখাও নাই। তাতে বোলে ছোৱালী-তিৰোতাবোৰেও ঢেৰঢেৰত উঠি ফুৰে হয়নে সৰুবাপু?' ৰামেশ্বৰে ভেকাহি মাৰি ক'লে, 'তুমি শালত বোৱা কাপোৰ পিন্ধি নগৰলৈ যাব নোৱাৰিবা। তাত মোৰ বহুত চিনাকি মানুহ আছে; বিশেষকৈ মনালিছাৰ ঘৰখন। সিহঁতে দেখিলে তোমাক

গাঁৱলীয়া ভূতুনী বুলি হাঁহিব। তুমি যোৱাৰ দৰকাৰ নাই। ইয়াতে ধুলি ওজাৰ বড়ি খাবা।'

বীণাপাণিৰ চকু দুটা সেমেকি আহিছিল। ভয় আৰু দুখত তেওঁৰ অন্তৰাত্মা কঁপি উঠিছিল। যোৱা চাৰি বছৰ ধৰি শালত কাপোৰ বই বীণাপাণিয়ে ৰামেশ্বৰ দেওৰেকৰ বিয়াৰ কাৰণে কাপোৰ সাঁচিছে। কইনাৰ জোৰোণত দিবলৈ বিধে বিধে চাদৰ-মেখেলা বই থৈছে। ঘৰখনৰ সন্মান ৰাখিবলৈ, বিশেষকৈ শিক্ষিত দেওৰেকৰ সন্মান ৰাখিবলৈ বীণাপাণিয়ে অহোপুৰুষাৰ্থ কৰিছে। নিজৰ বিয়াত জোৰোণত কি দিছিল বীণাপাণিয়ে জানে। তাইৰ লগৰ ছোৱালীহঁতে তাইক জোকাইছিল বোলে, তোৰ জোৰোণত এযোৰ ভাল কাপোৰ দিব নোৱাৰিলে। সেয়ে বীণাপাণিয়ে দেওৰেকৰ বিয়াত যাতে অন্ততঃ লোকে নিন্দা কৰিব নোৱাৰে তাৰ বাবে নিজৰ ৰুগীয়া শৰীৰৰ দুখ কাতি কৰি থৈও শালত কাপোৰ বইছে। বীণাপাণিৰ লিহিৰি হাতৰ লিহিৰি আঙুলিৰে বুটা-বছা চাদৰ-মেখেলা কেইবাযোৰো মৰমৰ দেওৰেকৰ বিয়াৰ কাৰণে এই বাকচত সযতনে সাঁচি ৰাখিছে; অথচ ৰামেশ্বৰে শালত বোৱা কাপোৰ বুলি ঘৃণাসূচক মন্তব্য দিছে। দুখত বীণাপাণি ভাগি পৰিল। তেওঁ দেওৰেকক নগৰলৈ নিজৰ চিকিৎসা কৰিবলৈ যোৱাৰ কথা একো নক'লে; ক'লে, 'সৰুবাপু, তোমাৰ বিয়াৰ কাৰণে মই একবাকচ কাপোৰ বই ৰাখিছো। জোৰোণত দিম। চহৰৰ কইনা হ'লেও অন্ততঃ গা-ধুই কাপোৰ সলোৱা আৰু মাহেকীয়া হোৱাত ব্যৱহাৰ কৰিব। সৰুবাপু, তোমাৰ মনালিছাৰ আগত মোক নিজৰ নবৌ বুলি নক'বা, কোনোবা দূৰ সম্পৰ্কীয় নবৌ বুলি ক'বাদেই।' বীণাপাণিৰ চকুৰে দুধাৰ ৰূপালী পানী ওলাই আহিছিল। যেন পবিত্ৰ নিজৰাৰ পানী—তাত মলি অকণো নাই।

মহীধৰৰো চকু সেমেকি আহিছিল। গাড়ীখন ষ্টাৰ্ট দি থকা ৰামেশ্বৰক কৈছিল, 'বিয়া পাতিলে টকাৰ কথা তই চিন্তা কৰিব নালাগে যাচোন। মই ধান আৰু কুঁহিয়াৰ বেচা টকাখিনি সাঁচি ৰাখিছো তোৰ বিয়াৰ কাৰণেই। ঘৰ-দুৱাৰ ভাল কৰাৰ কথা চিন্তাই কৰা নাই। তোৰ যদি টকাৰ টান পৰিছে অলপমান লৈ যা। সোণৰ দাম বোলে দিনক দিনে বাঢ়িয়েই আছে। পাৰিলে অলপ সোণ কিনি থ'বি। ভাল ঘৰৰ ছোৱালী অনা কথা, গহনাখিনি অলপ ভালদৰে দিব লাগিব অ' সৰুবাপু!'

ৰামেশ্বৰে গাড়ীখনৰ ষ্টাৰ্ট বন্ধ কৰিলে আৰু গাড়ীৰ পৰা নামিল। তেওঁৰ অন্তৰখন কিবা এটা অপৰাধবোধত বৰ আহত হ'ল। ককায়েকৰ নিৰ্মল আৰু আন্তৰিক মৰমত তেওঁৰ ভিতৰৰ অভিমানটো ভাগি-ছিগি চূৰমাৰ হোৱাৰ দৰে অনুভৱ কৰিলে। ৰামেশ্বৰে বৌৱেকক পানী এগিলাচ খুজিলে।

মানুহে চিন্তাত বিব্ৰত হৈ পৰিলে পানী খায়। কিছুমানে খায় চিগাৰেট, কিছুমানে মদ। বিবেকত আঘাত পৰিলে মানুহৰ অন্তৰ কোমল হৈ পৰে।

বীণাপাণিয়ে দৌৰি গৈ গাখীৰ এগিলাচ আনিলে। মহীধৰে বান্দৰৰ দৰে লাফ মাৰি নাৰিকলৰ গছত উঠি ডাব দুটা পাৰি আনিলে আৰু দাখনেৰে দুই ঘাপ মাৰি কাটি গিলাচত ভৰাই ৰামেশ্বৰৰ হাতত তুলি দিলে, ডাবৰ পানী খা, এটা ডাব লৈয়ো যা, বাটত খাবি। ডাববোৰ দেখিলে তোলৈ বৰকৈ মনত পৰে অ' সৰুবাপু। মই নাৰিকল বেচিও বহুত টকা তোলৈ সাঁচি ৰাখিছো। আজি থাক অ' সৰুবাপু। তোৰ লগত ৰাতি কথা পাতি কটাম।'

বীণাপাণিয়েও ধৰিলে, 'আজি থাকা সৰুবাপু, মই এখন পিঠাকেই পুৰি খুৱাব নোৱাৰিলো। তুমি হঠাৎ আহি ওলাইছা আৰু এনে খৰধৰকৈ যাবলৈ ওলালা— আমাৰ বেয়া নালাগিবনে?'

ৰামেশ্বৰ কিন্তু নাথাকিল। নবৌৰেক আৰু ককায়েকৰ প্ৰতি কৰা দুৰ্ব্যৱহাৰৰ বাবে তেওঁৰ অপৰাধবোধটো বেছি গাঢ় হৈছিল আৰু থোকা-থুকি মাতেৰে কৈছিল, 'আজি নাথাকো দেই। অহা শনিবাৰে আহি দুদিন থাকি যাম।'

মহীধৰ আৰু বীণাপাণিয়ে আনন্দত কি যে নক'ব। মহীধৰে ক'লে, 'সেইবেলি আহোতে সৰুবাপু, এটা মলম আনিবিচোন পাৰ যদি। মোৰ কান্ধ দুখনত ভাৰ বওঁতে বওঁতে ঘাৰ নিচিনা হৈছে। এইবেলি ধান আৰু আলু ভালেখিনি পালো— নিজেই কান্ধেৰে কঢ়িয়ালো। অৰুণহঁতৰ গাড়ীখনৰ কথা কৈছিলো। নিদিলে। এটা বলদৰ বেমাৰ হোৱা বুলি ক'লে। আচলতে তাক ভাড়া নিদিম বুলি তেনেকৈ ক'লে। তদুপৰি টবোৰলৈ পাচলি বিকিবলৈ নিওতে ভাৰেৰেই নিয়া যায়তো— কান্ধ দুখনে বৰ আজাৰ পায়।'

ৰামেশ্বৰে এইবাৰ ৰ'ব নোৱাৰিলে। তেওঁ তলমূৰ কৰি হুকহুকাই কান্দি দিলে। ধাৰাসাৰে তেওঁৰ চকুৰ পানী ওলাইছিল। সেই চকুৰ পানীয়ে চাগৈ তেওঁৰ অন্তৰৰ অপৰাধখিনি ধুই লৈ আহিছিল। থোকা-থুকি মাতেৰে ৰামেশ্বৰে কৈছিল, 'ককাইদেউ, শনিবাৰে আহি নবৌ আৰু তহঁতক নগৰলৈ নি মই ভাল ডাক্তৰক দেখুৱাম। ঘূৰি আহোতে গাড়ীখনৰ চকা দুটা তাৰে পৰাই কিনি দিম। তই গাড়ীখন সজাই ল'বি।'

ইয়াৰ পিছত মণিকা আৰু কুশলক দুটা চুমা খাই ঢেৰঢেৰ শব্দ কৰি ৰামেশ্বৰ গুচি গ'ল। বহুত পৰলৈ তন্ময় হৈ থাকি মহীধৰে ক'লে, 'সি এতিয়াও সৰু ল'ৰাৰ দৰেই হৈ আছে। বীণাপাণিয়ে ক'লে, 'শাহুআই সৰুতেই ঢুকালতো, সেই কাৰণে ইমান অভিমানী। তাক মোৰ কুশলতকৈ মৰম লাগে।' ❑

# শেষ দুৰ্গত বিপৰ্যয়

যান-জঁটত পৰি গ'লো। গৈছিলো দিছপুৰলৈ। আহিছিলো উলুবাৰীৰ ফালৰপৰা। আজিকালি দিছপুৰলৈ আহিলে সেনাপতিজন যুদ্ধলৈ যোৱাৰ দৰে সাজু হৈ যাব লাগে। বাটত নানা বাধা-বিঘিনি অতিক্ৰম কৰিবলগীয়া হয়। সেনাপতিসকলে যুদ্ধত যেনেকৈ কেবাটাও দুৰ্গ ভেদ কৰিব পাৰিলেহে যুদ্ধ জয় কৰাৰ আশা থাকে, আমাৰো আজিকালি তেনেকুৱা হৈছে। বাটত অসংখ্য বাধা-বিঘিনি। গৰু-ছাগলী, কুকুৰ-মেকুৰী, ভেৰা-গাহৰি, হাঁহ কুকুৰা, গাধ এইবোৰতো আছেই। ইহঁতে জীৱ-জন্তু হিচাপে মানুহক বাট এৰি দিয়াৰ নিয়ম-কানুন নাজানে। সেই কাৰণে ৰাস্তাৰ মাজতে ইহঁতে শুই থাকে, ফেৰ পাতি থাকে। কিন্তু মানুহে সকলো নিয়ম-কানুন জানি-বুজিও বাট এৰি নিদিয়ে। মোৰ গাঁৱৰপৰা দিছপুৰলৈ গ'লে প্ৰথমতেই যান-জঁট আৰম্ভ হয় ফটাশিল বজাৰত। ঠেলা, ৰিক্সা, গাধ-গাড়ী, অট'ৰিক্সা, স্কুটাৰ, চাইকেল, সৰুগাড়ী, ডাঙৰ গাড়ী, চিটিবাছ, নাইটছুপাৰ, ট্ৰাক, মিনিট্ৰাক, পানী গাড়ী, টেঙ্কাৰ, ক্ৰেংগাড়ী, স্কুলবাছ, অফিচৰ বাছ ইত্যাদি যান-বাহনৰ এনেদৰে সমাবেশ ঘটে যে দেখিলেই ভয়ত বুকু কঁপি যায়। হৰ্ণ আৰু ইঞ্জিনৰ শব্দত কাণৰ পৰ্দা ফাটি যাব খোজে। ন কইনাই খোজত খোজ দি আলহীক তামোল দিবলৈ অহাৰ দৰে মোৰ পুৰণি গাড়ীখনেৰে কোনোৰকম আগুৱাই গৈ গৈ সেই দুৰ্গটো ভেদ কৰি ওলাই গ'লো।

এইবাৰ গৈ পৰিলো দ্বিতীয় দুৰ্গ — উলুবাৰীত। গাড়ীৰ লাইন ফ্লাইওভাৰৰ পৰা উলুবাৰীৰ চাৰিআলিলৈ। সম্ভ্ৰান্ত লাইন হ'লেতো ভালেই আছিল। কিন্তু প্ৰত্যেকজন চালকে (প্ৰত্যেক শ্ৰেণীৰ যান-বাহনৰে) বাহনবোৰ এনেকৈ আগুৱাই নিয়ে যে মুহূৰ্ততে যান-জঁট আৰম্ভ হৈ এটা ভীষণ সমস্যাৰ সৃষ্টি কৰে। প্ৰত্যেকেই হৰ্ণ বজায়, গোঁৱা এৰি দিয়ে, কিছুমানে ওপৰেৰে উৰুৱাই নিব খোজে, কিছুমানে কুচিয়া মাছৰদৰে একা-বেঁকা কৰি যায়, কিছুমানে এনেভাৱে হৰ্ণ বজায় যে তেওঁক বাটটো এৰি দিব লাগে, তেওঁৰহে যেন জৰুৰী কাম আছে। ফলত কোনো যাব নোৱাৰে। পৰিৱেশটো এনেকুৱা হয় যেন মহাষ্টমী দুৰ্গাপূজাৰ সন্ধিয়া দেৱী দুৰ্গাৰ মূৰ্তিৰ আগত আৰতিহে দিছে। ৰৰকাঁহ, শঙ্খ, ঘন্টা বাজিছে অবিৰাম। হাতত ধুনাদানি লৈ নৃত্য কৰিছে।

ল'ৰা-ছোৱালীবোৰে পেঁপা বজাইছে, কোনোৱে কান্দিছে, মানুহৰ ঠেলা-হেঁচাত মাক-দেউতাকৰ কোলাতে পেচাব কৰি দিছে। এনে সদৃশ দৃশ্য হয় উলুবাৰীৰ যান-জঁটত। গাড়ীৰ হৰ্ণ, পুলিচৰ হুইচেল, ফটা ছাইলেঞ্চাৰৰ শব্দ, ইঞ্জিনৰ শব্দ একাকাৰ হৈ 'নাক-কাণ-ডিঙি'ৰ ডাক্তৰৰ ওচৰলৈ যাবলগীয়া হয়। কণী পাৰি থকা পাতি-হাঁহে খোজ কঢ়া দি, ইন্দ্ৰৰ ৰথবোৰ আগুৱাই গৈ আছে। আজি সম্পূৰ্ণ পঞ্চল্লিশ মিনিটৰ মূৰত উলুবাৰীৰ দুৰ্গটো ভেদ কৰি ভঙাগড়ৰ দুৰ্গটো পালো।

তাতো একেই দৃশ্য, একেই পৰিবেশ, একেই সমস্যা, একেই সময়ৰ অপব্যয়। এই দুৰ্গটোও তেনেকৈ ভেদ কৰি চতুৰ্থ দুৰ্গ গণেশগুৰি পালো। ইয়াৰ বৰ্ণনা দিয়া টান। কৌৰব-পাণ্ডৱৰ যুদ্ধৰ বৰ্ণনা সঞ্জয়ে ধৃতৰাষ্ট্ৰক নিয়াৰিকৈ দি আছিল। কিন্তু গণেশগুৰি দুৰ্গৰ যুদ্ধৰ বৰ্ণনা দিয়া কঠিন। যান-জঁট আৰম্ভ হৈয়ে প্ৰায় ভঙাগড়মানৰ পৰা। যুদ্ধক্ষেত্ৰত অসংখ্য শিল, মাটি, ইটা, বালি, লোহা, কাঠ, বাঁহৰ দ'ম। ৰথী-মহাৰথীক ভেটা দিবলৈ ৰাস্তাৰ মাজে মাজে পকা আলি, (যেনেকৈ পকা ধানৰ মাজে মাজে সৰু সৰু আলি থৈ, সৰু সৰু আলি)। বাঁহৰ বেৰ, নাৰিকলৰ ৰছী, লোৰ শিকলি আদি প্ৰতিবন্ধকবোৰ আছেই। যিখিনি ঠাইৰে যান-বাহন যাব পাৰে তাত এক, দেৰ ফুট দ গাঁত। তাত গেলা-পচা জলৰ ব্যৱস্থা কৰা হৈছে। কিন্তু যুদ্ধক্ষেত্ৰত কোনো ৰথী, মহাৰথীয়ে খাল, জংঘল, পৰ্বত পাহাৰ, ৰছী শিকলি আদি বাধা-বিঘিনিক কেৰেপ নকৰে। প্ৰত্যেকৰে যুদ্ধ জয়ৰ আশা।

কোনো আগুৱাই যাব পৰা নাই। ইখন যানৰ পিছতে সিখন যান লগোৱা হৈছে। কইনা, কুমজেলুকা, কেৰেলুৱা, এশ বছৰীয়া বুঢী, সাত বছৰীয়া ৰোগীয়ে খোজ কঢ়াৰ দৰে গাড়ীবোৰ আগুৱাই গৈ আছে। খাল-ডোঙৰ গেলা পানী, নলা-নৰ্দমাৰ পচা পানী, গাড়ীৰ ক'লা ধোঁৱাৰ গন্ধই সকলোকে নাকত স্পৰ্শ কৰিছে। তেনেতে যুদ্ধপৰ্ব আৰম্ভ হ'ল। মোৰ আগত থকা গাড়ীখন বেক কৰি মোৰ গাড়ীৰ বাম্পাৰত লগাই দিলে। তেওঁলোকৰ নতুন মাৰুতি গাড়ী। বিয়াৰ কইনা, সাজি-কাচি ওলাই অহাৰ দৰে ওলাই আহিছে। দিব্যৰূপ। তেল, সেন্দূৰ, স্নো, পাউডাৰ, বিন্দিয়া আদি যেন লগাই আহিছে। কোমল শৰীৰ। যেন ধুনা কপাহ। মোৰ গাড়ীখনৰ একোৱেই নহ'ল। কিন্তু তেওঁৰখনত চিকুটমান দাগ এটা লাগিল। হটঙা শৰীৰৰ পুৰুষ এজনৰ গাত কোমলাঙ্গী গাভৰু এগৰাকীয়ে ঘুচিয়ালে যেনেকৈ গাভৰুগৰাকীৰ হাতখনেহে দুখ পায় — তেনেকৈ মোৰ লোৰ গাড়ীখনত তুলাসদৃশ গাড়ীখনে খুন্দিওৱাত তেওঁলোকৰখনেহে দুখ পালে।

যুদ্ধ আৰম্ভ। গাড়ীৰপৰা উগ্ৰমূৰ্তি ৰূপ ধাৰণ কৰি নামি আহিল তেওঁলোক আৰু মোৰ ড্ৰাইভাৰজনক 'আবে, কুত্তাৰ বাচ্ছা' বুলি কৈ গাড়ীৰ ভিতৰতে চৰ, ভুকু, কিল, লাথি আদি সকলো অস্ত্ৰ প্ৰয়োগ কৰিলে। পাইলটেঃ মোক কিয় মাৰে, মোৰ গাত দোষ নাই, নামাৰিব আদি শব্দ উচ্চাৰণ কৰি আত্মৰক্ষা কৰিবলৈ চেষ্টা কৰিছে।

কিন্তু পৰা নাই। তেওঁলোকে অগ্নিবাণ, সৰ্পবাণ, পশুপতি বাণ, ব্ৰহ্মবাণ আদি সকলো প্ৰয়োগ কৰিছে। যুদ্ধত আচলতে শৰণাপন্নজনক, দুৰ্বলজনক আক্ৰমণ কৰাৰ নিয়ম নাই। কিন্তু সেইবোৰ আছিল ৰামায়ণ, মহাভাৰতৰ দিনৰ যুদ্ধৰ নিয়ম। আজিকালি আতুৰজনকহে বেছিকৈ কিলায়।

শেষত উপায় নাপাই মযেই ড্ৰাইভাৰজনক, বান্দৰে তাৰ পোৱালিবোৰক বুকুৰ মাজত লৈ থকাৰ দৰে, বুকুৰ মাজত লৈ মোৰ পিঠিখন পাতি দিলো। মোৰ পিঠিতো কিল, ভুকু, চাপৰ আদি পকা তামোল পৰা দি পৰিল। মই বাৰে বাৰে অনুৰোধ কৰিলো, পিতাহঁত তাক নামাৰিবা, তাৰ গাত দোষ নাই। কিছু মোৰ গাতো মাৰা। সি মাৰৰ বিষত পৰি থাকিলে মোৰ বৰ বিপদ হ'ব। মই নিজে গাড়ী চলাব নোৱাৰো। মই মিনিষ্টাৰক লগ ধৰিবলৈ আহিছো। মোৰ ল'ৰাহঁতৰ চাকৰি-বাকৰি নাই। বহুত মাষ্টৰ ল'ব বুলি শুনিছো। সেই আশাতে আহিছো। মিনিষ্টাৰ কিজানি গুচিয়েই গ'ল। চাৰি-পাঁচটা দুৰ্গ ভেদ কৰি আহোতেই বহু সময় ল'লে। এইটোৱেই আছিল শেষ দুৰ্গ। ইযাতেই এই পযমালখন ঘটিল। আমাক যাবলৈ দিয়াহঁক, মোৰ পিতাহঁতঐ।

তেওঁলোক অলপ সদয় হ'ল। অস্ত্ৰ সম্বৰণ কৰিলে। মোক ক'লে, খুৰা, আপুনি কিয় পিঠি পাতি দিলে। ই এজন অসভ্য। ই ড্ৰাইভাৰৰ লাযক নহয়। ইযাৰ চকু দুটা নাই। সি আগত যে গাড়ীখন আছে দেখা নাপায় নেকি? ছেঃ আপুনি কিয় পিঠিখন পাতি দিলে। মই কাপোৰ কানিখিনি ঠিকঠাক কৰি লৈ ক'লো, নাই, নাই, মই তোমালোকক দোষ দিয়া নাই। তোমালোকৰ কিল, ভুকু, লাথিত সি কিমান দুখ পাইছে, সেইটো পৰীক্ষা কৰিবলৈকেহে মোৰ পিঠিখন পাতি দিলো। নাইতো, বৰ বেছি দুখ পোৱা নাই। মই বুঢ়া মানুহটোৱে সহ্য কৰিছো। সি ডেকা ল'ৰা। তাৰ চাগে একোৱেই হোৱা নাই। তোমালোক ডেকাল'ৰাবোৰৰ আজিকালি তেজ বমি গৈছে নহয়। হাতত 'গুলী ভৰোৱাটো' থাকিলেহে অলপ বল শক্তি থাকে। 'বিষাক্তপানী' আৰু ভেজাল খাদ্য খাই খাই শৰীৰত কি শক্তি থাকিব। ৰথী মহাৰথীযে ক'লে, 'নহয় খুৰা, আমাৰ হাততো সেইবিধ অস্ত্ৰ আছে। কিন্তু আমি য'তে-ত'তে প্ৰয়োগ নকৰো। চিকা মাৰি হাত কেলেই গোন্ধাম। দুই কিলতে সি ঠিক হৈ গৈছে।'

ইতিমধ্যে আমাৰ এই যুদ্ধপৰ্ব আৰু অৰ্থ ভাঙনিৰ সময়খিনিত যান জঁটে ভীষণ ৰূপ ধাৰণ কৰিছিল। কিন্তু পুলিচৰ তৎপৰতাৰ কাৰণে, আমাক খালত পেলাই থৈ যান-বাহনবোৰ, মৃত সৰ্পৰ ওপৰেৰে জাঁপ মাৰি পাৰ হৈ যোৱাৰ দৰে, যিয়ে যেনেকৈ পাৰে পাৰ হৈ গৈছিল। ৰথী-মহাৰথীয়ে মোক আৰু কিছু আশ্বাস, সান্ত্বনা, সাহস দিলে, 'খুৰা, আপোনাৰ কেতিয়াবা দৰ্কাৰ হ'লে আমাক বিচাৰিব। গাড়ীৰ নম্বৰ লিখি

ৰাখক। আপোনাক সহায় কৰি দিম। আপুনি এতিয়া ক'লৈ যাব?' মই ক'লো ঃ মিনিষ্টাৰ এজনক লগ ধৰিম বুলি আহিছিলো। বাটতে এই পয়মালখন হ'ল। ভালেমান দুৰ্গ ভেদ কৰি কৰি আহি এই শেষ দুৰ্গটোত উপস্থিত হৈছিলো। আচল যুদ্ধ তোমালোকৰ লগতে হ'ল। অৰ্জুনৰ আগত ভীষ্ম, দ্ৰোণ কোনহে। তোমালোক অৰ্জুন। মোক দ্ৰোণাচাৰ্য বুলিব পাৰা। বাৰু, তোমালোক যোৱা। মযো লাহে লাহে যাওঁগৈ।

আকৌ সেই একেই সমস্যা। কেঁচুমতাৰ দৰে বাটি অহা মাটিখিনি সন্ধিয়া কাটি থ'লে ৰাতিপুৱালৈ সেই সমানে বাটি আহে। আকৌ যান-বাহন বাটি আহিল বানপানীৰ ধল অহাদি। তথাপি ড্ৰাইভাৰে কিবা প্ৰকাৰে কাটি-কুটি নি দুৰ্গটো পাৰ কৰালে।

কিন্তু পাৰ কৰালে কি হ'ব। জনতা ভৱন শূন্য। কাউন্টাৰ বন্ধ। লাভৰ ভিতৰত ড্ৰাইভাৰ আৰু মই দুয়ো কিল, ভুকু, লাথি খালো। গাড়ীৰ তেলখিনি পুৰিলো। 'মোবাইল টি ষ্টলত' দুয়ো দুকাপ ৰঙা চাহ খালো আৰু অলপ জিৰাই ল'লো। নিশা পিঠিত 'ইউথেৰিযা' মালিচ কৰি কেঁকাই থাকিলো। ❑

# তাই কিয় লেখে

পণ্ডিতৰ ঘৰত বোলে মেকুৰীটোৱেই বেদ পঢ়ে, মহাভাৰত লিখিবলৈ চেষ্টা কৰে। মোৰ ঘৰতো প্ৰায় তেনেকুৱাই অৱস্থা। এদিন এজন আলহী আহোঁতে মায়ে কৈছিল : ঘৰখনত সকলোৰে পৰীক্ষা। ল'ৰাহঁতৰ পৰীক্ষা, বোৱাৰীহঁতৰ পৰীক্ষা, নাতি-নাতিনীহঁতৰ পৰীক্ষা, কেৱল মোৰ আৰু ছাগলীজনীৰেই যে নাই। মায়ে ছাগলী এজনী পুহিছিল।

ঘৰত এজনী কামকৰা ছোৱালী ৰাখিছিলো। প্ৰথম আহিবৰ দিনা বৰ শুকান আছিল। কিছুদিন আমাৰ ঘৰত খোৱাৰ পিছত বেছ নোদোকা হৈ উঠিছিল। কিছুদিন তাই আমাৰ ঘৰৰ ভু-ভা একো পোৱা নাছিল। কিন্তু লাহে লাহে আমি কোনে কি কৰো, কি, ক'ত, কিয় বিখ্যাত— ভালদৰেই জনা হ'ল।

তাই আজৰি সময় উলিয়াই দৈনিক বাতৰি কাকত, সাপ্তাহিক কাকতকেইখন পঢ়ে। তাই কোন শ্ৰেণীলৈকে পঢ়িছিল বুলি সোধাত কৈছিল : পাঠশালা পাছ কৰি মাইনৰত এবছৰ পঢ়িছিলো। গতিকে বাতৰিখন তাই পঢ়িব পৰাটো আমাৰ বিশ্বাস হৈছিল। তথাপি তাইক আমি সুধিছিলো যে বাতৰিখন পঢ়ি তই কি শিকিলি? তাই তপৰাই উত্তৰ দিছিল : কি কি চিনেমা আছে মই সব ক'ব পাৰো। টি.ভি.ত আজি কি চিনেমা আছে আৰু চিত্ৰহাৰ কেইবজাত মই সব জানো।

: আৰু কি জান? : মৃত্যু আৰু শোক জানো। আমাৰ গাঁৱৰ কামিনী মাষ্টৰ মৰা খবৰ দিছে আজিৰ বাতৰিত।

বাতৰি কাকত পঢ়াৰ হেঁপাহটো আমি বুজি পাইছিলো। তাইৰ এই নিচা ইমান বৃদ্ধি পাইছিল যে আনকি নিশা কাম-বন শেষ কৰি বিছনাত পৰাৰ সময়তো তাই পুৰণি কাকতবোৰ পঢ়িছিল। কেতিয়াবা দুই-এখন শিশু আলোচনী আৰু স্মৃতিগ্ৰন্থ, বিহুৰ আলোচনীতো তাই চকু ফুৰাইছিল।

লাহে লাহে তাইৰ অলপ উন্নতি হ'ল। মোৰ দুই-এটা লেখনী কাকত, আলোচনীত প্ৰকাশ পালে তাই মোক সন্ধিয়া আহি ঘৰত উপস্থিত হ'লে কৈছিল : বাবু, আজি বাতৰিত আপোনাৰ নাম ওলাইছে। মই বৰ বেছি গুৰুত্ব নিদি কওঁ : হয় নেকি?

তই দেখিছ নেকি? অ' মই পঢ়িছো। ঃ বুজি পাইছনে? ঃ নাই, সেইবোৰ একো বুজি নাপাওঁ।

এনেকৈয়ে তাই কেবাদিনো মোক মোৰ লেখনী ওলোৱা খবৰটো দিয়ে। তাইৰ ধাৰণা মই যেন দেখাই নাই মোৰ লেখনীটো, তাইহে আগেয়ে দেখিছে আৰু সেই খবৰটো তায়েই মোক প্ৰথম দিছে।

লাহে লাহে তাই মই যে লেখাৰ বাবদ অলপ মাননী পাওঁ— তাকো জনা হ'ল। ঘৰৰ বাকীবোৰ পৰিয়ালে এইবোৰ আলোচনা কৰিলে তাই শুনি থাকে। মানুহে দেখি শিকে, শুনি শিকে আৰু পৰিবেশেও বহুত কথা শিকায়। লাহে লাহে তায়ো আমাৰ ঘৰত থাকি থাকি বহুত কথা আয়ত্ত কৰিব পৰা হ'ল। বিশেষকৈ দূৰদৰ্শনৰ চিনেমা, নাটক, বাতৰি আদি তাই ভালদৰেই বুজিব পৰা হ'ল। চিনেমাৰ ভাষা তাই একোৱেই নুবুজে, সংলাপৰ কোনো অৰ্থও নাজানে, কিন্তু ঘটনাটো কি হ'ব তাই আগধৰি কৈ দিয়ে। প্ৰকাৰান্তৰে তাই চিনেমা বা নাটকখন চলি থকা অৱস্থাত মুখেৰে টেপ টেপাই থাকে। সেই লৈ তাই কেতিয়াবা মোৰ, আনৰ গালিও খায়।

ইয়াৰ পিছত দেখা গ'ল— তাই কিছুমান স্কুলীয়া পাঠ্যপুথি, বিশেষকৈ সাহিত্যৰ পুথি পঢ়া আৰম্ভ কৰিছে। কেতিয়াবা নিশা বিছনাত পৰি, ক'ৰবাৰ পৰা কাকত এখিলা আৰু কাঠপেঞ্চিল এটুকুৰা সংগ্ৰহ কৰি কিবা-কিবি লিখি থাকে। পুথিকেইখন মোৰ ল'ৰা-ছোৱালীহঁতে পঢ়ি এৰা।

এদিন তাই অকলশৰীয়াকৈ, আনে নেদেখা, নুশুনাকৈ মোক সুধিলে ঃ বাবু, আপুনি যে এইবোৰ বাতৰিত কিবা লিখে তাৰ কাৰণে সঁচাকৈ পইচা পায় নেকি? ঃ অ' পাওঁতোন, তোক কেলেই? — মোৰ উত্তৰ। তাই কিছুসময় মৌন হৈ থাকিল। কিন্তু মুখমণ্ডলত কিবা এটা প্ৰকাশ কৰাৰ অভিব্যক্তি। মোৰ উদ্বিগ্নতাও তেনেই— তাইৰ পৰা আৰু কিবা এটা শুনাৰ। তাইৰ মুখমণ্ডলত শংকা, দ্বিধা আৰু ঈষৎ লজ্জাৰ ভাব প্ৰকাশ কৰি মোক সুধিলে ঃ বাবু, মই লিখিলেও কিবা পামনে? তাইক নিৰুৎসাহ আৰু অত্যুৎসাহ নকৰি ক'লো ঃ তই যদি নিজে কিবা লিখিব পাৰ আৰু লেখাটো যদি ভাল হয় তেন্তে তয়ো কেইটকামান পাবি। তাই পৰম সন্তুষ্ট হ'ল। আত্মবিশ্বাসৰ তৃপ্তিৰ হাঁহি এটা মাৰি আঁতৰি গ'ল।

বেছিদিন পলম নকৰিলে তাই। পিছদিনাখন সন্ধিয়া আমি পৰিয়ালৰ আটাইবোৰ বহি টি.ভি. চোৱাৰ উদ্দেশ্য আগত ৰাখি কথাৰ মহলা মাৰি আছো। তেনেতে তাই কাকত এখিলা আৰু কাঠপেঞ্চিলটুকুৰা হাতত লৈ আহি, কাকতখিলা মোৰ হাতত দি ক'লে ঃ বাবু, মই এইটো লিখিছো। আপুনি বাতৰিত পঠিয়াই দিব।

মই কাকতখিলাত চকু ফুৰাই চোৱাৰ লগে লগে হাঁহি উঠি গ'ল। কিন্তু হাঁহি আয়ত্ত কৰি ক'লো ঃ এইটো দেখোন কিতাপত থকা এটা পদ্য। তই নিজে ক'ত

লিখিলি? তাইৰ মুখত লগাব নোৱাৰি। ঃ মাইৰি, বিদ্যা, শপত মই নিজে লিখিছো। বাকী উপস্থিত সভ্যসকলেও তাইক বুজোৱাৰ চলতে ককৰ্থনা কৰি ক'লে ঃ নিজে তই ক'ত লিখিলি? কিতাপখনৰ পৰা চাই চাই নিলিখিছ? পণ্ডিতনী হ'বলৈ আহিছে। তাই আকৌ ক'লে ঃ মই কিতাপখনত চাই চাই এইডাল পেঞ্চিলেৰে নিজে লিখিছো। মোৰ হাতৰ আখৰ আপোনালোকে চিনি নেপাব নেকি? এইডাল পেঞ্চিল মই মিস্ত্রীজনৰ পৰা খুজি ৰাখিছো।

বাকীবোৰ উপস্থিত সভ্যই তাইক যথেষ্ট ঠাট্টা-মস্কৰা কৰিলে। মই কিন্তু গম্ভীৰভাৱেই তাইক বুজাই দিলো যে আনে লিখা কিবা এটা কিতাপৰ পৰা চাই চাই নিজে লিখিলেও তাক নিজৰ লেখা নোবোলে। আগতে কোনেও নেলেখা, কোনো কিতাপ বা আলোচনী আদিত নথকা কিবা এটা লিখিলেহে নিজে লিখা হয়। তোৰ এইটো নকল বুলি ধৰিব আৰু ইয়াক কোনোৱে নছপাব।

ইয়াৰ পিছতো তাই কেবাটাও নিশা উজাগৰে থাকি কিবাকিবি লিখিবলৈ চেষ্টা কৰিলে। কিন্তু নোৱাৰিলে। এদিন মোৰ আগত বৰ দুখ কৰি ক'লে ঃ নাই বাবু, নোৱাৰো লিখিব। সুধিলো ঃ তোৰ লিখিবলৈ ইমান হেঁপাহ কিয় হৈছে? তাইৰ এই দুৰন্ত হেঁপাহৰ অন্তৰালত কি বেদনা লুকাই আছে তাকে জানিহে মই আচৰিত হৈছিলো। তাই কৈছিল ঃ নাই বাবু, ঘৰত পিতাইৰ অভাৱ। আমাৰ ঘৰত প্ৰায় লঘোণেই থাকে। আপোনালোকে মোৰ দিয়া দৰমহাখিনিৰে আমাৰ একোৱেই নহয়। আপোনাৰ দৰে লিখি দুই পইচা পালে ঘৰলৈ পঠিয়াব পাৰিলোহেঁতেন। তাইৰ চকু দুটা চলচলীয়া হৈছিল।

উঃ কি আচৰিত! ❑

# তেওঁক কথা দিলো

শৰীৰটো বৰ দুৰ্বল। খোজ কাঢ়িবলৈ ইচ্ছা নাই। ভাগৰ ধৰে। মোৰ হিতাকাংক্ষী, বন্ধু-বান্ধৱ আদিয়ে দেখিলেই কয়— বৰকৈ খীণাইছেহে শইকীয়া, কিবা অসুখ-চসুখ হৈছে নেকি? মই কওঁ অসুখতো একো নাই; কিন্তু গাটো বৰ দুৰ্বল দুৰ্বল লাগে। মূৰটোও মাজে মাজে ঘূৰায়। তেওঁলোকে কয় - আপোনাৰ লো-প্ৰেছাৰো হ'ব পাৰে, ডাক্তৰক দেখুৱাই প্ৰেছাৰটো চাই লওক। লো প্ৰেছাৰ হ'লে একো ভয় নাই। কেঁচা নিমখ আৰু কেঁচা পিঁয়াজ খাওক, নৰ্মেল হৈ যাব। হাই হ'লে নহৰু খাব।

সাধাৰণতে নিজৰ স্বাস্থ্যটো নিজে ধৰিব নোৱাৰে। পৰিয়ালৰ মানুহেও ধৰিব নোৱাৰে, কাৰণ সদায় দেখিয়েই থাকে চেহেৰাখন। টুক-টাককৈ কামো কৰি থাকো কাৰণে একো অসুখ হোৱা নাই বুলিয়েই ভাবে। ময়ো অৱশ্যে তেনেকৈয়ে ভাবো- একোতো অসুখ নাই। অতিপাত গৰমত, অতিপাত পৰিশ্ৰম কৰিলে মূৰ ঘূৰাবই। এদিন বাটত লগ পালে প্ৰমোদে। মোক দেখিয়েই সি মন্তব্য দিলেঃ কি ঐ, খাবলৈ এৰি দিছ নেকি? একেবাৰেচোন শুকাই-খীণাই গৈছ! আমি পঢ়ি থকা কালত প্ৰমোদৰ চেহেৰা আছিল শুকান খেৰৰ দৰে। এতিয়া ভাল চাকৰিত পৰি চেহেৰাটো থোক পৰা আঠিয়াকলজোপাৰ দৰে হৈছে। গতিকে সি আনৰ চেহেৰা সদায় বেয়া দেখে। সি কলেজত পঢ়াৰ সময়ত ঘৰত পঁইতা ভাত, পোৰা মাছ, পুই শাক, চাল-কোমোৰৰে ভাত খাইছিল। এতিয়া প্ৰোটিনযুক্ত খাদ্য খায় চামুচেৰে। এতিয়া মাছ আৰু কুকুৰা চৰাই নাখায়। এতিয়া ফিছ আৰু চিকেন খায়। সেয়াও বোন-লেছ। কিন্তু প্ৰমোদে মোক তেনেকৈ কোৱা কাৰণেও বেয়া পোৱা নাই। মই ঘৰত কি খাওঁ— প্ৰমোদে নাজানে। কিন্তু তাতকৈ মই কোনোপধ্যে বেয়া নাখাওঁ। তথাপি প্ৰমোদৰ স্বাস্থ্য মোতকৈ ভাল। কাৰণ তাৰ মানসিক চিন্তা নাই। সি তাৰ বেতনতকৈ বহুত গুণ বেছি বাহিৰা পইচা উপাৰ্জন কৰে। গতিকে তাৰ গাড়ী, বাৰী টিপ-টপ। মই তাৰ লগত কথা পাতিব খুজিছিলো। সি কিন্তু তাৰ সময় নাই, এপইণ্টমেণ্ট আছে বুলি কৈ মোক এৰাই গুচি গ'ল। মোৰ দৰে খীণ-মিন মানুহৰ লগত কথা পাতিলে তাৰ প'জিচন

লো হৈ যাব। কলেজত সি কিন্তু মোৰ পিছে পিছে ঘূৰিছিল। মোৰ নোট বহীবোৰ নি নকল কৰিছিল।

মোৰ এতিয়া মনটো ক্ৰমান্বয়ে দুৰ্বল হৈ পৰিছে। সেই ছাগলী এটা কান্ধত তুলি নিয়া দুখীয়া মানুহজনৰ দৰে দুৰ্বল হৈছে। কাৰণ সেই ধুৰন্ধৰ মানুহ তিনিজনে যেতিয়া ছাগলীটোক কুকুৰ বুলি ক'লে; তেতিয়া তেওঁ মানসিকভাৱে দুৰ্বল হৈ ভাবিলে- এইটো সঁচাকৈয়ে কুকুৰ নেকি? মোৰো তেনেই হৈছে। সকলোৱে যেতিয়া খীণাইছো, লেৰেলা হৈছো বুলি ক'বলৈ ধৰিলে মোৰো ধাৰণা লাহে লাহে গাঢ় হ'বই ধৰিলে- সঁচাকৈ মই খীণাইছো। খুৰী, মামী, পেহী, জেঠী, বাইদেউ, আইতা, মামা, খুৰা, জেঠা, পেহা যিয়েই লগ পায় সিয়েই কয় - ইমানকৈ খীণাইছো বুলি। এজনী আইতা আছে, বৰ ৰসিক। মোক দেখি ক'লেঃ কিহে নাতি, জেওৰাৰ শুকান কামিৰ দৰে হৈছ দেখোন। কিবা বেমাৰ নেকি? লাউপানী খোৱা পোৰা মাছেৰে- গাহৰিটোৰ দৰে লোদোৰ-পোদোৰ হৈ যাবা। মই আৰু শেষত উপায় নাপাই হাঁহিটোৰে সকলোকে সম্ভাষণ জনাওঁ আৰু ঘৰলৈ আহি ডাঙৰ আইনাৰ সম্মুখত গাল, মুখ, হাত ভৰি টিপি চাওঁ- কিমানখিনি খীণাইছো। চেলুনৰ আইনা, দোকানৰ আইনা, বাথৰুমৰ আইনা, গাড়ী-মটৰৰ আইনা, দুৱাৰ-খিৰিকীৰ আয়না, ষ্টীলৰ কাঁহী, ৰবীন বৰুৱাৰ মজিয়াৰ মাৰ্বল পাথৰ —য'তেই মোৰ মুখখন প্ৰতিবিম্বিত হয় ত'তেই মোৰ চেহেৰাখন চাওঁ — মই সঁচাকৈ খীণাইছো নেকি? কিন্তু মই খীণোৱা যেন নাপাওঁ।

তথাপি মোৰ মনত চিন্তা এটা সোমাল — নিখীণালেনো যিয়েই দেখে সিয়েই এনেকৈ কিয় কয়। তেওঁলোকতো মোৰ শত্ৰু নহয়। মোৰ মঙ্গলৰ কথা চিন্তা কৰিয়েই কয়। কিন্তু এই কথাও ভাবো— এনে এজন মানুহ নাইনে যিজনে মোক খীণোৱা নেদেখে? এক অৰ্থত ভাবিবলৈ গ'লে এইটো একো এটা ডাঙৰ কথা নহয়। মানুহ একোটা সময়ত খীণায়েই। আৰ্মিৰ অফিচাৰ, ডাক্তৰ, কবিৰাজ, মন্ত্ৰী, এম এল এ সকলো খীণায়। ইলেকচনৰ সময়ত আমাৰ মন্ত্ৰী, এম এল এসকল চকু, মুখ গাঁতত সোমাই শেঁতা পৰি যায়। কিন্তু ইলেকচনৰ পিছতে নোদোকা হৈ উঠে। মেডিকেলত হেভি ডিউটি পৰিলে, নিজৰ চেম্বাৰত ৰোগীৰ লাইন নিছিঙিলে, নাছিং হোমত অপাৰেচন হৈ থাকিলে আমাৰ ডাক্তৰবিলাকো খীণাই। প্ৰধান মন্ত্ৰী মিটিং কৰিবলৈ আহিলে আমাৰ পুলিচবিলাকো খীণাই। যুদ্ধ লাগিলে সৈন্যসকলো খীণাই। কঢ়া শাহুৱেকৰ তলত বোৱাৰীয়েক খীণাই। লেখক, সাংবাদিক, নিবনুৱা যুৱক-যুৱতী, বিয়া-বাৰু নামি নহা যুৱক-যুৱতী খীণাই, শাওন-ভাদ মাহত পথাৰত খেতি কৰা কৃষক খীণাই, পিঠি ফটা ৰ'দত আলকাতাৰা গলাবলৈ জুই ধৰা শ্ৰমিকসকল খীণাই। গতিকে নিখীণায় কোন?

তথাপি ডাক্তৰৰ ওচৰলৈ গ'লো। কাগজৰ টুকুৰাৰ নম্বৰ লৈ ঘণ্টাকে ঘণ্টা ধৰি

লাইনত অপেক্ষা কৰি থাকিবলগীয়া ডাঙৰ ডাক্তৰৰ ওচৰলৈ নগৈ, ৰোগীলৈ অপেক্ষা কৰি থকা এজন সৰু ডাক্তৰৰ ওচৰলৈ গ'লো। ডাক্তৰ বুলি ধৰাই টান। ডিঙিত ৰোগ পৰীক্ষা কৰা সেই মাল ডাল আছিল বুলিহে। মোৰ মনটো ভাল লাগি গ'ল। ইমান খীণ-মিন ডাক্তৰো থাকিব পাৰেনে? চকু কোটৰত, গাল গাঁতত বহিছে। হাত দুখন লৰু হেন, ক'লা সিৰ ওলাই গৈছে। বয়স অনুমান পঞ্চল্লিশ। মোক দেখিয়েই সুধিলে ঃ কি বেমাৰ হৈছে? মই সুধিলোঃ ডাক্তৰ নাই নেকি? তেওঁ ক'লেঃ ডিঙিত এইডালকি দেখিছা? ময়েই ডাক্তৰ। মই ক'লোঃ আজিকালি ফাৰ্মাচিষ্টবিলাকেও সেইডাল পিন্ধেতো। ময়ো আপোনাক সেই বুলিয়েই ভাবিছিলো। বাৰু, মোৰ বেমাৰ একো নাই। অলপ খীণাইছো। প্ৰেছাৰটোও অলপ চাই দিয়ক। তেওঁ চকুৰ পৰা চছমাযোৰ খুলি মোক পৰ্দ্দাৰ সিপাৰৰ বিছনাখনত শুবলৈ ক'লে। ৰুমটো বৰ অন্ধকাৰ। দহ ইঞ্চিমান বহল, ত্ৰিশ ইঞ্চিমান দীঘলৰ বিছনাখন। গাৰুত মূৰটো থ'লে কঁকালৰ পৰা সেই অংশ ওলোমাই থ'ব লাগে। তেৱোঁ চছমাযোৰ টেবুলতে থৈ আহি মোক পৰীক্ষা কৰিলে। বুকুখন বুলি আঁঠু দুটা চায়, চকু দুটা বুলি নাভিটো চায়, জিভাখন বুলি কাণ এখন চায়। মই কৈ দিয়াতহে চছমাযোৰ আনে। এইদৰে সমস্ত পৰীক্ষা কৰি আকৌ তেওঁৰ টেবুলৰ ওচৰত বহুৱালে আৰু প্ৰেচক্ৰিপচন এখন লিখি দি ক'লেঃ শৌচ, প্ৰস্ৰাব, কফ, তেজ এইখিনি পৰীক্ষা কৰি কাইলৈ ৰিপোৰ্টটো আনি দিব। তাৰ পিছত ঔষধ দিম। ঃ মোৰ বেমাৰটো কি? ঃ এইবোৰ চেক-আপ নকৰাকৈ কোৱা টান। আজিকালি বহুত বেমাৰ মানুহৰ।

তেজ-পূঁজ, শৌচ-বমি একো পৰীক্ষা নকৰাটোকে ঠিক কৰি ডাক্তৰৰ ফিজটো দি ওলাই আহিলো। ডাক্তৰৰ কথা-বতৰাত অনুমান কৰিলো আচলতে মোৰ একো বেমাৰ নাই। মনটো অলপ ভাল লাগি গ'ল। নৈৰ ফালৰ পৰা এজাক পাতল বতাহ আহি মনটো আৰু বেছি ভাল লগাই দিলে। লাহে লাহে খোজ কাঢ়িয়েই আহি থাকিলো। অলপ দূৰৰ পৰাই দেখিলো অফিচ এখনৰ পৰা ওলাই আহিছে পানীমল পাটোৱাৰী। তেওঁ মোতকৈ বয়সত অলপমান সৰু কাৰণে মোক দাদা বুলি মাতে। মোক দেখা পায়েই তেওঁ উৎফুল্লিত হ'ল আৰু ক'লেঃ এ দাদা, কি খবৰ। আপোনাক বহুত দিন দেখাই নাই। স্বাস্থ্য-পাতি বেছ ভাল হৈছে আপোনাৰ। চেহেৰা আগতকৈ বহুত ভাল হৈছে। একেবাৰে ডেকা মানুহ যেন লগা হৈছে।

মই এটা নতুন জীৱন পোৱা যেন পালো। আনন্দত মোৰ বুকুখন দগ-মগ কৰিবলৈ ধৰিলে। আজি অতদিনে এনেকুৱা এজন মানুহ লগ নাপালো যিয়ে মোৰ স্বাস্থ্য ভাল বুলি কৈছে। পাটোৱাৰীক মোৰ ঈশ্বৰ যেন লাগিল। বিদেশৰ ডাক্তৰ যেন লাগিল— যিজন ডাক্তৰে মোক এটা ভাল টনিক, এ.বি.চি.ডিযুক্ত মালটি-ভিটামিন টনিক হাতত তুলি দিলে। মোৰ মুখত হাঁহি ওলাল। গাঁতত সোমাই যোৱা গাল, মুখ, চকু যেন

ফুলি আহিল- এনে অনুভৱ কৰিলো। পাটোৱাৰীক মোৰ আপোনতকৈও আপোন যেন লাগিল- ''কি দিয়া পূঁজিম তযু চৰণ মুৰাৰীহে'।

পাটোৱাৰীক ক'লোঃ আহা ভাই, বহুত দিনৰ মূৰত দুয়ো দেখা-দেখি হৈছো, দুয়ো দুকাপ চাহ খাই লওঁ। দুয়ো এখন সৰু চাহ দোকানত বহিলোগৈ য'ত গ্ৰাহক কম। সুখমনে বহি চাহ কাপ খাব পাৰি আৰু সুখ-দুখৰ দুষাৰ কথা পাতিব পাৰি। আজি পাটোৱাৰী মোৰ মনত শহুৰৰ ঘৰৰ মানুহ, চাকৰি দিয়া মন্ত্ৰী, মাটিৰ পট্টা দিয়া উপপ্ৰতি সমাহাৰ্তা, চোৰ ধৰি এৰি দিয়া পুলিচৰ দাৰোগা, পাতত ডাঙৰ মাছ টুকুৰা পেলাই দিয়া ভোজৰ বিলনীয়া, দবাপিটা বৰষুণত ছাটিটো আগবঢ়াই দিয়া বাটৰুৱা, চেলুনত মালিচ কৰা বেজ, দ্বিতীয় শ্ৰেণীৰ ৰেলৰ দবাত বহিবলৈ ছিট এৰি দিয়া যাত্ৰী, অতিপাত গৰমত এগিলাচ চৰবত দিয়া মানুহৰ দৰে উপকাৰী লোক যেন লাগিল।

দোকানখনত আটাইতকৈ যিবিধ ভাল মিঠাই তাৰে অৰ্ডাৰ দিলো দুই প্লেট। তাৰ লগত একোটা গৰম চিংৰা। দুকাপ আদাৰ ৰস দিয়া স্পেচিয়েল চাহ। মই বৰ সন্তুষ্ট মনে দিছো, তেৰোঁ সন্তুষ্ট মনেই খাইছে। খাই থাকোতে দুয়ো নানা কথা পাতিলো। মোৰ মনৰ উদ্বিগ্নতা, দুৰ্বলতাৰ কথা তেওঁক জানিবলৈ দিয়া নাই। মই যে ইমান দিনে জনসাধাৰণৰ দৃষ্টিত বেমাৰী হৈ মানসিকভাৱে দুৰ্বল হৈ আছিলো আৰু আজি পাটোৱাৰীৰ মুখৰ পৰা ওলোৱা এটি মধুময় বাক্যই মোক যে কিমান সকাহ দিলে সেই কথা পাটোৱাৰীক জানিবলৈ দিয়া নাই। তেওঁ নিঃস্বাৰ্থভাৱেই মোক সুস্বাস্থ্যৰ ইংগিত দিছে আৰু এইটোৱেই আচলতে প্ৰকৃত সত্য বুলি মোৰ ধাৰণা প্ৰকট হৈছে।

পাটোৱাৰী মোৰ আগত কিছুমান দুখৰ কথাকে ক'লে। তেওঁ বৰ দুখত পৰিছে। ল'ৰা-ছোৱালী এসোপা। চাকৰি-বাকৰি নাই। গতিকে সিহঁতক পোহপাল দিয়াই টান। কেবাখনো মন্ত্ৰীসভাৰ মন্ত্ৰীক ধৰিলে ল'ৰা-ছোৱালীকেইটাৰ চাকৰিৰ কাৰণে। কিন্তু কোনোৱে একো নিদিলে। এইবাৰৰ মন্ত্ৰীসভাতো তেওঁৰ বহুত চিনাকি আছে। কিবা কৰে। যদুনাথে যদি কিবা এটা মন্ত্ৰী পায় তেন্তে কিবা কামত আহিব পাৰে। তেওঁৰ হৈ ইলেকচনত বৰকৈ খাটিছে। মই ক'লোঃ মোৰ ভাই, এইবোৰ অভিজ্ঞতা নাই। কাৰো লগত মোৰ চিনাকি নাই। আমাক কোনেও চিনি নাপায়। গতিকে মোৰ ল'ৰাহঁতক ৰাজধানীৰ ওচৰতে আলুৰ চপ, ঘুগুনি, ভজা মাছ, ভজা কণী, মাংসৰ চপ আদিৰ দোকান দিবলৈ দিছো। এইবোৰ নিশা হ'লে ৰজা-মহাৰজাসকলেও কিনি খায়। পাটোৱাৰীয়ে বোলে দাদা আপুনি বৰ ভাল কাম কৰিছে। এইবোৰ স্বাধীন ব্যৱসায়। পইচাও আছে, কাৰো অধীনতো থাকিব নালাগে।

পাটোৱাৰীকো সুধিলো বোলে তুমি এতিয়া কি কৰি আছা। তেওঁ ক'লে— দাদা, ময়ো এটা স্বাধীন ব্যৱসায়ে কৰি আছো। সেই কাৰণে আপোনাক লগ পাই বৰ ভাল লাগিছে। আপোনাৰ ঘৰলৈকে মই যাম বুলি ভাবিছিলো। এইবোৰ কথা বাটতে

কোৱা ঠিক নহয়। কিন্তু আপুনি মোৰ নিজৰ মানুহ। আপোনাক বৰ বেছি বুজাবৰো প্ৰয়োজন নাই। কিছুমানক বৰকৈ বুজাব লাগে।

মই বেঙাৰ দৰে তেওঁৰ ফালে চাই থাকিলো। কি কয় একো বুজিবই পৰা নাই। প্ৰশ্নও কৰা নাই। ইমান উপকাৰী মানুহ এজনে কি ক'ব খুজিছে কওক। তেওঁ ক'লেই ঃ দাদা, আপুনি এটা ইঞ্চিঅ'ৰ কৰিব লাগে। এটা নতুন স্কীম আহিছে, আপুনি বৰ লাভৱান হ'ব। তেওঁ বুজায়েই থাকিল। কিন্তু মোৰ মূৰটো ঘূৰোৱা যেন পালো। মোৰ গাল, মুখ, চকু আকৌ এবাৰ স্পৰ্শ কৰি চালো— সঁচাকৈয়ে পাটোৱাৰীয়ে কোৱামতে মোৰ স্বাস্থ্য ভাল হৈছে নে নাই। মই আকৌ এবাৰ তেওঁৰ পৰা স্বাস্থ্যৰ মন্তব্য বিচাৰিলোঃ মোৰ স্বাস্থ্যও পৰি আহিছে। আৰুনো কেইদিন জীয়াই থাকিম। ইঞ্চিঅ'ৰেঞ্চ নকৰো দিয়া। তেওঁ ক'লেঃ দাদা, আপুনি কি কয়, আপোনাৰ স্বাস্থ্য অতি ভাল। আৰু বহু বছৰ জীয়াই থাকিব আপুনি।

তেওঁক কথা দিলো। তেওঁনো মিছা কথা ক'বনে! ❑

# বাপৰে, সখিৰ কি মৰম!

হাইস্কুলৰ সহপাঠী দেবেন সখিলৈ মনত পৰিল। সহপাঠীসকল কোন, ক'ত, কি কৰি আছে বৰকৈ খবৰ নাপাওঁ। দেবেন সখিৰ কথা শুনিছো, গাঁৱতে হেনো ব্যৱসায় কৰিছে। আমি একেলগে পঢ়োতে সখিৰ ঘৰৰ অবস্থা ভাল আছিল। তেখেত সেই অঞ্চলত মহাজন নামেই জনাজাত আছিল। সখিয়ে স্কুললৈ ধুনীয়া ধুনীয়া কামিজ, হাফ-পেন্ট, ভৰিত বহু দামী জোতা, চেণ্ডেল-শ্ব পিন্ধি গৈছিল। সখিৰ হাতৰ আঙুলিত সোণৰ আঙঠি, ডিঙিত সোণৰ চেইন আছিল। সখিৰ চেহেৰাও আছিল ধুনীয়া। হাত-ভৰি হৃষ্ট-পুষ্ট, টৌ টৌ কৰে বগা, দাঁতবোৰ মিহি, নাকটো জোঙা, ঘূৰণীয়া মূৰত ক'লা চুলি। দুয়ো সখি বান্ধিছিলো। সখিয়ে মোক বৰ মৰম কৰিছিল। ঘৰৰ পৰা অনা লাডু, টেঙা-মিঠা চকলেট আৰু কমলা টেঙা মোক খাবলৈ দিছিল। হাইস্কুলৰ সেই আঠটা বছৰৰ স্মৃতি মোৰ প্ৰায়েই মনত আছে। হাইস্কুল এৰাৰ পিছত সখিৰ লগত দেখা-দেখি নাই আজি প্ৰায় পঞ্চত্ৰিশ বছৰ। মাজে মাজে বসন্ত, পুষ্পকান্তহঁতৰ লগ পালে সোধো দেবেন সখিৰ কথা। তেওঁলোকে কয় - অ' দেবেনে এতিয়া মস্ত দোকান দিছে। আজিকালি সিহঁতৰ সেইখিনি ঠাই সৰু-সুৰা টাউনৰ দৰেই হৈছে তাতে লাইন বাছবোৰ ৰয়, কলেজ এখন হৈছে, পোষ্ট অফিচ হৈছে, পুলিচ থানা এখন হৈছে। এখন ছোৱালী হাইস্কুলো হৈছে। তাতে পুৱা-সন্ধিয়া বজাৰ বহে। দেওবৰীয়া আৰু বুধবৰীয়া হাটতো আছেই। ভালেকেইখন স্থায়ী দোকানো হৈছে। দেবেনো এতিয়া ডাঙৰ মহাজন।

সখিক লগ পাবলৈ প্ৰবল ইচ্ছা হ'ল। চাকৰিৰ পৰা অৱসৰ পোৱাৰ পিছত এনে ইচ্ছাবোৰ সাধাৰণতে বেছি হয়েই। ক'লৈ যাওঁ, কি কৰো এনে লাগে। দিলো এদিন ৰাতিপুৱাই বাছত উঠি। সাত ঘণ্টা ভ্ৰমণৰ অন্তত নামিলো সেই ঠাইখনত। সঁচাকৈয়ে অবাক হ'বলগীয়া। ঠাইখিনিৰ আমূল পৰিবৰ্তন। দোকান-পোহাৰ, ঘৰ-দুৱাৰ, মানুহ দুনুহ, ছাত্ৰ-ছাত্ৰী, ঠেলা, ৰিক্সা, অ'টোৱে ভৰপূৰ। ৰিপ-ভান উইস্কল সম্পূৰ্ণ বিশ বছৰ

কাটচকিল পৰ্বতত জীৱন কটাই গাঁওলৈ ঘূৰি অহাৰ পিছত তেওঁক কোনোৱে চিনি নোপোৱাৰ দৰে মোকো কোনেও তাতে চিনি পোৱা নাছিল। মই কাৰোবাক চিনি পাওঁ নেকি অথবা মোক চিনি পোৱা মানুহ কোনোবা ওলাই নেকি তাকে চাবলৈ বাছৰ পৰা নামিয়েই পাণ দোকান এখনৰ সম্মুখত খন্তেক থিয় হ'লো। মোৰফালে চোৱা মানুহ কেবাজনো দেখিলো, কিন্তু কোনেও মোক সোধা নাই। ময়ো। ইফালে ভৰদুপৰীয়া হৈছে, ভোকো লাগিছে। গতিকে সময় নষ্ট কৰা ঠিক নহ'ব। ইয়াত তেনেকে হোটেল আদিও নাই। হয়তো চাহ, জিলাপি খায়েই কটাব লাগিব। গতিকে কাৰোবাক সোধাই ভাল হ'ব। মই অৱশ্যে মনে মনে এইটো কথাও ভাবো যে মোক কোনোবাই সোধকঃ আপুনি ক'ৰ পৰা আহিছে? আপুনি কাক বিচাৰিছে? কিন্তু সেই আশা নিষ্ফল। কোনোৱে মোক একো নোসোধে। আজিকালি অচিনাকি মানুহক মাতিবলৈ সকলোৱে ভয়ো কৰে। চি.আই.ডিও হ'ব পাৰে, অপহৰণকাৰীও হ'ব পাৰে, ঠগ-প্ৰৱঞ্চকো হ'ব পাৰে, চকলেট খাবলৈ দি অচেতন কৰাই লুটি নিবও পাৰে— এইবোৰ ভাবে। এইবোৰ ঘটনা ঘটি আছে।

শেষত ময়েই এজন মানুহক সুধিলোঃ হেৰি, আপুনি দেবেন হাজৰিকাক চিনি পায় নেকি? মানুহজনে মোৰ ফালে এবাৰ চালে আৰু ক'লে ঃ ইয়াত দুজন দেবেন হাজৰিকা আছে। এজনে চাকৰি কৰে, আনজনৰ দোকান আছে। আপোনাক কোনজন ৱা লাগে। মই ক'লো - সেই দোকান দিয়াজনকে বিচাৰিছো। মানুহজনে ক'লেঃ সোফালে আগুৱাই যাওক, তিনিখন দোকান এৰিয়েই তেওঁৰ দোকান। সেই মতেই পালোগৈ। ভিতৰলৈ সোমাই গ'লো। প্ৰকাণ্ড দোকান। অসংখ্য গ্ৰাহক। সখিয়ে ডাঙৰ চালপীৰা এখনত বগা বেডচিটৰ গাদী পাৰি বহি আছে। গাদীৰ ওপৰত এটা ডাঙৰ কাঠৰ চন্দুক। তাৰে কাষত, মাৰোৱাৰীয়ে সৰু সৰু বাটিত দাইল, চাউল, লং, ইলাচিৰ চম্পল ৰখাৰ দৰে সখিয়েও ৰাখিছে। বেড়চিটখন ময়লা হৈ উঠাত কি ৰঙৰ ধৰিব নোৱাৰা অৱস্থা। সখিৰ স্বাস্থ্য বৰ শকত। মূৰত চুলি প্ৰায় নায়েই। মুখৰ দাঢ়ি আৰু মোচ দেখিলে অনুমান কৰিব পাৰি প্ৰায় চাৰিদিনমান দাঢ়ি খুৰোৱা নাই। পিন্ধিছে বগা কামিজ আৰু ধুতী। ডিঙি গামোচা এখনো আছে। দোকানৰ মালজোখা, আন বস্তু আগুৱাই দিয়া মানুহ চাৰিজন ৰাখিছে। তেওঁলোকৰো একছেকেণ্ডো ৰবলৈ, ভাবিবলৈ সময় নাই, সখিৰো। গ্ৰাহকে মালখিনি লৈয়েই সখিৰ ওচৰলৈ আহে পইচা দিবলৈ, মাল দিয়াজনে চিঞৰি কয় - পঁচিশ টকা আঠ অনা। সখিয়ে পইচা লয়। ...হটকীয়া নোট তিনিখন দিলে চাৰি টকা আঠ অনা উলিয়াই দিয়ে। এইদৰে অসংখ্য গ্ৰাহকে মাল লৈ পইচা দিবলৈ সখিক আগুৰি ধৰে। সখিৰো হাত সাংঘাতিক খৰ। ...ৰু নোট, ভঙনীয়া পইচা ৰখা চন্দুকটো খুলিয়েই ৰাখে। তাৰে পৰাই পটাপট পইচা উলিয়াই দিয়ে, থয়।

দোকানৰ মাল বেছাকেইটাই মোকো গ্ৰাহক বুলিয়েই ভাবিছিল হবলা, কোনেও মোক একো সোধা নাছিল। অৱশ্যে সুধিবলৈ তেওঁলোকৰ অৱকাশো নাছিল। বিশ, দহ, পাঁচ, দুই, এক টকাৰ বস্তু কিনা গ্ৰাহকেই অধিক। অৱশ্যে পঞ্চাশ, এশ, দুশ টকাৰ গ্ৰাহকো নথকা নহয়। মই এইবোৰেই লক্ষ্য কৰি আছিলো। অৱশ্যে দেবেন মহাজন সখিয়েও মোক চিনি পোৱা নাছিল। মই বহুপৰ তেনেকৈয়ে থিয় হৈ থকাত, মাল বেছা এজনে আগবাঢ়ি আহি মোক সুধিলেঃ আপোনাক কি লাগে? মই ক'লোঃ মোক তোমালোকৰ মহাজনক লাগে। মহাজন সখিয়ে তেতিয়া মোৰ ফালে মূৰ দাঙি চালে। কিন্তু তেওঁক কিয় লাগে সেই কথা সুধিবলৈও সখিৰ সময় নাই। মোকতো চিনি পোৱা দূৰৰে কথা। সখি কেৱল পইচা লোৱাতে অসম্ভৱ ব্যস্ত। মাল দিয়া ল'ৰাকেইজনে আহি কয়- চেনি এক, মচুৰ এক, ব্ৰিটেনিয়া এক, জিৰা পঞ্চাশ, জালুক পঞ্চাশ, আটা এক, নিমখ এক। এইবোৰ পুৰোহিতে শ্ৰাদ্ধত শ্লোক মতা দিয়ে। সখিয়ে দত্ পেনেৰে, দুই ইঞ্চি বহল, যোল্ল ইঞ্চি দীঘল কাগজৰ টুকুৰাত কম্পিউটাৰতকৈও খৰকৈ লিখে মালৰ নাম আৰু মূল্য। কেলকুলেটৰতকৈও খৰকৈ মুঠ হিচাপটো কৰি পেলায় আৰু চন্দুকৰ কাষতে বৈ থকা গ্ৰাহকক শুনাই দিয়ে এশ বিশ বা এশ ত্ৰিছ টকা বুলি। গ্ৰাহকে এশ টকীয়া দুখন দিলে, বাকী ঘূৰাই পাব লগা খিনি এক ছেকেণ্ডতে ঘূৰাই দিয়ে। ইমান ক্ষিপ্ৰগতিত সখিয়ে এইবোৰ কৰ্ম সম্পাদন কৰে যে ভাবিলে আচৰিত লাগে।

সেই কাৰণেই দেবেন সখিয়ে বাকী দুনীয়াৰ ফালে ঘূৰি চাবলৈ সময় নাই। মোকো দোকানৰ গ্ৰাহকৰ দৰেই কিছু সময়ৰ পিছত এবাৰ সুধিলেঃ  মহাজনক কিয় লাগে? কিন্তু চকু মোৰ ফালে নহয়। চকু সেই ফৰ্দিৰ ওপৰতেই। মই এইবাৰ একেবাৰে গাদীৰ ওচৰলৈকে গ'লো আৰু সখিয়ে অনুৰোধ নকৰাকৈয়ে গাদীত বহি ল'লো। ইতিমধ্যে মোৰ ভোক-মূৰীয়া লাগি ভোক নোহোৱা হৈ গৈছে। সখিৰ কাণ্ড-কাৰখানাই মোক আমোদো দিছে। মই আকৌ ক'লোঃ চিনি পোৱা নাই হ'বলা। সখিয়ে সেই একে সুৰেই, চকু শ্লিপৰ ওপৰত ৰাখিয়েই ক'লেঃ চিনি পোৱা নায়েইতো। মুখেৰে কিন্তু অঙ্ক আওৰাই আছে- পাঁচে সাতে বাৰ, বাৰই আঠে বিশ, বিশ ছয়ে ছাব্বিশ....। মোক ৰেছপণ্ড কৰাৰ কোনো লক্ষণেই নাই। গাদীখনত বহি থকাও টান। বিভিন্ন দুৰ্গন্ধ আৰু সুগন্ধই দোকান ছানি ধৰিছে। দুৰ্গন্ধৰ ভিতৰত গুৰ, লালি, চেনি, চাধাৰপাত, পচা পিয়াঁজ, আলু, কেৰাচিন। এইবোৰৰ ওপৰত মহ, মাখি, মৌ, ভোমোৰা অপৰ্যাপ্ত। ডালশলিয়া, পইতা চৰাইৰ টিঘিল-ঘিলনি। সুগন্ধিৰ ভিতৰত ধূপ, গাধোৱা চাবোন, ছাৰ্ফ ইত্যাদি। কিন্তু দুৰ্গন্ধৰ ওচৰত সুগন্ধই হাৰ মানিছে। ৰজা, মহাৰজা, বিশ্বসুন্দৰী, ৰাজকুমাৰ, ৰাজকুমাৰী জাতীয় মানুহ তাত এঘণ্টা বহিলে মূৰ ঘূৰাব, বমি কৰিব। তাদুপৰি মহ, মাখিৰ আক্ৰমণত ছত্ৰভংগ দিব। কিন্তু দোকানৰ গ্ৰাহক, কৰ্মচাৰী আৰু সখিৰ এইবোৰৰ প্ৰতি কোনো ভ্ৰূক্ষেপেই নাই।

খন্তেক পিছত সখিয়ে হাতৰ কলমডাল চন্দুকৰ ওপৰত থৈ মোৰ ফালে এবাৰ চালেঃ চিনি পোৱা নায়েইতো, ক'ৰ পৰা বা অহা হৈছে। মই আৰু সময় অপব্যয় কৰাৰ চেষ্টা নকৰিলো। নিজেই পৰিচয় দিলোঃ মই লক্ষেশ্বৰ বৰা। দুয়ো একেলগে পঢ়িছিলো হাইস্কুলত। সখিৰ কোনো ভাবাৱেগ নাই, কোনো উচ্ছ্বাস নাই, নিৰুদ্বেগ, কোনো টেন্‌চন নাই। আকৌ গ্ৰাহকৰ লগত ব্যস্ত। তেনেদৰেই কৈ থাকিল — বহুবছৰ দেখা নাই নহয়, ক'ত মনত থাকিব। কোন ফালে, কি কামত আহিছিলা বা। মোক দুটা লং আৰু ইলাচি খাবলৈ বাটিটো আগবঢ়াই দিলে। সেয়াও মোৰ ফালে চকু ৰাখি নহয়, চকু পইচাৰ হিচাপ লিখা কাগজ টুকুৰাতহে।

মই থিয় হ'লোঃ আহো দিয়া ভাই। মৰমৰ সখিয়ে ক'লেঃ যাবা নেকি, আমাৰ ঘৰৰ ফালেও যাব পাৰিলাহেঁতেন; কিন্তু মই নটাৰ আগতে দোকান এৰিব নোৱাৰো। দেখিছাই নহয় কি অৱস্থা। অলপ ইফাল-সিফাল কৰিলেই পইচা মাৰা যায়। কেতিয়াবা আহিলে আহিবা আমাৰ ফালে। মইনো আৰু কি ক'ম। ভাষাই হেৰাই গ'ল। তথাপি 'আহিম দিয়া কেতিয়াবা' বুলি কৈ বেগাই দোকানৰ পৰা ওলালো। তেতিয়া পশ্চিমৰ পৰা পূবৰ ফালে যোৱা শেষ বাছখন আহি সেইখিনি পাইছে। মই কিবা এটা অসহায় বোধ কৰিলো। এই নিশাখন থাকিম ক'ত? কাৰ ঘৰলৈ যাম? আজিকালি অচিনাকি লোকক আলহী ৰাখিবলৈও সকলোৱে ভয় কৰে। নানা সন্দেহ কৰে- কিজানি পুলিচৰ মানুহ, কিজানি চি.আই.ডি, কিজানি অপহৰণকাৰী, কিজানি সন্ত্ৰাসবাদী, কিজানি ডকাইত। এনেবোৰ লোকক আশ্ৰয় দিয়া মানেও বিপদ। আগৰ দিনত অচিনাকি আলহী আহিলেও গৃহস্থই আদৰ-সাদৰ কৰি, পাগ-মাৰি খাবলৈ দিছিল। সখিয়েও চাগে মোক সন্দেহেই কৰিলে নেকি। জাঁপ মাৰি বাছখনতে উঠিলো।

তাতো বহিবলৈ ঠাই নাই, মানুহেৰে ঠাহ খাই আহিছে। কণ্ডাক্টৰে ক'লেঃ আগত ছিট পাব। মানুহ নামিব। ছিট নাপালেও কথা নাই, থিয়ৈ থিয়ৈ ঘৰ পালেই ৰক্ষা। ঘৰ পাওঁতে নিশা ভালেখিনি হ'ব। হওক। তথাপি নিজৰ ঘৰ। নিশাৰ শেষ বাছ। অৱশ্যে বাছখন হেলিকপ্তাৰ যোৱা দিছে- বায়ুবেগে।

......ঘৰত শ্ৰীমতীয়ে সুধিলেঃ সখিয়েৰৰ ঘৰত দুদিনমান থাকিব বুলি কৈছিল দেখোন, আহিলেই নেকি? খোৱা-বোৱা ভাল হৈছিলনে? তেখেতে চাগে যোৱা কাৰণে বৰ ভাল পাইছে। থাকিবলৈ কোৱা নাছিলনে? নানা প্ৰশ্ন পৰিবাৰৰ। মই ক'লোঃ বাপ্‌ৰে, সখিৰ কি মৰম! এসাঁজেই খালো; কিন্তু কি সাংঘাতিক খানা, মাছ, মাংস, কণী, দৈ....। আহিবলৈকে নিদিয়ে সখিয়ে। ঃ নিদিবতো, অত বছৰৰ মূৰত গৈছে। থাকিবই লাগিছিল। পিছৰবাৰ গ'লে ময়ো লগত যাম।

গোটেই নিশাটো সখিৰ কথা মনত পৰি থাকিল। সখিৰ গাতনো কি দোষ। আজিকালি সকলো মানুহেই এনেকুৱা ব্যস্ত। ❑

# টোপোলাৰ ৰহস্য

ধনেশ্বৰ অফিচলৈ যাবলৈ ওলাইছে - তেনেতে উপস্থিত হ'লহি তেওঁৰ শাহুৱেক যশোদা। শহুৰেকৰ ঘৰ গাঁৱত। ধনেশ্বৰ থাকে টাউনত। শাহুৱেকৰ হাতত এটা ডাঙৰ টোপোলা। ধনেশ্বৰে ভাবিলে বাৰমিহলি শাকৰ টোপোলা। আগে-পাছেও এনেকৈ আহিলে একোটা টোপোলা আনে। তাৰ ভিতৰত থাকে-বত্তৰৰ ফল, থেকেৰা বা আমৰ শুঠি, দুটা কাচ-কল, এমুঠি কচুৰ ঠাৰি, ভেদাইলতা, নৰসিংহৰ পাত, চাৰিগণ্ডা তামোল, এমুঠি পাণ, এপোৱামান কলাখাৰ ইত্যাদি। আজি কিন্তু টোপোলাটো অলপ ডাঙৰ আৰু কোমল কোমল দেখা গৈছে। ধনেশ্বৰ আৰু তেওঁৰ পত্নীয়ে দূৰৈৰ পৰাই নিৰিখি নিৰিখি চাই অনুমান কৰিলে বাৰমিহলি শাকৰ টোপোলাই হয়।

এইবোৰ কথা ভাবি থকাৰ মাজতে কিন্তু জীয়েক-জোঁৱায়েকে আথে-বেথে তেওঁক মাতি নি ভিতৰত বহুৱালে। জীয়েকে সুধিলেঃ মা, আজি পুৱাই আহি ওলালি। মনতে কিবা অসুখ-বিসুখৰ কথাও ভাবিলে। মাকে এখন হাতত টোপোলাটো আৰু আনখন হাতত এখন সৰু বেগো আনিছে। জীয়েকলৈ সেইখনহে আগবঢ়াই দি, টোপোলাটো কেঁচুৱাক কোলাত লোৱাৰ দৰে ৰাখি ক'লেঃ বেগখন নেচোন। তাতে কেইটামান পকা আম আছে। বোপাক লগ পাম বুলিয়েই তাৰা-হুৰাকৈ আহিছো।

ধনেশ্বৰেও ওচৰতে বহি তামোল এখন মুখত ভৰাই ক'লেঃ মা, মই যাবলৈ ওলাইছোৱেই। আৰু অকণমান পলম হোৱা হ'লে মোক নাপালেইহেঁতেন।

কি সকামতনো আহিছে সুধিবলৈ ভয়েই লাগিল ধনেশ্বৰৰ। জীয়েকেও মোনাখন থৈ আহি মাকৰ ওচৰতে থিয় হ'ল।

এইবাৰ শাহুৱেকে জীয়েকৰ ফালে চাই ক'লেঃ আই তই ভিতৰলৈ গৈ চাহ একাপ কৰগৈচোন। মোৰ বোপাইৰ লগত কথা এটা আছে।

ধনেশ্বৰ আৰু প্ৰেমলতাৰ (ধনেশ্বৰৰ পত্নীৰ নাম প্ৰেমলতা) ভয় লাগিল। কিবা অঘটন ঘটাৰ খবৰেই লৈ আহিছে নেকি। প্ৰেমলতা ভিতৰলৈ গ'ল।

শাহুৱেকে ক'লেঃ দুৱাৰখন জপাই দেচোন বোপা। খিৰিকীখনো জপাই দে।

মলিয়ন গামোচা এখনেৰে বান্ধি অনা টোপোলাটো এইবাৰ শাহুৱেকে খুলিলে।

খুলোতেওঁ সময় লাগিল। সাংঘাতিক টান গাঁঠি এটা দিছে। টোপোলাটো খোলাত ধনেশ্বৰ অবাক। ফটা-ছিঙা মলিয়ন এসোপা নোট। এটকীয়া, দুটকীয়া আৰু পাঁচটকীয়াই অধিক। ধনেশ্বৰে সুধিলেঃ ইমানসোপা বেয়া নোট ক'ত পালে মা?

শাহুৱেকে ক'লেঃ তই এইবোৰ নোট পাছ কৰি নতুন কৰি দে।

ধনেশ্বৰে বুজাই দিলে যে নোটবোৰ একেবাৰে বেয়া। আঠা লগাই জোৰা দিব লাগিব। সময় লাগিব। কিন্তু ধনেশ্বৰৰ মনৰ খু-দুৱনিটো মাৰ যোৱা নাই। আকৌ সুধিলেঃ ইমানসোপা নোট পালে ক'ত মা?

শাহুৱেক এইবাৰ আৰু ওচৰ চাপি আহিল। কেৱল মাত্ৰ জোঁৱায়েকেহে শুনিব পৰাকৈ কণ্ঠ আয়ত্তাধীন কৰি ক'লেঃ মুকুন্দ পুলিচত নোসোমাইছে? সি অলপ বাহিৰা পইচা পায় নহয়-সেয়ে।

ধনেশ্বৰঃ বাহিৰা পইচাতো নোটৰ পেকেট কৰিহে দিয়ে।

শাহুৱেকঃ সি সিমান ডাঙৰ কেছ পোৱা হোৱা নাই ৰ'চোন।

ধনেশ্বৰঃ কিন্তু ইমানসোপা বেয়া নোট লৈছে কেলেই?

শাহুৱেকঃ মুকুন্দৰ লাঠিডালৰ আগটো ফটা অ'। ড্ৰাইভাৰকেইটাও মস্ত বজ্জাত নহয়, সিহঁতে ফটা-ছিঙা নোটবোৰহে বোলে তাতে সুমুৱাই দিয়ে। কিছুমানে আকৌ মেৰিয়াই মেৰিয়াই আধা ডোখৰ নোটহে সুমুৱাই দিয়ে। টান মাৰি পকেটত সুমাওঁতে ফাটি যায়। হওক যা, তই পাৰিবি। তয়ো অলপ খাবি, তাহাঁতকো অলপ দিবি। মুকুন্দৰ নোট বুলি কাৰো আগত নক'বি।

ধনেশ্বৰে বাটে বাটে ভাবি গ'ল- পুতেকৰ দৰে মাকো জাতত উঠিছে! ❑

# আশ্রয় দিয়া আই

মানুহবোৰৰ আতিথ্যত অভিভূত হৈ গৈছিলো। গোটেই দিনটো আমাৰ বক্তৃতা শুনিছিল। লগতে লাগি আছিল। সভাৰ অন্তত আমাক কমলেশ্বৰৰ ঘৰলৈ আমাক লৈ গৈছিল। কমলেশ্বৰ ৰাভা আছিল উদ্যোক্তাসকলৰ অন্যতম। ৰাভাৰ কথা সকলোৱে শুনে। যি কৰিবলৈ কয় তাকে কৰে। কোনো প্ৰতিবাদ নাই। নাই কোনো বিৰক্তি, আক্ষেপ, অৱজ্ঞা। ৰাভাৰ নিৰ্দেশ আমি যেন কোনো কথাতে অসুবিধা ভোগ কৰিব নালাগে। চাহ তামোল আৰু ভাত অবিৰামভাৱে আমাক যোগান ধৰিছিল। কুৰিজনমান ডেকা গাভৰুৱে ৰন্ধা-বঢ়া, খুওৱা-ধুওৱাতেই ব্যস্ত আছিল।

সভাস্থলীৰ পৰা ৰাভাৰ ঘৰলৈ এক কিলোমিটাৰ দূৰ। আমি খোজকাঢ়িয়েই গৈছিলো। আমাৰ লগে লগেই খোজ কাঢ়িছিল বহুজনে। যেন আমাক আদৰিহে নিছে। তেতিয়া ধনশিৰিত অস্তগামী সূৰ্যৰ টল বল আভা। পথাৰত সৰিয়হ ফুলৰ হালধীয়া বাগিচাত আলু, বেঙেনা, কবি খেতিৰ সেউজীয়া পাতত সূৰ্যৰ কিৰণ পৰি ধনশিৰিখন ৰংৰঙীয়া কৰি তুলিছিল।

ৰবাৰ ঘৰত দৈ-চিৰা, লাডু, পিঠাৰ বিপুল আয়োজন। অতি অমায়িক লোক। শিল্পী, লেখক। অথচ বাহুত অদ্ভুত শক্তি। পথাৰত খেতি কৰে। আঠ বিঘা মাটিৰ এখন বিশাল বস্তি। নিমখৰ বাহিৰে একো কিনিব নালাগে। চিকুণ চোতাল। পৰিষ্কাৰ বাৰী। সৌ তাহানি কবিয়ে লিখি থৈ যোৱা— শুৱনি আমাৰ গাঁওখন অতি শুৱনি গছেৰে ভৰা... কবিতাটোৰ কথা বাৰে বাৰে মনত পৰিছিল ৰবাৰ ঘৰখন দেখি।

সকলোকেইজনে আমাক নিশা ৰবাৰ ঘৰত থাকিবলৈ ৰবকৈ অনুৰোধ কৰিছিল। আমি নাথাকিলো। টাউনত থাকিম। তেতিয়া ৰাতিপুৱা বাছত যোৱাৰ সুবিধা হ'ব। তদুপৰি তাত আমাৰ কেবাঘৰো মিতিৰ-কুটুম্ব আছে। বহুত বছৰৰ মূৰত আহিছো। সকলোকে এবাৰ দেখা কৰি যোৱা ভাল। ইত্যাদি ধৰণে তেওঁলোকক পতিয়ন নিয়াই আমি বিদায় লৈছিলো। তেওঁলোক আকৌ আমাৰ লগে লগে আহি আমাক বাছত উঠাই দিছিল। কি যে আন্তৰিকতা। কি যে আতিথ্য। বাৰে বাৰে কৈছিল : আকৌ

আহিব। আমি মাতিম। আপোনালোকৰ ভাষণ শুনি ৰাইজে ভাল পাইছে। ধনশিৰিৰ পৰা টাউনলৈ মাত্র বাৰ কিলোমিটাৰ দূৰ।

যেতিয়া বাছৰ পৰা নামিছিলো তেতিয়া টাউনত আন্ধাৰ নামিছিল। কেৱল নামমাত্র বিজুলীবাতিৰ পোহৰে টাউনখনৰ স্থিতিৰ কথা সোঁৱৰাই দিছিল। দোকান-পোহাৰ, মানুহৰ ঘৰবোৰত কেৱল মমবাতি, লেম্পহে জ্বলিছিল।

সুদীৰ্ঘ পঁচিশ বছৰৰ মূৰত এইখন ঠাইলৈ আহিছো। অৰুণ, দীপক, প্ৰতাপহঁতক লগ পোৱাৰ মোৰ দুৰ্বাৰ ইচ্ছা। তেওঁলোকে বিয়া-বাৰু কৰাই নিশ্চয় ল'ৰা-ছোৱালীৰ বাপেক হৈছে, কেনেকৈ আছে, দেখিবলৈ এতিয়া কেনে হৈছে, বোৱাৰীকেইজনী জানো কেনেকুৱা, কৰ জীয়ৰী এনেবোৰ কথাই বৰকৈ মনত খলক লগাই আছিল। মোক দেখিলে তেওঁলোকে আনন্দত আত্মহাৰা হ'ব। নিশা অৰুণৰ ঘৰতেই থাকিম আৰু দীপক, প্ৰতাপক মাত লগাই চাহ্-পানী খাই আহিম। বেয়া পাব পাৰে। এঘৰত খাই, থাকি আহি আন ঘৰক মাত নলগালে মানুহে বেয়া পায়। অভিমান কৰে। অৱশ্যে হয়— আপোন মানুহক ছাৰ-নাছাৰ কৰিব নালাগে। ময়ো ভাইকেইটাৰ লগত একেলগে বসবাস কৰো। মোৰ বহুত আপোন মানুহ আছে; কিন্তু মোৰ ঘৰত নোসোমায়। সৰুটো ভাইৰ ঘৰত সোমায়, খায়, থাকে। কাৰণ সি বৰ ডাঙৰ মানুহ। চাকৰি দিব পাৰে। অ'ৰ মানুহ ত'ত বদলি কৰিব পাৰে। মই এজন সাধাৰণ লোক। কবিতা লিখো। কবি সন্মিলন হ'লে বক্তা হিচাপে মাতে। এসাঁজ মাছ খালে তেৰ সাঁজ দাইল ভাত খোৱা চাকৰি। গতিকে আমাক মানুহ বুলি কোনে ভাবিব।

মোৰ সহ বক্তা আছিল শইকীয়া। বৰকৈ তামোল খায়। সহজ সৰল। সুবক্তা। মধুৰ ভাষণ দিয়ে। বিশ্বৰ কবি আৰু কবিতাৰ কথা কণ্ঠস্থ। অসমীয়া কবিতাৰ ধাৰা নিৰহ্-নিপানিকৈ ক'ব পাৰে। যোৱা প্ৰতিটো দশকৰ কবিতাৰ গতি-প্ৰকৃতি সম্পৰ্কে তেওঁ এটা নিজস্ব অভিমত দি শ্ৰোতাৰ মন পুলকিত কৰে। মই মনে মনে থকাত আৰু অৰুণৰ ঘৰটো বিচাৰি হাবাথুৰি খোৱাত ক'লে ঃ উভতিয়েই যাওঁগে ব'লক। ষ্টেচনত থাকিম নিশাটো।

পালো। মানুহ এজনক সোধাত ক'লে ঃ পুৰণি হাইস্কুলৰ পূব মূৰে যিটো ভাল ঘৰ সেইটোৱেই। সন্মুখত দুজোপা দেৱদাৰু আছে। গেটত লিখা আছে— "আশ্ৰয়। বৰ লাজ লাগিল। এমাইল আঁতৰত থকা মানুহজনৰ ঘৰ ইয়াতে বিচাৰিলে ক'ত পাম? বেচেৰা মানুহজনে চিনি পায় বুলিহে। ৰিক্সা এখন লৈ ৰাওনা হ'লো।

হয়, ঠিকেই বৰ ধুনীয়া ঘৰ। কমেও এবিঘামান মাটিৰ এটা বৃহৎ কম্পাউণ্ড। ধুনীয়া ফেঞ্চিং। সন্মুখৰ বাগিচাত ৰঙা-নীলা পোহৰ। অসংখ্য বিদেশী ফুল। ঘৰটোৰ নাম দিছে "আশ্ৰয়"। লাইটৰ পোহৰত আখৰকেইটা জিলিকি আছে। ঘৰটোৰ বাহিৰৰ বৰ্ণনাই দিয়া টান। কলিং বেল টিপিলো। ভালেখিনি পৰৰ মূৰত এজনী দীপলিপ

ছোৱালীয়ে দুৱাৰ খুলি দিলে। প্ৰশ্ন ঃ এইটো অৰুণ ফুকনৰ ঘৰ হয়নে?। উত্তৰ ঃ হয়। ঘৰত নাই। প্ৰশ্ন ঃ তুমি নিশ্চয় তেওঁৰ ছোৱালী। মাৰ ঘৰত আছেনে নাই? ঃ আছে। ঃ তেওঁকে মাতি দিয়া।

ছোৱালীজনী ভিতৰলৈ সোমাই গ'ল। আমি টিকটৰ কাৰণে কাউণ্টাৰত হাত সুমুৱাই দিবলৈ চেষ্টা কৰা মানুহৰ দৰে কাউণ্টাৰৰ বাহিৰতে থাকিলো। ভালেখিনি সময় অতিবাহিত হ'ল। আহিল। বোৱাৰী এজনী ওলাই আহিল। ঃ কাক লাগে? ঃ আমি হাউলীৰ পৰা আহিছো, ওচৰতে সভা এখন আছিল। তালৈকে আহিছিলো। অৰুণ মোৰ বন্ধু হয়। নিশা ইয়াতে থাকিম বুলিয়েই আহিছিলো। এওঁ মোৰ বন্ধু শইকীয়া। ঃ তেওঁতো ঘৰত নাই, কেতিয়া ঘূৰি আহে একো ঠিক নাই। বাগানৰ ফালে গৈছে। ঃ তেনেহ'লে থকাৰ অসুবিধা হয় যদি বেলেগতে থাকিম। দীপকৰ ঘৰো ইয়াতে নহয় জানো? তেওঁৰ তালৈকে যাওঁগৈ। ঘৰটো জানো কোন ফালে? বোৱাৰীয়ে ঘৰটোৰ দিশ দেখুৱাই দিলে ঃ আমাৰ ঘৰৰ পৰা দহঘৰ মান এৰি ৰাস্তাৰ দক্ষিণ ফালে। সন্মুখত মন্দিৰ এটা আছে।

ভাল বাৰু বুলি কৈ টালি-টোপোলা হাতত লৈ আমি ওলাই আহিলো। দুখ, লাজ, অপমানত মৰা যেন হ'লো। মুখৰ মাত হৰিল। "আশ্ৰয়" পাৰ হৈ আহি মাজ ৰাস্তাত নিৰাশ্ৰয়ত পৰি গ'লো। ইতিমধ্যে নিশাদেৱী বেগৱতী নৈৰ দৰে আগুৱাই গৈছিল। শইকীয়াক ক'লো ঃ দীপকৰ ঘৰলৈ যাওঁগৈ ব'লক। শইকীয়াই ক'লে ঃ অৰুণৰ বোৱাৰীৰেই যেতিয়া এই ব্যৱহাৰ, দীপকৰ বা আকৌ কি হয়? হেৰি, আমাক বহিবলৈকে নক'লে। চাহ একাপ দূৰৰ কথা। থাকিম বোলাত ভয়ত মুখ বিবৰ্ণ হৈ গ'ল। অৰুণ আপোনাৰ বন্ধু বুলি কওঁতে অন্ততঃ আপোনাৰ নামটোকে সুধিব লাগিছিল।

নহ'লে আমাৰ অন্য উপায় নাছিল। দীপকৰ ঘৰ বিচাৰি যোৱাটোকে ঠিক কৰিলো। তাতো যদি তেনে অৱস্থা হয় তেন্তে হোটেল বিচাৰিম। শইকীয়াই ইতিমধ্যে এজন বাটৰুৱাক সুধি পেলালেই ঃ হেৰি ডাঙৰীয়া, ইয়াত হোটেল নাই নেকি থাকিবলৈ? মানুহজনে ক'লে ঃ খোৱাৰ হোটেল আছে; কিন্তু থাকিবলৈ ইয়াত তেনে হোটেল নাই। গত্যন্তৰ নাই। দীপকৰ ঘৰ বিচাৰিয়েই গ'লো। শইকীয়াৰ মনটো হতাশাৰে ভৰি পৰিল।

ঠাইখিনি অতি নিৰিবিলি। ৰাস্তা-ঘাটত মানুহ প্ৰায় নায়েই। শীত ভালদৰে পৰিছিল। কিন্তু আমি শীত, জহ একো অনুভৱ কৰা নাছিলো। অচিনাকি, আচহুৱা ঠাই। চৰকাৰী সৈন্যই লগ পালেও বিপদ। "কিবা" বুলি ধৰি নি ক'ৰবাত সুমুৱাই থ'লেও বিপদ। কাকনো সোধো? এঘৰ মানুহৰ ঘৰত সোমালো। বাহিৰৰ পৰা নিস্তব্ধ ঘৰ। প্ৰায় আন্ধাৰেই বুলিব পাৰি। ঘৰটো কিন্তু বেছ পৰিপাটি। ধুনীয়া। সন্মুখত

পকা বেৰ। লোৰ গেট। ভিতৰলৈ সোমাই গৈ বাৰাণ্ডাত থিয় হৈ সুধিলো ঃ ঘৰত কোন আছে অলপ মাত দিয়কচোন। ভিতৰৰ পৰা উত্তৰ আহিল। ঃ কোন? মই চকুৰে ভালদৰে মনিব নোৱাৰো। ভিতৰলৈ সোমাই আহা। দুৱাৰ খোলা আছে। আমি ভিতৰলৈ সোমাই গ'লো।

আমাৰ সৌভাগ্য হঠাতে লাইট জ্বলি উঠিল। ভিতৰখনো সুন্দৰ। পৰিষ্কাৰ-পৰিচ্ছন্ন। এটা সৰু ড্ৰইং ৰুম। বহিবলৈ চাৰিখনমান আৰামী চকী আছে। এখন বিছনা। এখন চেণ্টাৰ টেবুল। এটা কিতাপৰ আলমাৰি। এটা ৱাল ক্লক। এখন কৰ্ণাৰ টেবুল। এখন চকীত বুঢ়ী মানুহ এগৰাকী বহি আছে। আমাক বহিবলৈ দিলে ঃ বহা, তোমালোকে কাক বিচাৰিছা। ক'ৰ পৰা আহিছা? ময়েই উত্তৰ দিলো ঃ আই আমি দীপক ফুকনৰ ঘৰটো বিচাৰি আহি আপোনাৰ ইয়াতে সোমাইছো। আপুনি চিনি পায়নে? ঃ ভালদৰেই চিনি পাওঁ। কিন্তু কিয় বিচাৰিছা? ঃ আমাৰ থাকিবলৈ ঠাই নাই। নিশাটো তাতে থাকিম বুলি তেওঁৰ ঘৰ বিচাৰি আহিছো। তেওঁ মোৰ চিনাকি মানুহ। আমি হাউলীৰ পৰা এখন সভা গাবলৈ আহিছিলো ধনশিৰিলৈ। তাত নাথাকি ইয়ালৈকে গুচি আহিলো। এতিয়া থকাৰেই ঠাই নাই। মোৰ নাম জয়ন্ত কাকতী, এওঁ বিষ্ণু শইকীয়া। ভাল লেখক।

ঃ মোৰ ইয়াতে বিছনা এখন আছে। দুয়োজনে থাকিব পাৰিবা। যদি বেয়া নাপায়, অসুবিধা নহয় বুলি ভাবে তেন্তে ইয়াতে পৰি থাকিবা। মই চকুৰে ভালদৰে মনিব নোৱাৰো। কাম কৰা ছোৱালী এজনী আছিল, তায়ো ঘৰলৈ গৈ অহা নাই। বৰ অসুবিধা হৈছে। তোমালোকে নিজে ৰান্ধি-বাঢ়ি খাব লাগিব।

আমি হাততে সৰগ ঢুকি পোৱা যেন পালো। একো নাখালেও হ'ব। বিছনাখন পালেই হ'ল। আমি আনন্দ-আগ্ৰহ প্ৰকাশ কৰি ক'লো ঃ আই, আপোনাক ধন্যবাদ। আমি আপোনাৰ ইয়াতে থাকিম। খোৱা-বোৱাৰ কাৰণে কোনো চিন্তা নাই। আমি ওচৰৰ হোটেল এখনতে কিবা অলপ খাই আহিম।

ঃ তোমালোকে কাপোৰ-কানি সলোৱা। মই বাথৰুম, পানী দেখুৱাই দিম। হাত-মুখ ধুই ল'বা। মোৰ মুৰি, চিৰা, গাখীৰ আছে, ৰুটী আছে। তাকে খাবা। হোটেললৈ যাব নালাগে। মোৰ ঘৰত থাকি হোটেলত খালে বৰ বেয়া লাগিব।

ঃ হ'ব আই, আমাৰ বাবে সেয়াই যথেষ্ট।

আমি দুয়ো মুখ-হাত ধুই ল'লো। মুক্ত মনে। আনন্দ মনে। বিশেষকৈ শইকীয়াৰ আনন্দ দেখি মোৰ ভাল লাগিছিল। তেওঁ নিশ্চিত এটা বিপদৰ পৰা উদ্ধাৰ পোৱা মানুহৰ দৰে স্বস্তিৰ নিশ্বাস পেলালে।

আমি মুখ-হাত ধুই বিছনাত বহিলো। বুঢ়ীজনীও আহি আমাৰ ওচৰৰ চকী এখনত বহিল। আমাৰ লগত কথা পাতিলে। আমি তেতিয়ালৈকে তেওঁৰ ঘৰুৱা কথা একো

সোধা নাই। আচলতে আমাৰ সুধিবলৈ ভয়ো লাগিছিল। তেওঁৰ ল'ৰা-ছোৱালী কোনো নাই নেকি বুলি সুধিবলৈ সাহস হোৱা নাছিল। কিজানি কিবা ছেণ্টিমেণ্টত লাগেই। তেওঁ সুধিলে ঃ দীপক তোমাৰ কিবা হয় নেকি? ঃ হয়, মোৰ বন্ধুৰ ভাই হয়। ঃ দীপকৰ ককায়েক এটা, অৰুণ নামৰ, ইয়াতে থাকে নহয়। ঃ হয় থাকে। আমি তেওঁৰ ঘৰলৈও গৈছিলো। তেওঁ ঘৰত নাই; কিন্তু তেওঁৰ পৰিবাৰে আমাক বহু বুলিয়েই নক'লে।

বুঢ়ীয়ে এটা দীঘল হুমুনিয়াহ এৰিলে। খন্তেক পৰ স্তব্ধ হৈ থাকিল। এইবাৰ ময়েই সুধি পেলালো ঃ আই আপোনাৰ কোনো নাই নেকি? ঃ আছে, মোৰ সকলো আছে। অৰুণ, দীপক মোৰেই ল'ৰা। মোৰ দুৰ্ভাগ্য আজি তোমালোকক এনেদৰে পেলাই থ'ব লগা হ'ল! কিন্তু মোৰ সৌভাগ্য যে তোমালোকৰ দৰে মানুহ আজি মোৰ ঘৰত আলহী। অসমৰ সাহিত্য-সংস্কৃতি জগতৰ মানুহৰ অৱস্থা এনেকুৱাই। চকু দুটা থাকোতে তোমালোকৰ লেখা পঢ়িছিলো। এতিয়া পঢ়া-শুনাও কৰিব নোৱাৰো। মোৰ স্বামীয়ে মৃত্যুৰ আগে আগে মোক এই ঘৰ-দুৱাৰ কৰি দি গৈছে। সিহঁত মোৰ লগত নাথাকে। নিজা নিজাকৈ ঘৰ সাজি লৈছে। মই লাজ আৰু দুখ পাইছো যে অৰুণৰ বোৱাৰীয়ে তোমালোকক খেদি দিলে। তোমালোক মন্ত্ৰী বা এম-এল-এ বুলি ক'ব লাগিছিল। ডেকা মন্ত্ৰীসোপা আহিলে তাৰ ঘৰতে থাকে।

কি অপূৰ্ব সংযোগ। ক'ব পৰা আহি ক'ত পৰিলো। ভগৱানৰে ইচ্ছা ঃ আই আপুনি একো দুখ নকৰিব। আপোনাৰ ইয়াতে এই আশ্ৰয়কণ পাই আমি বৰ আনন্দ পাইছো। আমি ক'লো।

তেওঁ ক'লে ঃ দুখ নকৰিলোহেঁতেন, যদি তোমালোকে মোৰ ল'ৰাহঁতৰ ঘৰত নোসোমাই পোনে পোনে মোৰ ইয়ালৈ আহিলাহেঁতেন! তেতিয়া তোমালোকে সিহঁতৰ চৰিত্ৰ নাজানিলাহেঁতেন। তাহাঁতৰ কাৰণে মই বৰ লাজ পাব লাগে। সিহঁত ডাঙৰ মানুহ। আত্মীয়-কুটুম্ব তালৈকে যায়। তাৰ পিছত সিহঁতৰ ব্যৱহাৰত অসন্তুষ্ট হৈ মোক বিচাৰি আহে। বাৰু এতিয়া কথা নাপাতো, তোমালোকে কিবা অলপ মুখত দি শুই থাকা। ৰাতিপুৱা মই ভাত এমুঠি খুৱাম। দিনত অলপ দেখা পাওঁ। ভাতমুঠি খুৱাব পাৰিম। তোমালোক সাহিত্য-সংস্কৃতিৰ পূজাৰী। নিজৰ কাম-বন খতি কৰি ইয়ালৈ আহিছা। তোমালোকৰ কাৰণে থকা বিছনাখনৰে যোগাৰ নাই। মন্ত্ৰী মিটিঙলৈ আহিলে আমাৰ অৰুণ, দীপকহঁতৰ ঘৰতে ভোজ খায়। কোমল তুলীত শোৱে। ডাঙৰ ডাঙৰ বিষয়াবোৰ আহিলে তাতে সুৰা খায়। মই লিখা-পঢ়া নজনা তিৰোতা। কিন্তু লেখক মানুহক মই ভাল পাওঁ। আজি মোৰ মনোবাঞ্চা পূৰ্ণ হৈছে। এনেদৰে কৈ কীৰ্তনৰ ঘোষা গালে ঃ আজি মোৰ গৃহ, তীৰ্থতো অধিক, পবিত্ৰ ভৈল অশেষ। যিহেতু সাক্ষাতে,

জগতৰ গুৰু, আপুনি ভৈলা প্ৰবেশ। ভকতেসে প্ৰভু, তোমাৰ বান্ধৱ, দিয়া মনোৰথ সিদ্ধি। ব্ৰহ্মাৰ দুৰ্লভ, তোমাক দেখিলো, কিনো সুপ্ৰসন্ন বিধি।

আইৰ জ্ঞানত, মৰমত আমি অভিভূত হ'লো। গোটেই নিশা টোপনি নাহিল। কিন্তু দিনৰ সকলো দুখ-ভাগৰ পাহৰি গ'লো। মন আনন্দত পুলকিত হ'ল। আমাৰ কাৰণে প্ৰকৃত সাহিত্যৰ সমল এইবোৰেই। মানুহৰ হৃদয়ৰ কথা লিখিব পাৰিলেই কালজয়ী সাহিত্য হয়। চহৰে-নগৰে কত মানুহ লগ পালো, কত চৰিত্ৰৰ কথা লিখিলো। কিন্তু আইৰ দৰে ত্যাগী, গুণৱতী কেইজনীক পালো। শইকীয়াৰ টোপনি অহা বুলি ভাবিছিলো, কিন্তু তেওঁৰো অহা নাই। মই মাত লগালো ঃ শইকীয়া, টোপনি অহা নাই নেকি? শইকীয়াই ক'লে ঃ টোপনি নাহে। ঃ ভোক লাগিছে নেকি? ঃ ভোক? দামোদৰ বিপ্ৰই কৃষ্ণৰ ঘৰত থকাৰ দৰে লাগিছেহে। বোলে হেন শুনি হৰি, চাউল চিৰা এৰি, থাকলা হাসি নামাতি। দিব্য ভোগ ভুঞ্জি, কৃষ্ণৰ গৃহত, ব্ৰাহ্মণো বঞ্চিলা ৰাতি। শয়নক লাগি, সুৱৰ্ণ খাটত, বিছায়া দিলন্ত তুলি। মহাসুখে তাতে, শুতিয়া আছিলা, আজি স্বৰ্গ পাইলো বুলি। বুজিলো, আইৰ কথাত শইকীয়াও অভিভূত।

ৰাতিপুৱা আইক সাতবাৰমান ক্ষমা ভিক্ষা খুজি ক'লো ঃ আই, আপুনি কোনো দুখ নকৰিব। আমি প্ৰথম গাড়ীখনতে গ'লে কলেজ পাম। আপুনি ভাতমুঠি খাবলৈ কৈছে সেয়েই আমাৰ বাবে যথেষ্ট।

ঃ যোৱাগৈ। মই তোমালোকৰ কৰ্তব্যক অৱহেলা কৰিবলৈ নকওঁ। এইবোৰ কথা লিখিবা। তোমালোকৰ লিখাবোৰ পঢ়িলে কিজানি মোৰ ল'ৰাহঁতৰ মতি-গতি লৰেই। মোক লগত ৰাখিবলৈ সিহঁতে বেয়া পায়। ইয়াতে বনবাস দিছে। তোমালোক কালি মোৰ ইয়াতে থকাত মই কিমান সুখত যে নিদ্ৰা গৈছো। অকলে থাকিলে টোপনি নাহে। কালি মোৰ বিছনাত পৰাৰ লগে লগেই গভীৰ টোপনি হৈছে। কালি নিৰ্ভয়ে শুইছো। কেতিয়াবা এইফালে আহিলে মোৰ ইয়াতে থাকিবা, যদিহে মই মৰি নাথাকো। ততাতৈয়াকৈ, থৰ-বৰকৈ আমাক চাহ-জলপান দি এইখিনি কৈছিল। কিন্তু আইৰ চকুপানী ওলাইছিল। আমাৰো। ''আমি মাজে মাজে ইয়ালৈ আহি থাকিম আই'' বুলি কৈ গুচি আহিছিলো। এক বুজাব নোৱাৰা ব্যথা বুকুত বান্ধি আমি বাছত উঠিছিলো। মুখেৰে ওলাই আহিব খোজা কথাবোৰ আইৰ চকুপানীয়ে যেন নৈৰ সোঁতৰ দৰে পেটলৈ ঠেলিহে নিলে আমি এনে অনুভৱ কৰি মৌন হৈ গৈছিলো। ❑

# পথাৰৰ মাগুৰ

অসুখৰ পৰা উঠিছে শ্ৰীমতী। বৰ দুৰ্বল। প্ৰেছাৰ নিম্নগামী। ডাক্তৰে কৈছে- পাৰিলে পাৰ চৰাইৰ মঙহ আৰু মাগুৰ মাছ খুওৱাৰ ব্যৱস্থা কৰক। পাৰ খুওৱা টান কাম। প্ৰথম ইয়াক হত্যা কৰাটো। দ্বিতীয় নোম, পাখি পেলাই বাছি-ধুই উলিয়াটো। কচায়ে পাৰ হত্যা কৰি দিব পাৰে; কিন্তু বাছি-কুটি দিব নোৱাৰে। সেয়ে পাৰৰ মাংস খোৱাৰ ব্যৱস্থা পৰিত্যাগ কৰি মাগুৰ মাছ বিচৰাত লাগিলো। মাগুৰ মাছ বৰ্তমান দুৰ্লভ দ্ৰব্য হৈ পৰিছে। বজাৰত নোলায়েই। ওলালেও দাম বেছি, গ্ৰাহক বেছি। কেবাখনো বজাৰ চলাথ কৰি এদিন এখন বজাৰত দেখিলো এজনী পোহাৰীয়ে চাৰিটা মাগুৰ মাছ উলিয়াইছে।

দূৰৰ পৰা দৃষ্টি নিক্ষেপ কৰিছো। ওচৰলৈ যাবলৈ ভয়েই লাগে। কিয়নো ইতিমধ্যে যিকেইজন ভদ্ৰলোকে মাছকেইটা আগুৰি ধৰি আছে — তেওঁলোকৰ ওচৰত প্ৰতাপ দেখুৱাটো মোৰ শক্তি, সামৰ্থ্য, সাহস একেবাৰেই নাই। কাৰণ, তেওঁলোকৰ প্ৰিয় মাছ দেখিলেই হ'ল- দৰ-দামৰ প্ৰশ্নই নাই। কিন্তু সিদিনা কিয় জানো, তেওঁলোকে মাছকেইটাৰ ওচৰৰ পৰা গুচি গ'ল আৰু অন্য মাছৰ ওচৰত গৈ জুম বান্ধিলে।

এইবাৰ ধীৰে ধীৰে বগলীৰ দৰে সন্তৰ্পণে মাছকেইটাৰ ওচৰলৈ গ'লো। ভয়ে ভয়ে পোহাৰীক সুধিলোঃ বাই কিমান দাম কৰিছা। বায়ে ক'লেঃ দুশকৈ দিছো যা। নি। পথাৰৰ মাছ। সোৱাদ পাবি। ভালেখিনি সময় দৰ-দাম কৰি কৰি যাঠি টকাত মাছকেইটা কিনি পোনে পোনে অফিচলৈ আহিলো আৰু মাছকেইটা কেনেকৈ আবেলিকৈ জীয়াই ৰাখিব পাৰি তাৰে চিন্তা কৰিলো। বুদ্ধি এটা ওলাল। টয়লেটৰ ভিতৰত কোমোডটোৰ ওচৰতে এটা ৰাচ বেচিন আছে। সেইটো সাধাৰণতে বেছি ব্যৱহাৰ নহয়। তাৰে ফুটাটো বন্ধ কৰি পানী জমা কৰি মাছকেইটা জীয়াই থলো। মনটো ভাল লাগিল। অন্ততঃ অফিচ ছুটী হোৱালৈকে মাছকেইটা জীয়াই ৰাখিব পাৰিলে, ঘৰলৈ গৈয়েই দুটা মাগুৰ জীয়াই থ'ম। আজি দুটা খাম, কাইলৈ দুটা। সহকৰ্মীসকলকো কথাটো ক'লো যাতে সেইটো বেচিন ব্যৱহাৰ নকৰি বাহিৰৰটো কৰে।

মাগুৰকেইটা জীয়াই ৰখাৰ কাৰণে যিমান যত্ন কৰিছো, বোধহয় কেঁচুৱাৰ কাৰণেও মানুহে ইমান যত্ন নকৰে। জীয়া মাগুৰ মাছ খালে শ্ৰীমতীৰ শৰীৰত শক্তি আহিব। মাগুৰ মাছ দেৱী পূজাত লাগে। দেৱীয়ে এই মাছৰ তেজ খাই শক্তিৰূপ ধাৰণ কৰে। সেইকাৰণে মাগুৰ মাছ দুৰ্লভ হৈ পৰিছে, ইমান দাম বাঢ়িছে। অফিচৰ কামত মন বহা নাই। সময়খিনি খৰকৈ গ'লেই ভাল পাওঁ।

মোৰ সহকৰ্মীসকলেও মোক মাছকেইটাৰ কথা মাজে মাজে সুধি আছে— কিমান দামত কিনিলো, কোনখন বজাৰত কিনিলো, কোন ঠাইৰ মাছ হয়, হাজোৰ মাছ হ'লে ভাল, কিছুমানে আকৌ গুৱাহাটীৰ বেয়া ঠাইৰ মাছ আনি হাজো, ছয়গাঁও, মঙ্গলদৈৰ মাছ বুলি কয়—

ইত্যাদি ইত্যাদি মাত, মন্তব্য তেওঁলোকৰ। মই আচল দামটো কাকোৱে নকওঁ। সকলোৱে জানে যে গুৱাহাটীত মাগুৰ মাছ কিনিব পৰা মানুহ সাধাৰণতে টকা থকা মানুহেই হয়। সেই অহংকাৰটো আজি ময়ো কৰিছো সহকৰ্মীসকলৰ আগত। মাছকেইটা গাঁৱৰ পথাৰত মাৰি অনা মাছ বুলিয়েই নিৰ্ভয়ে ঘোষণা কৰিছো।

অফিচত কেইঘণ্টামান মাছৰে আলোচনা চলিল। চালানি মাগুৰ মাছবোৰ কেনেকৈ ডাঙৰ হয়, আমাৰ অসমৰ বিলৰ মাগুৰ, দলনিৰ মাগুৰ, পথাৰৰ মাগুৰ, খালৰ মাগুৰ, পিটনিৰ মাগুৰ, নলা-নৰ্দমাৰ মাগুৰৰ কেনে সোৱাদ ইত্যাদি। তাৰ পিছত মাগুৰ মাছ কিহেৰে, কেনেকৈ ৰান্ধিব লাগে তাৰে আলোচনা। কাৰো কথা কোনোবে নুশুনে। প্ৰত্যেকেই কয়, কেৱল কয়। কাকতীৰ মতে মাগুৰ মাছ আলু সিজাই, পিটিকি মচলা আদি দি ৰান্ধিব লাগে। ঠাকুৰীয়াৰ মতে মাগুৰ মাছ খাব লাগে কোমোৰাৰ গুটিৰে। গুটিবোৰ টেঁকীত খুন্দি, তাৰে ৰস উলিয়াই মচলা [illegible] দি ৰান্ধিব লাগে। ওপৰত দুই আঙুল চামনি পৰিব। কি যে সোৱাদ। দাসৰ মতে মাগুৰ মাছ খাব লাগে সৰু মচুৰৰ দাইলেৰে, চৌধুৰীৰ মতে নৰসিংহৰ পাতেৰে, গগৈৰ মতে ৰঙালাউৰে, ডেকাৰ মতে মাগুৰ মাছ মৰমৰীযাকৈ ভাজি খাব লাগে, তামুলীৰ মতে কেঁচা অমৰাৰে। ইত্যাদি। অবিৰাম আলোচনা। কোনোৱে কামত ধৰিব পৰা নাই। সিদিনাৰ মাগুৰ মাছেই প্ৰধান ইছ্যু।

মোৰ কিন্তু মনটো অনবৰত মাগুৰকেইটাৰ ওচৰতে আছে। সহকৰ্মীসকলৰ আলোচনা চক্ৰত অংশ গ্ৰহণ কৰা নাই। শ্ৰোতা হিচাপেই আছো। আলোচনা চক্ৰত শ্ৰোতাও লাগে। কিন্তু আমাৰ সহকৰ্মীসকলৰ মাগুৰ মাছৰ আলোচনা চক্ৰত শ্ৰোতা অকল ময়েই। বাকী আটাইবোৰ অংশগ্ৰহণকাৰী।

মাজতে এবাৰ মাছকেইটা চাবলৈ উঠি গ'লো। ঘৰত কেঁচুৱা এৰি আহি অফিচ কৰা [illegible]ৰ দৰে মোৰ অৱস্থা। মাকে কেতিয়া অফিচৰ পৰা গৈ কেঁচুৱাক পিয়াহ খুৱাব পাৰে— তাৰে চিন্তাত ব্যগ্ৰ হৈ থকাৰ দৰে মযো মাছকেইটা জীয়াই জীয়াই ঘৰলৈ নিব পাৰিলেই ৰক্ষা। এনে ভাবত ব্যগ্ৰ হৈ আছো। মাছকেইটাৰ ওচৰ পাই দেখো— সিহঁত স্তব্ধ হৈ, পাখি-ফিচা নেমেলাকৈ একে ঠাইতে ৰৈ আছে। মোৰ বুকুখন চিৰিংকৈ উঠিছিল-সিহঁতৰ মৃত্যু হোৱা বুলি। মৰা মাগুৰ, মৰা শ'ল মাছ মূল্যহীন। সোৱাদ নাথাকে। মৰা কাৱৈৰ সোৱাদ থাকে, ইয়াক পুৰি-কেঁচা নিমখ, তেল, জলকীয়া, কলাখাৰ সানিও খাব পাৰি। কিন্তু মৰা মাগুৰ মাছৰ সোৱাদ নাথাকে। মাছকেইটা জীৱিত নে তাকে পৰীক্ষা কৰিবলৈ হাতেৰে এবাৰ লৰা-চৰা কৰি দিলো। নাই মৰা নাই। খলখলাই উঠি দুটা মাগুৰে জাঁপ মাৰি দিলে। জাঁপ মাৰি পৰি গল সেই কোমোডটোত।

ইযাৰ পিছৰ কথা অবৰ্ণনীয। কোমোডত পৰিযেই সিহঁত কিছুসময় খলমলাই আছিল। তাৰ পিছত সৰ্প গাঁতত সোমোৱাৰ দৰে অন্তৰ্ধান হৈ গ'ল। মনটো বৰ বেযা লাগি গ'ল। দুটা মাগুৰ পাতাললৈ গ'ল। বাকী থকা দুটাৰ কাৰণে যত্নপৰ হৈ উঠিলো। বেচিনৰ পৰা সিহঁতক স্থানান্তৰ কৰাৰ কাৰণে উঠি-পৰি লাগিলো। এখন ডাঙৰ পলিথিন বেগত পানী ভৰাই তাতে মাগুৰ দুটা জীয়াই থৈ এইবাৰ মোৰ টেবুলখনৰ তলৰে গজাল এটাত আৰি থোৱাৰ ব্যৱস্থা কৰিলো। সহকৰ্মীসকলেও দুটা মাগুৰ কোমোডৰ গাতত সোমাই পাতালত প্ৰৱেশ কৰাৰ কথা জানি সমবেদনা জ্ঞাপন কৰিলে। লগতে মাছ দুটা পাতালত প্ৰৱেশ কৰি সিহঁতৰ কেনে দুৰ্গতি হ'ব পাৰে তাৰ ওপৰত গৱেষণা আৰম্ভ কৰিলে।

কোনোবে ক'লে — মাগুৰ দুটা কোমোডৰ গহ্বৰেৰে সোমাই পাতালসদৃশ টেঙ্কিত পৰি,

তাৰ পৰা আউললেটেৰে ওলাই নলাত পৰিব। দুজন চুইপাৰে নলা পৰিষ্কাৰ কৰোতে মাগুৰ দুটা দেখা পাই অহোপুৰুষাৰ্থ কৰি সিহঁতক ধৰিব আৰু যিকোনো এখন মাছ বজাৰত মাগুৰ দুটা লৈ বহিব। কোনো ভদ্ৰলোকে, ঘৰত থকা ৰোগীৰ কাৰণে মাগুৰ দুটা পঁচিশ-ত্ৰিশ টকাত কিনি নি, ধনিয়া গুড়িৰে ৰান্ধি খুৱাব। ইয়াৰ ওপৰত আৰু আলোচনা চলিল। এজনে ক'লেঃ এনেকৈয়ে আমি জীৱনত, অৰ্থাৎ বৰ্তমান যুগত কত বেযা বস্তু খাই আছো। যিকোনো ৰেডিমেড খাদ্যবস্তু প্ৰস্তুতকৰণৰ আদি অৱস্থা অতি ঘৃণনীয়। ষ্টাৰ হোটেল বা উচ্চস্তৰৰ ৰেষ্টোৰাঁত খোৱা মাটন কাট্‌লেটৰ যিখিনি মাংস কচাইৰ পৰা অনা হয় — তাৰ গুণাগুণ বৰ্ণনাতীত। যেনে বেমাৰী, বুঢ়ী পাঠীৰ মাংস, নাৰী-ভুৰু আদি ঠুকি আনি বিভিন্ন মচলা ব্যৱহাৰ কৰি, তেলত ভাজি কাট্‌লেট বনাই টেবুলত দিব — তেতিয়া তাকেই টকালি পাৰি চহৰৰ উচ্চ শ্ৰেণীৰ লোকে খাব। লগত থাকিব বিলাতী মদ। ঠিক তেনেকৈ কাবাব, চপৰ ব্যৱস্থা/অৱস্থা। পাওৰুটী, শ্লাইচৰুটী প্ৰস্তুতকৰণৰ অৱস্থাও তেনেকুৱাই। এইবোৰত পচা কণী ব্যৱহাৰ কৰি, যিকেইজন শ্ৰমিকে এইবোৰ তৈয়াৰ কৰে সিহঁতৰ শৰীৰৰ ঘাম, নাকৰ শেঙুন মচাৰ দৃশ্য দেখিলে বমি হ'ব খোজে। এনেকুৱা আৰু অসংখ্য উদাহৰণ আছে। যেনেকৈ কোমোডৰ গহ্বৰেৰে পাতালপুৰত প্ৰৱেশ কৰা মাগুৰ দুটাৰ ফিনিছড প্ৰোডাক্টখিনি চিক্‌চিজিয়া ডাইনিং টেবুলৰ ওপৰত উচ্চস্তৰৰ খাদ্য হৈ পৰিল আৰু সম্ৰাজ্ঞীসদৃশ দিব্যলতা বৰুৱাই অসুখৰ পৰা পৰিত্ৰাণ পাবলৈ ভক্ষণ কৰিলে।

গৱেষণাৰ আলোচনা বন্ধ হ'ল, কিয়নো ঘড়ীৰ কাঁটা দুয়োডাল চাৰি সংখ্যাটোৰ ওপৰত মিলিত হ'ল। চাৰে চাৰিটাত যেনে-তেনে অফিচ এৰিব। দহ মিনিট হাত-মুখ ধোৱা, শৌচ-প্ৰস্ৰাৱ কৰাত খৰচ কৰি সকলোৱে নিজ নিজ বাহনত আৰোহণ কৰি গৃহাভিমুখে ঢাপলি মেলিবই।

ময়ো আজি ঘড়ীৰ কাঁটা তীব্ৰ বেগত গতি কৰিলেই ভাল পাওঁ। সেয়ে মন মাছৰ বেগত, চকু ঘড়ীৰ কাঁটাত কৰি আছো। আন সহকৰ্মীৰ লগতে ময়ো বাহিৰলৈ ওলালো। ওলাই দেখো আকাশখন মেঘে ঢাকি ধৰিছে। অলপ পিছতে ধুমুহা বৰষুণ আহিব। বতাহে আগ মেলিছেই। মানুহে নিজ নিজ বাহনত, চিটীবাছত, খোজ কাঢ়ি কেৱল দৌৰিছে। ধুমুহা বৰষুণৰ আগে আগে সকলোৱে ঘৰ পোৱাৰ ইচ্ছা। ময়ো মোৰ পুৰণি চাইকেলখনত জাফ মাৰি, পলিথিনৰ বেগটো চাইকেলৰ আগত বান্ধি লৈ যিমান জোৰে পাৰি মোৰ শক্তি অনুসাৰে পেডেল মাৰিছো। কিন্তু বৰুণ দেৱতা, পৱন দেৱতা, ইন্দ্ৰ দেৱতা মোৰ প্ৰতি সদয় নহ'ল। তিনিওটাৰ তীব্ৰ আক্ৰমণত মই তিষ্ঠিব নোৱাৰিলো যদিও মাছ দুটিৰ প্ৰতি অত্যন্ত লালায়িত হৈ পেদেল মাৰিছো। পৱন দেৱতাৰ কোবত চাইকেল পৰি যাব খোজে, মেঘৰ গাজনিটো যেন মূৰৰ ওপৰতে পৰিব, কলহৰ কাণেৰে ঢালি দিয়া বৃষ্টিয়ে ইতিমধ্যে মোৰ সৰ্ব্বশৰীৰ পুখুৰীত ডুব মাৰি উঠি অহা মানুহৰ দৰে হৈছেই— তথাপিতো ৰোৱা নাই। ঘৰটো পালেই সকলো ঠিক হৈ যাব।

ঘৰো পালো, বতাহ-বৰষুণো কমিল-— কিন্তু মোৰ পলিথিনৰ বেগৰ এটা মাগুৰ অন্তৰ্ধান হ'ল। ঘৰত সকলোবোৰ ব্যগ্ৰ হৈ আছিল। শ্ৰীমতী পদুলিতে ৰৈ আছিল। মাগুৰটো তেওঁৰ হাতত দিলো। কাপোৰ সলাই গৰম চাহ একাপ খালো আৰু শ্ৰীমতীৰ আগত মাগুৰ এটা বতাহ-বৰষুণত ক'ত যে পৰি গ'ল তাকে কৈ দুখ প্ৰকাশ কৰিলো। দুটা মাগুৰ যে পায়খানাৰ গাঁতেৰে অন্তৰ্ধান হ'ল— সেইটো নক'লো। তেওঁ অৱশ্যে এটা মাগুৰ যে ধুমুহাত হেৰাল তাৰ কাৰণে আফচোচ নকৰিবলৈ ক'লে। আমাৰ খাবলৈ

ভাগ্যতেই নাই আদি সান্ত্বনাবাণী শুনালে।

মাগুৰটোৰ মূৰত খৰি এডালেৰে দুই কোব মাৰি হত্যা কৰি, ভালদৰে ধুই-মেলি, সমানে চাৰি টুকুৰা কাটিলে। মূৰটো এক্সট্ৰা। সেইটো মই চুহিম। ৰান্ধনী ছোৱালীজনীক দিহা দিলো— শুন, এতিয়া দাইল ৰান্ধিব নালাগে। আলু সিজাই মাছ ৰান্ধিবি আৰু এখন ভাজি কৰিবি। তেনেকৈয়ে খাম এতিয়া। আমি এতিয়া থিয়েটাৰ চাবলৈ যাম। ঘৰত আহি জোৰ কৰি তিনিটা টিকট দি গৈছিল থিয়েটাৰ অনা মানুহকেইটাই। নহ'লে নগ'লোহেঁতেন। শ্ৰীমতীয়ে ক'লেঃ সময় আছে। মাছখিনি ময়েই ভাজি থৈ যাওঁ।

ৰান্ধনী ছোৱালীক এনেদৰে দিহা-পৰামৰ্শ দি আমি থিয়েটাৰ অভিমুখে খোজ ল'লো। তেতিয়া আকাশ ফৰকাল হৈছিল। কিন্তু ধুমুহাত থিয়েটাৰ পাৰ্টিৰ কিছু ক্ষতি হোৱা কাৰণে নাটক আৰম্ভ হোৱাত কিছু পলম হ'ল। যথা সময়ত নাটক আৰম্ভ হ'ল। মঞ্চ পোহৰ হ'ল, দৰ্শক বহা ঠাই অন্ধকাৰ। মঞ্চত কি নাটক হৈছে— মই চকুৰে দেখি আছো যদিও বুঢ়ী এজনীয়ে জগন্নাথলৈ যাওঁতে ৰঙালাউটো দেখাৰ দৰে— মোৰ চকুৰ আগত হেৰোৱা মাগুৰ তিনিটাৰ ছবিহে ভাহি উঠে। নাটক সোনকালেই শেষ হ'লে ভাল পাওঁ। দৃশ্যান্তৰত দৰ্শকৰ গেলেৰী পোহৰ হৈ উঠিলে শ্ৰীমতীয়ে মোৰ মুখৰ ফালে চাই কয় - চাই বৰ ভাল লাগিছে। ময়ো কওঁ - এৰা বৰা ভাল হৈছে নাটকখন। ভয়ো লাগে আৰু কিবা সোধে বুলি। নোসোধে, তেৰোঁ বেমাৰৰ পৰা উঠা স্ত্ৰী। বৰ দুৰ্বল। বেছি কথা ক'ব নোৱাৰে।

আকৌ অন্ধকাৰ হয়। মোৰ আকৌ মাগুৰ তিনিটাৰ কথা মনত পৰে। দুসাঁজ ভালদৰে খালোহেঁতেন। এতিয়া মাগুৰৰ দামেই ষাঠি টকা দিয়াৰ দৰে হ'ল। বৰ টানত চলি আছো। সদায়নো মাগুৰ মাছ ক'ত খুৱাব পাৰিম। বৰফ দিয়া মাছেই আমাৰ জীৱন। অন্ধ্ৰৰ পৰা অহা মাছ। ট্ৰেইনতে সাত দিন পচে। কুচিয়া মাছৰ তেজ সানি, তীব্ৰ লাইটৰ পোহৰ পেলাই [illegible]া কৰি থয়। তাকে তিনিশ গ্ৰাম আনি, তেলত ভাজি, জলকীয়া সানি খাওঁ।

নাটক শেষ হ'ল। মানুহৰ ভিৰ কমালৈকে অপেক্ষা কৰোতেও পোন্ধৰ মিনিট পলম হ'ল। দুৱাৰমুখৰ পৰাই ৰান্ধনী ছোৱালীক চিঞৰিলোঃ মালতী ভাত বাঢ়। কাপোৰ সলাই, হাত-মুখ ধোওঁতে পাঁচ মিনিটো নালাগিল। ভাতৰ পাতত বহিলোৱেই।

মালতীয়ে ভাতৰ কাঁহী আনি আগত থ'লে। ভাতৰ কাষতে দিলে আলু আৰু ইচ্‌কচ্ ভাজি। তাৰ পিছত থ'লেহি একোবাটি দাইল। দাইল অলপ সানি এগৰাহ ভাত মুখত দিয়েই মালতীক সুধিলোঃ কি অ' মালতী, তোকচোন দাইল ৰান্ধিবলৈ হাক দিছিলো, কিয় ৰান্ধিলি? মালতী ভাতৰ চৰুৰ ওচৰতে নিস্তব্ধ হৈ থিয় হৈ থাকিল— একো উত্তৰ নিদিলে। এইবাৰ শ্ৰীমতীয়ে ক'লেঃ দে, কি চাই আছ? মাছৰ জোল আন। মোৰ ফালে চাই ক'লেঃ দাইল অলপ ৰন্ধাই বেয়া হোৱা নাই, অকলনো মাছৰ জোলখিনিৰে কেনেকৈ ভাতকেইটা খাব।

এইবাৰ মালতীৰ মুখৰ মাত ওলালঃ এ বাইদেউ, দালি ৰান্ধিব লগাত পৰিলু, এ ভাজি থোৱা মাছ গোটেইখনি ৰামেশ্বৰহঁতৰ মেকুৰীটোৱে খাই পেলাইছে। দ্বিতীয় গৰাহ ভাত মুখ আৰু কাঁহীৰ মাজতে ৰৈ গ'ল। মালতীৰ ফালে চাই ক'লোঃ তই ক'ত মৰিছিলি? তাই ক'লে ঃ এ নকবি দে ছাৰ, তহঁতৰে কোনোবা ভাগীৰ ল'ৰা এটা আহিছিল, তাক চাহ-তাহ দিওঁতে এই কাণ্ডটো হ'ল। তাই নিৰুদ্বেগ, স্বাভাৱিক, কোনো প্ৰতিক্ৰিয়া নাই মুখত। এইবাৰ শ্ৰীমতীৰ পিনে চাই ক'লেঃ বাইদেউ, সঁচা কথা কওঁ দেচোন, মাছৰ মূৰটো তাই এৰিছিল, ময়েই খাই দিলো। মেকুৰী খোৱা মাছনো আপুনিহঁতক খুৱামনে!

দুখ, বেদনা, যন্ত্ৰণাত ভাগি পৰিলো। থিয়েটাৰ চোৱাৰ দৰে ভাতকেইটা কোনফালে গিলিলো ক'বকে নোৱাৰিলো। শ্ৰীমতীৰ চকুৰে কিন্তু পানী পৰিছিল! ❑